# কালান্তৰৰ কথকতা

অসমীয়া চুটি গল্প সংকলন

১৯৬১-১৯৭৫




সম্পাদক

ইমৰান শ্বাহ

অৰুণ গোস্বামী









শ্ৰীভূমি পাবলিচিং কোম্পানী

কলিকতা ৭০০ ০০৯




KALANTARAR KATHAKATA

Editor

Imran Sha

Arun Goswami

First Published February 1978

PRICE 15.00

প্রথম প্রকাশ

ফাল্গুন, ১৮৯৯ শক

প্রকাশক

অরুণ কুমার পুরকায়স্থ

শ্রীভূমি পাবলিশিং কোম্পানী

৭৯, মহাত্মা গান্ধী রোড

কলিকাতা ৭০০০০৯

মুদ্রাকর

শ্রীদুর্গাপদ ঘোষ

শ্রীঅরবিন্দ প্রেস

১৬, হেমেন্দ্র সেন স্ট্রীট

কলিকাতা ৭০০০০৬

প্রচ্ছদ/অলংকরণ

চারু খান

মূল্য : ১৫·০০






# সংকলকদ্বয়ৰ টোকা

“অসমীয়া গল্পত কেৱল প্ৰেমৰ পেনপেনমি—” এই বদনামৰ শিপা উচ্ছেদ কৰিছে এই গল্প সংকলনৰ গল্পই।

সংকলনটো যুগুত কৰোঁতে আমি এটা বিশেষ দিশলৈ চকু মেলিছিলোঁ। কিন্তু অনিবাৰ্য্য কাৰণবশতঃ মাজে মাজে আমি চকু জপাই দিবলগীয়া হৈছে।

ইয়াত ঠাই দিয়া নতুন গল্পখিনিৰ কথা বাদ দি পুৰণা গল্পখিনিৰ প্ৰায় সকলোবোৰেই লেখক-লেখিকাসকলৰ স্ব নিৰ্ব্বাচিত। ঠিকনাৰ অভাৱত যি কেইজন লেখক-লেখিকাৰ পৰা আগতীয়া অনুমতি আনিব নোৱাৰিলোঁ তেখেতসকলৰ ওচৰত আমাৰ সাহিত্যিক ভ্ৰাতৃত্বৰ দাবী ৰাখিলোঁ।

সকলোবোৰ গল্পই ১৯৬১ চনৰ পৰা ১৯৭৫ চনৰ ভিতৰত ৰচিত। আমাৰ নিৰ্ব্বাচিত লেখকৰ ভিতৰত কেইজনমান লেখকৰ গল্প অনিবাৰ্য্য কাৰণত ইয়াত সন্নিবিষ্ট কৰিব পৰা নগ'ল।

সংকলনটো প্ৰকাশ কৰোঁতে প্ৰকাশকৰ বাহিৰেও কেইবাগৰাকী সাহিত্যপ্ৰেমীয়ে আমাক সহায় কৰিছে। মাত্ৰ প্ৰকাশৰ লৌকিকতা কৰি তেখেতসকলক লঘু কৰাৰ আমাৰ সাহস নাই যদিও তেখেত সকলৰ ওচৰত আমি কৃতজ্ঞ।

সংকলনটোৰ ক্ষেত্ৰত সহৃদয় পাঠক-পাঠিকা আৰু সমালোচক সকলৰ গঠনমূলক মতামতেই হ'ব পৰৱৰ্তী যাত্ৰাৰ মূলধন

ইমৰান শ্বাহ

অৰুণ গোস্বামী



# সূচীপত্ৰ





# মাটিৰ পৰা অসমীয়া চুটিগল্পৰ এটি বিশিষ্ট ধাৰা

* * * * * * * * * * *

—অজিতকুমাৰ গোস্বামী

যি সাহিত্যই সমাজৰ দ্বন্দ্বসমূহ প্ৰকাশ কৰে, সেই সাহিত্যই কেৱল সেই সময়তেই নহয়, পৰৱৰ্তী কালতো আদৰণি পায়। 'ৰামায়ণ', 'মহাভাৰত'ৰ দৰে মহাকাব্যত জীৱনৰ যি সৰ্ব্বাত্মক ব্যাপ্তিৰ প্ৰকাশ ঘটিছে তাৰ মাজতো দ্বন্দ্বসমূহ চকুত পৰে। সততাৰে জীৱনৰ বিস্তাৰ আৰু গভীৰতাক চাইছে আৰু দেখিছে বাবেই কবিয়ে দ্বন্দ্বসমূহ ঢাকি পেলোৱাৰ চেষ্টা কৰা নাই। এই দ্বন্দ্বসমূহ স্পষ্ট কৰা সাহিত্যইহে বিকাশৰ গতি আৰু দিশ দেখুৱায়। লেখকজনৰ মনত যদি কোনো এক বিশেষ মতাদৰ্শই ক্ৰিয়া নকৰে তেনেহলে তেওঁ জীৱনটো চাবলৈ নিশিকে, ফলত স্থায়ী সাহিত্যও সৃষ্টি কৰিব নোৱাৰে। যুগজয়ী সাহিত্যসমূহলৈ লক্ষ্য কৰিলেই দেখা যাব যে সেই বোৰত সেই সময়ৰ দ্বন্দ্বসমূহৰ বিকাশমুখী দ্বন্দ্বই প্ৰাধান্য লভিছে। মতাদৰ্শৰ ব্যাখ্যা সমালোচক লুকাছে স্পষ্টভাবে দিছে—"A writer's ideology is merely a synthesis of the totality of his experiences on a certain level of abstraction The significance of ideology, is that it provides the possibility of viewing the contradiction of life in a fruitful ordered context—the basis for feeling and thinking well and thus for writing well" যি সকল লেখক-লেখিকাই সামাজিক অৱস্থা তথা বিকাশৰ কাৰণে প্ৰয়োজনীয় মতাদৰ্শক অস্বীকাৰ কৰিবলৈ বিচাৰে তেওঁলোকে নিজ সৃষ্টিত কিছুদূৰ আগবঢ়াৰ পাছতেই তেওঁলোকৰ দৃষ্টিভঙ্গী সমাজৰ পৰা বিচ্ছিন্ন হয়। ফলত তেওঁলোকৰ অভিজ্ঞতাৰ প্ৰসাৰ নঘটে। সেয়ে, এটা সময়ত তেওঁলোকৰ কলম স্তব্ধ হৈ যাবলৈ বাধ্য হয়।

সমাজৰ উপকাৰৰ প্ৰতি লেখকসকল দায়বদ্ধ নহ'লে তেওঁলোকে সমাজৰ পৰা প্ৰেৰণা আহৰণ কৰিব নোৱাৰে। ফলত আত্মকেন্দ্ৰিক প্ৰেৰণাই বেচি দিনলৈ শক্তি যোগাব নোৱাৰে। আনহাতে পশ্চিমীয়া সাহিত্যৰ ভাৱধাৰাক নকল কৰি আমাৰ সাহিত্য সৃষ্টি কৰিবলৈ যাওঁতে সমাজ বাস্তৱতাৰ পৰা সেই সকল লেখক আঁতৰি পৰিবলৈ বাধ্য হয়। সেয়ে তেওঁলোকৰ ৰচনা অবাস্তৱ হ'বলৈ বাধ্য।

অসমীয়া সাহিত্যত জোনাকী যুগতেই আৰম্ভ হোৱা, ইংৰাজী সাহিত্যৰ প্ৰভাৱত হোৱা ব্যক্তিকেন্দ্ৰিক ৰোমাণ্টিক ভাৱধাৰাই চতুৰ্থ দশকলৈকে ক্ৰিয়া কৰি থাকিল। কিন্তু সেই দশকৰ শেষত হোৱা দ্বিতীয় বিশ্বযুদ্ধ আৰু '৪২ ত হোৱা ভাৰতীয় গণ-জাগৰণে ভাৰতীয়ৰ মনত বহুতো মূল্যবোধৰ সলনি ঘটায়। ব্যক্তিমুখী আবেগ অনুভূতিৰ সলনি তেতিয়াৰে সমাজমুখী হ'বলৈ পায়। হলেও সপ্তম দশকৰ মাজভাগলৈকে দেখা যায় যে অসমীয়া সাহিত্যিকৰ বহুসংখ্যকৰ মনত ব্যক্তিকেন্দ্ৰিক ৰোমাণ্টিক ভাৱধাৰাই বাৰেবাৰে ক্ৰিয়া কৰি থাকিলে। পশ্চিমীয়া কবি লেখকসকলৰ মনত এই ভাৱৰ জন্ম হৈছিল ব্যক্তিস্বাতন্ত্ৰ্যবাদৰ ওপৰত প্ৰতিষ্ঠিত পুঁজিবাদী সমাজত। কিন্তু অসমীয়া লেখকসকলৰ কাৰণে সামাজিক অৱস্থা তেনে হ'বলৈ নোযোৱাকৈয়ে তেওঁলোকে পশ্চিমৰ আধুনিক লেখকসকলৰ প্ৰভাৱত ৰোমাণ্টিক ভাবাদৰ্শৰ সাহিত্য সৃষ্টি কৰিবলৈ চেষ্টা কৰাৰ কাৰণেই সৰহ সংখ্যকেই হৈ পৰিল ক্লান্ত, নিৰাশাবাদী আৰু হতাশাপূৰ্ণ। ইয়াৰোপৰি অসমৰ দুৰ্বল মধ্যবিত্ত শ্ৰেণীৰ হা-হুতাশ আৰু বিষাদময় মানসিকতাৰ প্ৰভাৱ অসমীয়া সাহিত্যৰ ওপৰত নিশ্চয় পৰিছিল। এই নিৰাশাবাদী প্ৰেমৰ চিত্ৰই সপ্তম দশকৰ আৰম্ভণিত প্ৰকাশ পালে হুমৰান শাহ (নকল হীৰা) আদিৰ কলমত। তেওঁলোকে প্ৰেমক দৰে একান্ত ব্যক্তিগত বিষয় এটাৰ লগতো যে অতি নিবিড় ভাবে সামাজিক প্ৰশ্ন লগ লাগি আছে সেয়াও দেখা নাপালে। লক্ষ্য কৰিবলগীয়া বিষয় হ'ল যে সংখ্যাৰ ফালৰ পৰা বিচাৰ কৰিলে দেখা যাব যে ৰোমাণ্টিক ধাৰণাৰ এই প্ৰেমৰ চিত্ৰৰ ক্ষেত্ৰত লেখিকাৰ সংখ্যাই অত্যন্ত বেছি। এইটো কলে হয়তো মিছা কোৱা নহ'ব যে সেই সময়ৰ লেখিকাৰ সৰহ সংখ্যকৰে কলমত এনে চিত্ৰ প্ৰকাশ পালে। তাৰে ভিতৰত নীলিমা শৰ্মা (ধূলি-ধূসৰিলা), স্নেহ দেৱী (দিবাস্বপ্ন), অণিমা ভৰালী (জীৱন অলকানন্দা) আদিকেই উদাহৰণ স্বৰূপে আগবঢ়াব পাৰি। সেই সময়ত অসমৰ মধ্যবিত্ত শ্ৰেণীৰ চাকৰিজীৱি আৰু ইংৰাজী শিক্ষাৰে শিক্ষিত একাংশ ডেকা আৰু গাভৰুৱে পৰস্পৰৰ সংস্পৰ্শলৈ অহাৰ সুবিধা কিছু পাইছিল যদিও সামন্তযুগীয় প্ৰভাৱে তেতিয়াও ক্ৰিয়া কৰি

থকাৰ কাৰণে তেখেতসকলৰ ব্যক্তিগত প্ৰেমৰ দৃষ্টতো নিৰাশা, হতাশা, নিৰানন্দইহে দেখা দিলে। সেই দৃষ্টিত প্ৰেমৰ কাহিনীয়ে একান্ত ব্যক্তিগত সমস্যাৰহে ৰূপ পালে। কিন্তু এই সমস্যাও আমি ২০।২৫ বছৰৰ আগতেই সামাজিক সমস্যাৰ ৰূপতেই পাইছিলো লক্ষ্মীধৰ শৰ্মাৰ (বিদ্ৰোহিনী) লিখনীৰ পৰা। যি সকলে জীৱন আৰু সমাজৰ উৎপাদন প্ৰক্ৰিয়াৰ লগত পোনপটীয়া ভাবে জড়িত নহয়, তেখেতসকলৰ চিন্তা ধাৰাটোৱে আৰ্থিক সমস্যা তথা অন্যান্য সামাজিক সমস্যা নগাটোটোৱেই স্বাভাৱিক। বৰং ইংৰাজী সাহিত্যৰ সংস্পৰ্শলৈ অহাৰ কাৰণে আৰু মূলতঃ চহৰাঞ্চলত সামন্তবাদী ভাবাদৰ্শ কিছু দুৰ্বল হৈ অহাৰ কাৰণে ৰোমান্তিক প্ৰেমৰ ধাৰাইহে তেখেতসকলৰ মগজুত ক্ৰিয়া কৰিবলৈ ধৰিলে। তদুপৰি, এইসকল লেখক লেখিকাৰ সৰহ সংখ্যকেই এহাতে চাকৰিজীৱি আনহাতে সাহিত্যপ্ৰেমী হোৱাৰ কাৰণে তেখেতসকলে বৰ্ণনা কৰা সমস্যাৰ ভিতৰত সমাজ-ব্যৱস্থাৰ পৰিচালনাৰ ত্ৰুটিৰ কথা উহ্য থাকি গ'ল, ব্যক্তিগত সমস্যা প্ৰেমৰ সমস্যায়ো একান্ত ব্যক্তিগত সমস্যাৰ ৰূপতে থাকিল। কিন্তু বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যই (মনু আৰু বাৎসায়ন) ডেকা গাভৰুৰ এনে পাতলিয়া "বাৎসায়নিক" প্ৰেমৰ ঘটনা দেখি শিহৰি উঠিছু আৰু পিচৰ চামক যেন মনুৱে দেখুৱাই যোৱা নাৰী পুৰুষৰ সম্পৰ্কলৈ আহ্বান জনাইছে। মনুৰ পথ-নিৰ্দেশনাত কিন্তু নাৰীক পুৰুষৰ সেৱাদাসী হিচাবেহে দেখুৱা হয়: তেওঁৰ চিন্তাত নাৰীৰ কোনো স্বকীয় স্বাধীন বিকাশৰ অৱকাশ নাই। শ্ৰীভট্টৰ মাত্ৰ ভাৰতীয় পুৰণি ঐতিহ্যৰ প্ৰতিহে মোহ প্ৰকাশ পালে। কিন্তু নাৰীক পুৰুষৰ সহযাত্ৰী সহকৰ্মী হিচাবে দেখাৰ আশাহে প্ৰকাশ নাপালে—ফলত চিন্তা হৈ ৰ'ল অবৈজ্ঞানিক। "সাধাৰণ মানুহ" বুলি আখ্যা পোৱা শিৰোভাসকলৰ লাজ আদি নিবাৰণৰ ক্ষেত্ৰতো তেওঁলোকক অৰ্থনৈতিক অৱস্থাইহে নিয়ন্ত্ৰণ কৰে, সেইটো হোমেন বৰগোহাই (স্বাধীনতাৰ শত্ৰু) আদিৰ চকুত ধৰা নপৰিছিল। সেয়েহে সাধাৰণ মানুহ খিনিতকৈ কিঞ্চিত সচ্ছল অৱস্থাৰ ভাবাঘৰত থকা লোকজনে সিহঁতৰ অৰ্দ্ধউন্মুক্ত দেহটোলৈ চাই থকাৰ কাৰণে "স্বাধীনতাৰ শত্ৰু"ৰ নায়ক আৰু পৰিবাৰৰ থকা-খুন্দা লাগে। প্ৰকাশভঙ্গী এলবাৰ্টো মোৰাভিয়াৰ দৰে। এনে গল্পই প্ৰমাণ কৰে যে সেই সময়ছোৱাৰ বহু সংখ্যক লেখকেই অৰ্থনৈতিক দিশত সমস্যাৰ বিশ্লেষণৰ চেষ্টা নকৰিলে, ফলত ধনতান্ত্ৰিক ভাবাদৰ্শ কিম্বা সামন্তযুগীয় ঐতিহ্য প্ৰেমৰ প্ৰভাৱত থাকি গ'ল। তদুপৰি তেখেতসকলৰ একাংশই সুন্দৰ আৰু মঙ্গলক পৃথকভাবে চাই প্ৰথমটোকেই প্ৰাধান্য দিলে। অন্য অংশই মনোবিশ্লেষণৰ ওপৰত গুৰুত্ব

দিলে। নিৰোদ চৌধুৰীৰ ( কোমল গান্ধাৰ ) কলমত ডেকা গাভৰুৰ সেই যৌন আচৰণৰ কাহিনীয়ে প্ৰকাশ পালে। মনোবিশ্লেষণৰ স্পৃহাটো প্ৰকাশ পালে চৈয়দ আবদুল মালিক ( ঢাকনি ) আদিৰ মাজেদি। ভবেন্দ্ৰনাথ শইকীয়া ( সেন্দুৰ ) আদিৰো সামাজিক কোনো দায়বদ্ধতা নথকাৰ কাৰণেই তেওঁলোকে প্ৰতিষ্ঠিত সমাজখনৰ সামাজিক দ্বন্দ্বৰ সলনি মানসিক দ্বন্দ্বৰ বিশ্লেষণত গুৰুত্ব দিলে। লক্ষ্য কৰিবলগীয়া বিষয় যে আমাৰ আলোচ্য সময়লৈকে শ্ৰীশইকীয়াই ঘটনাৰ ওপৰে ওপৰে দেখা বাহ্যিক ৰূপ অঙ্কণতে ব্যস্ত থাকিল। কোনো এটা ঘটনাত কি হৈছে সেয়া তেখেতে অঙ্কণ কৰে কিন্তু কিয় এনে হৈছে সেইটো বিশ্লেষণ কৰিবলৈ ঘটনাৰ ভিতৰলৈ নোসোমোৱাৰ কাৰণে ব্যহ্যিক ৰূপ অঙ্কণতে ব্যস্ত থাকে। '৬৪ ত লেখা গল্প "সন্ধ্যা তৰা' আৰু '৬৭ৰ "অসুৰ" তো তেখেতৰ দৃষ্টিভঙ্গীৰ কোনো পৰিবৰ্ত্তন দেখা নগ'ল। সেয়েহে সাধাৰণ মানুহখিনিৰ প্ৰতি কেতিয়াবা তেখেতৰ দুখ প্ৰকাশ পালেও পাঠকক কিন্তু তেখেতে ভাবৰ গভীৰত লব নোৱাৰে। সমাজ ব্যৱস্থাৰ বাহ্যিক ৰূপ অবলোকনতে পাঠকক ব্যস্ত ৰাখে। সেয়েহে সমাজ ব্যৱস্থাৰ সলনি কৰাৰ প্ৰতিশ্ৰুতিও প্ৰকাশ কৰিব নোৱাৰে। লক্ষ্য কৰা যায় যে তেখেতে লেখকৰ এইৰূপ দায়বদ্ধতাকো কিবা "চৌকিদাৰী' কৰাৰ আখ্যাহে দিব খোজে। অৱশ্যে আলোচ্য দশকৰ আৰম্ভণিতে লক্ষ্মীনন্দন বৰা ( পেমদা পোহাৰী ), পদ্ম বৰকটকী ( বজাৰ ) আদি খুউব কম সংখ্যকৰ গল্পত প্ৰেমৰ ৰোমাণ্টিক ধাৰাৰ পৰিবৰ্তে সামাজিক সংকট প্ৰকাশিত হল। তেনে হোৱাত বিষয় বস্তুহে সলনি হ'ল, কোনো সামাজিক দায়বদ্ধতা প্ৰকাশ নাপালে। শ্ৰীবৰাৰ "পেমদা পোহাৰী" ত কেনেকৈ এজনী পোহাৰীৰ জীৱন, বৃটিছ শাসনৰ আগৰ আৰু পিছৰ পুলিছে কেনেকৈ চলিত অৰ্থত নষ্ট কৰি থৈছিল সেয়া প্ৰকাশ কৰিলে, কিন্তু তাইৰ তেনে অৱস্থাৰ কাৰণে কোন শ্ৰেণীৰ লোক দায়ী সেয়াহে স্পষ্ট নহ'ল। শ্ৰীবৰকটকীয়ে "বজাৰ"ত অভাৱী বাইজৰ দুখৰ চিত্ৰ প্ৰকাশ কৰিছিলে যদিও শোষক আৰু শোষিতৰ শ্ৰেণী বিশ্লেষণহে স্পষ্ট কৰিব নোৱাৰিলে। চাউলৰ বেপাৰী আৰু ক্ৰেতাৰ প্ৰতি সমানেই দুখ প্ৰকাশ কৰি পাঠকৰ চকুত শ্ৰেণীচৰিত্ৰ স্পষ্ট কৰিব নোৱাৰিলে। গতিকে এই অভাৱৰ কাৰণে দোষনো কাৰ ? কোনোবা অদৃশ্য শক্তিৰ নেকি ? তেখেতসকলে সমাজত যে কিবা এটা দুৰৱস্থা হৈছে সেয়া দেখা পাইছে কিন্তু কিয় হৈছে বা দায়ী কোন তালৈ আঙুলিয়াব নোৱাৰিলে। অৱশ্যে খুব কম সংখ্যকৰ কলমত সমাজ সচেতনতাই তেতিয়াই দেখা দিছিল। ছাইদুল ইছলামৰ "ৰাতিৰ ৰুহ'ৰ নায়ক এসময়ত স্বাধীনতা যুঁজৰ কৰ্মী

আছিল। সমাজৰ বৰ্ত্তমান দুৰৱস্থা দেখি তেখেতে আত্মহত্যা কৰাৰ আগতে কৈছে : "যি স্বাধীনতাৰ বাবে আমি ইমানবোৰ মানুহে অতখিনি নিৰ্য্যাতন ভুগিলো সেই স্বাধীনতা আমি এতিয়াও পোৱা নাই।" অৱশ্যে নায়কৰ এই আত্মহত্যাত লেখকে মন্তব্য কৰিছে : "তেখেতৰ প্ৰতি সম্পূৰ্ণ সহানুভূতি আৰু শ্ৰদ্ধা জনাই এইকথা নোকোৱাকৈ থাকিব নোৱাৰো যে জীৱনৰ পৰা এনেদৰে পলাই তেখেতে মাৰাত্মক ভুল কৰিলে।" এই কেইজন লেখকে তৎকালীন বাস্তৱৰ ছবি আঁকিছে হয়। কিন্তু সমাজত সক্ৰিয় হৈ থকা দ্বন্দ্বৰ বিষয়ে সচেতন নোহোৱাৰ বাবেই বাস্তৱৰ স্বৰূপ দেখা নাই আৰু দেখুৱাব পৰা নাই।

সপ্তম দশকৰ মাজভাগমানৰ পৰা অসমৰ জনসাধাৰণৰ বাবে অৰ্থনৈতিক সংকট অধিক তীব্ৰ হৈ পৰিল। তাৰ চাপে মধ্যবিত্তীয় সকলকো বাৰুকৈয়ে কোবালে। ফলত মধ্যবিত্ত শ্ৰেণীৰ পৰা অহা গল্প-লেখকসকলৰ কিছু সংখ্যকৰ কলমত ই প্ৰতিফলিত হ'ল। আগৰ সেই ৰোমান্তিক প্ৰেমৰ দৃশ্যৰ কল্পনা একেবাৰেই কমি আহিল। অৱশ্যে অণিমা ভৰালীয়ে ( মৃন্ময় মমতা ) এগৰাকী বিবাহিতা নাৰীৰ প্ৰতি সম্বন্ধীয়া দেওৰেকৰ "দুৰ্বলতা" প্ৰতিফলিত কৰিলে। মামণি গোস্বামীয়ে "ইস্কাপনৰ মেম"ত কেনেকৈ এটা শ্ৰেণীৰ লোকে দেহৰ সৌন্দৰ্য্য অতি যত্নেৰে বঢাবলৈ চেষ্টা কৰা স্বত্বেও স্বাভাৱিক সৌন্দৰ্য্যৰ পৰা বঞ্চিত হয় আৰু আনহাতে ফেৰিৱালাৰ জীয়েক এজনী অতীব সৌন্দৰ্য্যৰ অধিকাৰী হৈয়ো "গলিত" ৰোগত ভোগে তাৰ চিত্ৰ আঁকিবলৈ গৈছে। ফলত গল্পটোৰ সামগ্ৰিক প্ৰভাৱ এনে হয়গৈ, যেন স্বাভাৱিক সৌন্দৰ্য্যৰ অধিকাৰী হোৱাটোও কোনোবা অদৃশ্য শক্তিৰ প্ৰভাৱতহে হয়। চহৰীয়া মধ্যবিত্ত শ্ৰেণীৰ এটা অংশৰ তিৰোতাসকলে কেনেকৈ পুৰুষৰ যৌন-ভোগৰ সামগ্ৰী হৈ আছে বা সেইসকল তিৰোতায়ো সুবিধা দিছে, তাকেহে প্ৰকাশ পালে মেদিনী চৌধুৰীৰ কলমত ( বেশ্যা )। পাঠকৰ মনটো পিৰপিৰাই যোৱা এই গল্পত কিন্তু অবাধ অৱসৰৰ মাজত, অধিক আৰ্থিক স্বচ্ছলতাত যে নাৰী নিষ্কৰ্মা পৰজীৱি—পৰাধীন হবলৈ বাধ্য তাৰ ইঙ্গিতহে গল্পটোত প্ৰকাশ নাপালে। ফলত এই অৱস্থাৰ পৰিবৰ্ত্তনৰো কোনো সঙ্কেত দিয়া নহ'ল। পৰিবৰ্ত্তনৰ দ্বাৰা মানুহৰ সামাজিক উপকাৰৰ চিত্ৰ প্ৰকাশ কৰাতো বাদেই, কোনো চৰকাৰে সকলো বস্তুকেই সামাজিকীকৰণ কৰাটোক "চুলতানসকলে অহং ভাবটো চৰিতাৰ্থ কৰিবলৈকে এজনী এজনী ছোৱালী সংগ্ৰহ কৰি হেৰেম" বনোৱাৰ লগতহে তুলনা কৰিবলৈ চেষ্টা কৰিলে সৌৰভ কুমাৰ চলিহাই ( বিলি )। কিন্তু সপ্তম দশকৰ মাজভাগৰ পৰা কিছু সংখ্যক লেখকৰ কলমত জীৱন নিৰ্বাহৰ

অন্যান্য সমস্যাই ঠাই লয়। নিম্ন মধ্যবিত্তীয় এহাল দম্পতীয়ে কেনেকৈ ইজনে সিজনক প্ৰকাশ নকৰাকৈয়ে প্ৰকৃততে দুয়োজনেই অন্যলোকৰ ঘৰৰ পৰা অহা এজনী কুকুৰাই তেওঁলোকৰ ঘৰত কণী পাৰি থৈ যোৱাটো "মনে মনে" আশা কৰে তাকে স্নেহ দেবীয়ে প্ৰকাশ কৰিলে। সেই সময়ৰ কিছু সংখ্যক লেখক লেখিকাৰ গল্পৰ কাহিনীত লাহে লাহে ব্যক্তিগত আবেগ-অনুভূতিৰ সমস্যাৰ পৰিবৰ্ত্তে সামাজিক সমস্যাই ঠাই ল'লেও সামাজিক দৃষ্টিভঙ্গী কিন্তু তেতিয়াও সবহ ক্ষেত্ৰত অস্বচ্ছ হৈ ৰ'ল। ৰাইজৰ তথাকথিত প্ৰতিনিধিসকলে কেনেকৈ মুখেৰে ৰাইজৰ প্ৰতি শ্ৰদ্ধা প্ৰকাশ কৰিও কাৰ্য্যতঃ কেনেকৈ অৱহেলা, অশ্ৰদ্ধা কৰে, তাকেই প্ৰকাশ কৰিলে নিৰোদ চৌধুৰীয়ে "এজন মন্ত্ৰী আৰু চায়ৰাবামুত।" এইসকল প্ৰতিনিধি কোন শ্ৰেণীৰ প্ৰতিনিধি তাৰহে কোনো ইঙ্গিত নোলাল। বিশেষ কিছুমান পৰিয়ালৰ চলি অহা বংশানুক্ৰমিক আভিজাত্য কেনেকৈ ধ্বংস হব ধৰিছে তাকেই প্ৰকাশ কৰিলে নগেন শইকীয়াই তেওঁৰ "দোলা" ত। কিন্তু এই পৰিবৰ্ত্তনবোৰৰ লগত সামাজিক অগ্ৰগতিৰ সম্পৰ্ক কি সেইটোহে গল্পটোত অনুপস্থিত। সমাজত হোৱা বিশৃংখলতাৰ সমাধানৰ কাৰণে লক্ষ্মীনন্দন বৰাই (অথ পৰীক্ষা ঘটিত) বিপ্লৱৰ আহ্বান দিয়াইছে সন্ন্যাসী দুজনমানৰ মুখেদি। দেশৰ অৱস্থাৰ প্ৰতি ইমান অসন্তুষ্টি প্ৰকাশ কৰিও লেখকে কিয় অৱস্থা পৰিবৰ্ত্তনৰ কাৰণে সন্ন্যাসীসকলৰ আশ্ৰমত আশ্ৰয় লব লগা হ'ল? সন্ন্যাসীসকল দেখোন নিজেই সংসাৰ বিমুখ। গৰ্ভৱতী 'তৰ,' শিশুক শৰণ দি ফুৰা 'প্ৰভু' আৰু মেবুৰাৰ মাছৰ প্ৰতি হোৱা আকৰ্ষণ আচলতে 'লোভ' নে 'প্ৰনাটন' সেয়া বিচ্ছু হাজৰিকাই (অনাটন) থিৰেই কৰিব পৰা নাই। পৰ-নিৰ্ভৰশীল বয়মণা জাতীয় প্ৰভুৰ সেয়া যে লোভহে তাকেই ঠিক ধৰিব নোৱাৰাৰ কাৰণেই প্ৰভুক বুজিবও নোৱাৰিলে। সমাজৰ কিছুমান তথাকথিত নায়কে কেৱলমাত্ৰ চছিয়েলিজিমৰ বাণী ভাটো চৰাইৰ দৰে আওঁৰাই দেশৰ জ্ঞানী-বিজ্ঞানীক অৱহেলা কৰিছে, তাৰেই দুখ প্ৰকাশ কৰিলে হোমেন বৰগোঁহাঞিয়ে তেখেতৰ "আমাৰ যুগৰ নায়ক" ত। নিম্ন মধ্যবিত্তীয় যুৱকৰ অসহায়তা, দুৰৱস্থাৰ অতি অপূৰ্ব চিত্ৰ প্ৰকাশ কৰিলে অপূৰ্ব শৰ্মাই "হিম যুগৰ বসন্ত" ত। ডেকাচামৰ অসহায়তা আৰু হতাশা ইমান অন্তস্পৰ্শীকৈ প্ৰকাশ কৰাৰ পিছতো আগৰ সচেতন ডেকা কেইজনক "দি দি" নামৰ বেশ্যাৰ ঘৰত আশ্ৰয় লোৱাই শ্ৰীশৰ্মাই কিন্তু নিৰাশাবাদহে প্ৰকাশ কৰিলে। সেই সময়তেই ছাইদুল ইছলামে কিন্তু "এই ধৰণীত" "মানুহৰ মনৰ মুক্তিৰ আগজাননী" দুজনাকৈ থকা নাই। "চিন্তা জগতৰ এই মুক্তিৰ অৱশ্যম্ভাবী ফলস্বৰূপে যদি সাহিত্যত ন-ন বিষয় বস্তুৰ

আগমন হয়, লেখকসকলে যদি নতুন পথৰ সন্ধানেৰে সাহিত্য সৃষ্টি কৰিবলৈ প্ৰয়াস কৰে তেন্তে তেওঁলোকে উৎসাহ পোৱা উচিত।" দেশখনৰ সাধাৰণ ৰাইজৰ স্বপ্ন কেনেকৈ বিফলে যাব ধৰিছে সেয়া দেখা পাইছিলে বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই। এই অৱস্থাৰ পৰিবৰ্ত্তনৰ কাৰণে কোনোবা ওলাই অহাৰ "সংকেত" তেখেতে পাইছিল। কিন্তু সেই পৰিবৰ্ত্তন কোনে আনিব তাকেহে প্ৰকাশ কৰিব নোৱাৰিলে। মুঠতে দেখা গ'ল যে সেই সময়ৰ কিছু সংখ্যক লেখকৰ কলমত ৰোমান্তিক প্ৰেমৰ দৃশ্যৰ পৰিবৰ্তে বাস্তৱ সামাজিক সমস্যাই ঠাই ল'লে। কিন্তু সেই অৱস্থাৰ পৰিবৰ্ত্তনৰ কাৰণেহে তেওঁলোকৰ কলমত বিজ্ঞানসম্মত পথৰ প্ৰকাশ নহ'ল।

সপ্তম দশকৰ শেষ ভাগতো যি সকলৰ কলমত পূৰ্ব্বৰ সেই ৰোমান্তিক প্ৰেমৰ তথা সমাজৰ প্ৰতি অদায়বদ্ধ লেখনী প্ৰকাশ পালে, তেখেতসকলৰ কলমৰ গতি মন্থৰ হৈ আহিলে। বাস্তৱৰ পৰা পলাই "কালেজত পটি অহা কীটচৰ নাইটিংগল চৰাইৰ ৰাজ্যখনৰ 'গ্ৰীণ ডাৰ্কনেছ'ৰ কথা" ভৰাত ব্যস্ত থকাৰ কাৰণেই নিৰুপমা বৰগোহাঞি (ক্ষণিকা) আদিৰ কলম থমকি ৰবলৈ বাধ্য হয়। সেই সময়ত আমাৰ সমাজখনে কিছু ক্ষেত্ৰত সামন্তবাদী ভাবাদৰ্শৰ প্ৰভাৱৰ পৰা কিছু পৰিমাণে হলেও যিহেতু মুক্তি লভিছিল, সেয়েহে এচাম নাৰী পুৰুষৰ আধিপত্যৰ পৰা বহু পৰিমাণে ওলাই আহিছিল। তেওঁলোকৰ বহুতেই জীৱিকা নিৰ্বাহৰ কাৰণে চাকৰি-বাকৰি যোৱা আৰম্ভ কৰে। সেয়েহে কিছু পৰিমাণে হলেও আত্মনিভৰশীল হ'ব পৰাৰ কাৰণেই পুৰুষৰ মহীমতাপিৰ বিৰুদ্ধে বিদ্ৰোহ কৰি উঠিবলৈ সমৰ্থ হয়। নীলিমা শৰ্মাৰ (সহযোগ) নায়িকা কলেজৰ এচিছটেণ্ট লাইব্ৰেৰিয়ান চম্পাই গিৰিয়েক কৰুণৰ অন্য তিৰোতাৰ সৈতে যৌন সম্পৰ্ক দেখি বিদ্ৰোহ কৰি উঠিছে: "স্বামী যি পথেৰে যায় পত্নীও সেই বাটেৰেই যোৱা উচিত। আই মাষ্ট একজিষ্ট এজ ইউ (গিৰিয়েক) আৰ একজিষ্টিং।" কিন্তু স্বামী ব্যভিচাৰী হোৱাৰ কাৰণেই পত্নীও ব্যভিচাৰিণী হলে সমস্যাৰ প্ৰকৃত সমাধান হ'বনে? তথাপি দেখা গ'ল শ্ৰীশৰ্মাই পুৰুষৰ আধিপত্যৰ বিৰুদ্ধে থিয় দিছে। এই সময়ৰ কিছু গল্পকাৰে গল্পত বিশেষ এটা বক্তব্য দাঙি ধৰাৰ পৰিবৰ্তে গল্পৰ উপস্থাপনৰ ওপৰতহে গুৰুত্ব দিলে। সৌৰভ কুমাৰ চলিহাৰ "শুৱও নিদিয়ে" গল্পত দুটা পুৰুষ চৰিত্ৰৰ কোনটোৰ দুটা নাৰী চৰিত্ৰৰ কোনটোক ভাল পায় সেইকথা নিৰ্ণয় কৰাটোৱেই গল্পটোৰ সমস্যা। অত্যন্ত ব্যক্তিকেন্দ্ৰিক সমস্যা। গল্পৰ উপস্থাপনা দেখি ৰুচদেশীয় চিন্তাবিদ লুনাচাৰ্স্কি (Lunacharsky)ৰ দৰেই আমাৰো ভাবিবলৈ

মন গৈছে : "Finally, the third major sin against the above mentioned particular rule for the originality of form, is the "over originality" of form, where the emptiness of content is camouflaged by formal invention of ornamentation
আনহাতে অধিক সংখ্যকবে কলমত সামাজিক হাঁহাকাৰৰ চিত্ৰইহে প্ৰকাশ পালে। আৰ্থিক সমস্যাই চাৰিওফালৰ পৰা জুমুৰি দি থকা কন্দৰ্প কেৰাণীৰ পুতেকে বলোভদ্ৰ ঠিকাদাৰৰ ঘৰৰ পৰা পোতজে পুতলা ঘোঁৰা এটা চুৰকৈ অনাত ঠিকাদাৰৰ ঘৰে বলোভদ্ৰইতক কথা শুনায়। সেই দুখতে কন্দৰ্প কেৰাণীয়ে পুতলাটো কিনিবলৈ বজাৰলৈ গৈ তাৰ দাম শুনি নিকিনাকৈ উভতি আহি ঘৰত কান্দি পেলাইহি। নিম্ন মধ্যবিত্ত শ্ৰেণীৰ দৰিদ্ৰতাৰ চিত্ৰ গল্পটোত ফুটি উঠিছে সচা, কিন্তু সেই দৰিদ্ৰতাৰ সামাজিক বিশ্লেষণৰ কোনো আভাস গল্পটোত নাই। একেটা সুৰকে প্ৰকাশ পালে নিৰোদ চৌধুৰীৰ "এখন চিঠি : সম্পাদকলৈ" নামক গল্পত। ইয়াত দেখুৱা হৈছে কেনেকৈ গ্ৰাড কণ্ট্ৰোল অফিচৰ কেৰাণীজনে "টকা ইমান নোহোৱাই ভাল আছিল বুলি ক'ব পৰা হযগৈ"—"আটাইবোৰ দৰমহাৰ টকা নহয়" কাৰণে। অন্যহাতে খাদ্যবিভাগৰ অফিচত কাম কৰাজনে ভাৰা দিব নোৱাৰি এদিন ষ্টেচনৰ ৱেইটিং ৰুমত আশ্ৰয় লবলগীয়া হয়, সপৰিয়ালে। গল্পটোৰ জৰিয়তে শ্ৰীচৌধুৰীয়ে পাঠকৰ আবেগহে উথলাব খুজিছে। গল্পটো পঢ়ি এনেহে ধাৰণা হয় যেন এই অৱস্থাৰ কাৰণে খাদ্যবিভাগৰ কেৰাণীজনহে দায়ী। আনহাতে মধ্যবিত্তীয় লোকৰ হাঁহাকাৰৰ সুন্দৰ চিত্ৰ প্ৰকাশ পালে ছৈয়দ আবদুল মালিকৰ 'জপনা'ত। গল্পটো কিন্তু নিৰাশাবাদী। গল্পৰ প্ৰধান চৰিত্ৰৰ মুখেদি কোৱাইছে—"অভ্যুদয়ৰ সভাত নতুন সংস্কৃতিৰ বিষয়ে এটা বক্তৃতা দিম। বহুত মানুহে মোৰ বক্তৃতা শুনিব, বহুতে বুজি পাব। বহুতে একোকে বুজিবই নোৱাৰিব।" প্ৰত্যয়হীন, বিশ্বাসহীন চৰিত্ৰ এটা সৃষ্টি কৰাই যেন লেখকৰ উদ্দেশ্য। সামাজিক উপকাৰৰ সঙ্কল্প নাই কাৰণেই সেই গল্পতেই লেখকে সাহিত্যক কিবা পলায়নবাদৰহে আখ্যা দিছে : "যি এছকেপিজিমৰ মাজত কল্পনাই কলা-সাহিত্যৰ ৰূপ লয়, সেই পলায়নপৰতাও মই আয়ত্ত কৰিব পৰা নাই।" বেপাৰী কেইজনৰ বাহিৰে দেশৰ সকলো মানুহৰ গাতে চিন্তা আৰু কাৰ্য্যৰ বৈপৰীত্য দেখা পাইছে লক্ষ্মীনন্দন বৰাই "উপপথ"ত। দেশৰ দুৰৱস্থাৰ এই চিত্ৰ অন্তঃস্পৰ্শী। কিন্তু গল্পটো নিৰাশাবাদী। কোনো চৰিত্ৰৰ অন্তৰত পৰিবৰ্ত্তনৰ আশা প্ৰকাশ কৰা হোৱা নাই, সমাজৰ অৱস্থাৰ বৈজ্ঞানিক

বিশ্লেষণো প্ৰকাশ নাপালে। খেতিয়কৰ পৰা চৰকাৰে ধান সংগ্ৰহ কৰা চিত্ৰ প্ৰকাশ কৰিলে বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যই "প্লাষ্টিকৰ ফুল"ত। কিন্তু ধান সংগ্ৰহ কৰি চৰকাৰে ভালেই কৰিছে নে, খেতিয়কে বাধা দি ভাল কৰিছে সেয়াহে স্পষ্ট নহ'ল, কিন্তু " এই কলঙৰ পাৰতে সাতাশ পুৰুষ ধৰি বসতি কৰি পৈত্ৰিক ব্যৱসায় চলোৱা এটা সম্প্ৰদায়ৰ অন্নবস্ত্ৰৰ মূল সূঁতিটোকে এই জীয়া নৈখনৰ লগত ডিঙিত চেপি মাৰি পেলালে" কলংখন বন্ধ কৰি। এনে কৰাৰ ফলত হোৱা ৰাইজৰ দুৰৱস্থা স্পষ্টকৈ প্ৰকাশ কৰিলে মহিম বৰাই "এখন নদীৰ মৃত্যু"ত। শিক্ষকৰ আৰ্থিক দুৰৱস্থাৰ কাৰণেই স্কুলত ছাত্ৰক শিক্ষা দিব নোৱাৰাৰ দুৰৱস্থা আৰু ফলত ছাত্ৰ-ছাত্ৰী উদণ্ড হৈ পৰাৰ অপূৰ্ব চিত্ৰ প্ৰকাশ পালে অৰুণ গোস্বামীৰ "প্ৰতিযোগিতা"ত। আৰ্থিক অৱস্থাৰ কাৰণেই এনে হবলৈ পাইছে বুলি গল্পটোত স্পষ্ট প্ৰকাশ পাইছে।

সপ্তম দশকৰ শেষৰ পৰাহে সামাজিক চেতনা নথকা সুৰৰ ধ্বনি ক্ষীণ হৈ আহিল। লক্ষ্য কৰিব লগীয়া বিষয় যে যিসকল লেখকে সামাজিক দায়বদ্ধতাক অস্বীকাৰ কৰে, ব্যক্তিগত ভাৱে সেই সকলৰ কলমো হৈ আহিছে মন্থৰ। সংখ্যাৰ বিচাৰত কমি আহিলেও সেই সামাজিক অদায়বদ্ধতাৰ সুৰেহ প্ৰকাশ পালে কুমুদ গোস্বামী আদিৰ কলমত। স্বাধীনতা যুঁজৰ প্ৰকৃত যুজাৰু এজনে কেনেকৈ স্বীকৃতি নাপালে তাকেই তেওঁ প্ৰকাশ কৰিলে "যুঁজাৰু'ত। শ্ৰীগোস্বামীৰ এই গল্পই কিন্তু গৰ্কীৰ এষাৰ কথা মনলৈ আনে: "মানুহে কেনেকৈ জীৱন যাপন কৰিছে সেইটো নহয়, মই জানিব খুজিছো মানুহে কেনেকৈ জীৱন যাপন কৰা উচিত।" অৰ্থাৎ সাতোলাই ( গল্পটোৰ নায়ক ) আন্দোলন কৰি মেডেল নাপাই স্বীকৃতি নোপোৱাটোৰ চিত্ৰ অঙ্কণ কৰাটো ডাঙৰ কথা নহয়। নাপাবলগীয়া মানুহ এজনে পোৱাৰ ইঙ্গিত দিয়া হলেই সাতোলাই কিয় নাপালে ওলাই পাৰিলেহেঁতেন। দৈৱাৎ অসাৱধানতাতহে সাতোলাৰ নামটো তালিকাৰ পৰা থাকি গ'লনে নাপাবলগীয়া মানুহে সেই সুবিধা লোৱাৰ কাৰণে তেওঁ সেই সন্মানৰ পৰা বঞ্চিত হ'ল, তাকেহ সুন্দৰভাবে প্ৰকাশ কৰিব পাৰিলেহেঁতেন। যি সকল লেখকৰ কবলৈ যেতিয়া কোনো এটা সবল বিষয় নাথাকে, প্ৰায় শূন্য এটাক আশ্ৰয় কৰি কলম চলাবলৈ যাওঁতে তেখেতসকলে কলমেৰে নানান বং বিৰঙৰ ভাব সৃষ্টি কৰিব লগা হয়—যিটো সাধাৰণ পাঠকৰ কাৰণে অবোধ্য কিবা এটা হৈ পৰে। সৌৰভ কুমাৰ চলিহাই সপ্তম দশকৰ আগভাগত লেখা গল্প "ধকৰা ঘটনা"ত —"আমি আলাগতিয়াল বস্তু কিছুমান কঢ়িয়াই" সুকুৰি প্ৰয়োজনীয় নিম্নতম বস্তু-

থিনিবে এই সংসাৰত সুখেৰে থাকিব পাৰো, এই বক্তব্য প্ৰকাশ কৰিবলৈ গৈছিল কাৰণেই তুলনামূলকভাবে পাঠকে সহজে গ্ৰহণ কৰিব পৰা ৰূপত গল্পটো প্ৰকাশ কৰিব পাৰিছিল। কিন্তু অষ্টম দশকৰ আৰম্ভণিত লিখা অনুৰাধা শৰ্মাৰ গল্প "বেথাখন"ত বেথাখনৰ জীৱন কাহিনী কবলৈ যোৱাৰ কাৰণে সাধাৰণ পাঠকে গল্পৰ বক্তব্য বিচাৰিবলৈ নিকিনা গোলামৰ দৰে গোলামি কৰিব লগীয়া হয়। আনকি বিজ্ঞানৰ জয়যাত্ৰাই কলা সৌন্দৰ্য্যক ধ্বংস কৰিছে বুলি পৰোক্ষভাবে কবলৈ গৈ অত্যন্ত প্ৰতিক্ৰিয়াশীল বক্তব্য এটাও গল্পটোত (?) প্ৰকাশ কৰিলে। তদুপৰি শ্ৰীচলিহাই মাত্ৰ বোধহয় এচাম বিদ্বানৰ (elite) কাৰণহে গল্প লিখে, আনকি ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ দৰে সমালোচকৰ ভাষাতো—"সৌৰভ চলিহাৰ গল্প বুদ্ধি নিষ্ঠাৰ পৰিচায়ক, ফলত সাধাৰণ পাঠকৰ পক্ষে তেওঁৰ গল্পৰ ৰসাস্বাদন কৰা কঠিন।" লক্ষ্য কৰা যায় যে শীলভদ্ৰয়ো অষ্টম দশকৰ আগভাগত লিখা গল্প "আৰক্ষক"ত একান্ত ব্যক্তিকেন্দ্ৰিক কাহিনী প্ৰকাশ কৰিলেও এই দশকৰ মাজভাগলৈ তেখেতৰ কলমত সমাজ সচেতনাহে প্ৰকাশ পালে: "যাৰ নাই তাৰ পানীত হাঁহ নচৰা অৱস্থা হ'ল। এই মদনতৰ অৱস্থা আগৰ পৰাই ভাল আছিল কাৰণে সি দেশৰ এই অৱস্থাতো লাখ টকা খৰছ কৰি নতুনকৈ দালান বান্ধি আছে। এই বনবাসে কোনো প্ৰকাৰে খাই পিন্ধি আছিল। এতিয়া সি বাটৰ ভিকহু হ'ল।" (অপৰাজেয়)

আমাৰ সমাজৰ নিষ্পেষিত অংশৰ প্ৰতিনিধি লেখিকা কেইগৰাকীৰ মনৰ পৰাহে সামন্তবাদী চিন্তাৰ প্ৰভাৱ তেতিয়াও কিঞ্চিতহে আঁতৰিছে। জীৱনত নিশ্চিত ভাবে থিবাং কৰা পথতো আগবাঢ়বলৈ সাহস গোটাব পৰাই নাই, জীৱনৰ পৰা পলাইছেহে। পূৰবী তামুলীৰ (এজন পৰাজিত সৈনিকৰ কথা) নায়িকাই জীৱনত বিচৰা ধৰণৰ পুৰুষ সঙ্গীক (স্বামীক) নাপাই আত্মহত্যাহে কৰিছে। আমাৰ সমাজ ব্যৱস্থাত নাৰী যে জীৱন নিৰ্বাহত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিব নোৱাৰাৰ কাৰণ বিশ্লেষণ কৰিব নোৱাৰাৰ কাৰণেহে দিপালী ডেকাই (ৰুদ্ধ দুৱাৰ) ভাগ্যক ধিয়াইছে। ভেজাল খাদ্যৰ বিৰুদ্ধে শোভাযাত্ৰা কৰা নাৰীসকলক দেখি কৈছে "সিহঁত ভাগ্যবান।" শোভাযাত্ৰা কৰিবলগীয়া হোৱাটো ভাগ্যৰ কথানে? হলেও নাৰী শ্ৰেণী যে বন্দ সেই চিন্তাটো লেখিকাৰ মনত খেলাইছে। এই দশকৰ আগ ভাগত লেখিকাসকলৰ কলমত এনে ভাব প্ৰকাশ পালেও এই দশকৰ মাজ ভাগ মানলৈ লেখিকাসকলৰো কিছু অংশৰ কলমত সমাজ সচেতনতা কিছু পৰিমাণে হলেও প্ৰকাশ পালে। আমাৰ শিক্ষা ব্যৱস্থাই এজনী ছোৱালীক

ডিগ্ৰী দি সমাজৰ এটা অপ্ৰগতিশীল অংশকে সৃষ্টি কৰিছে, সেয়া প্ৰকাশ পালে প্ৰণতি গোস্বামীৰ "বাট বহুদূৰ"ত। এই অৱস্থাৰ কাৰণবোৰৰহে কোনো ইঙ্গিত নাপাং আমি ভাবিব লগা হৈছে যে শ্ৰীগোস্বামীয়ে ব্যৱস্থাটো বৈজ্ঞানিক চিন্তাৰে অধ্যয়ন কৰিব পৰা নাছিল। কিন্তু তেওঁৰ শেহতীয়া গল্প 'পিতামহৰ মৰণে' পাঠকৰ মনত নতুন আশাৰ সঞ্চাৰ কৰিছে। ক্ষয়িষ্ণু সামন্তবাদৰ প্ৰতীক পিতামহৰ মৰণ অৱশ্যম্ভাবী। নতুন সৃষ্টিৰ উকমুকনিও ইয়াত আছে। কলাগুণেৰে সমৃদ্ধ আৰু সুখপাঠ্য এই গল্পটোৰ স্বল্পভাষিতাৰ লগতে দেশৰ ৰাজনৈতিক অৰ্থ-নৈতিক অৱস্থাৰ পোনপটীয়া অবলোকনো মিলি ইয়াক অতি উচ্চমান বিশিষ্ট কৰি তুলিছে।

সেই সময়ৰ লেখকসকলৰ কিছু অংশৰ চিন্তা কিন্তু এটা নিৰ্দিষ্ট সীমালৈকেহে আগবাঢ়িব পাৰিলে। কেশৱ মহন্তই (ভগা আয়না) আৰ্থিক দুৰৱস্থাৰ কাৰণবোৰৰ পৰিবৰ্তনৰ আশা প্ৰকাশ নকৰি এজনী গাভৰুৰ উৰঁৰি যোৱা যৌৱনৰ কাৰণেহে দুখ প্ৰকাশ কৰিলে। গুকৃট বৰদলৈয়ে এজনা অবিবাহিতা ছোৱালীৰ "বৰ বেদনা" প্ৰকাশ কৰিলে। কিন্তু বিয়া নোহোৱাৰ কাৰণ নজনাৰাকৈ "সম্পূৰ্ণ নিজৰ কথা" কৰিয়েই ৰাখিলে। সমাজত ব্যৱসায়ী ধনিক শ্ৰেণীৰ অশান্তিকৰ প্ৰভাৱৰ চিত্ৰ আঁকিলে বিজু হাজৰিকাই। কিন্তু সেই সকলক "বিচাৰ" কৰাৰ ভাৰ যেন অদৃশ্য শক্তিৰ ওপৰতহে আছে, সমাজে যেন একো কৰিবই নোৱাৰে। ভুবন মোহন মহন্তই প্ৰেমৰ ক্ষেত্ৰত কোনো শ্ৰেণীচৰিত্ৰ বিচাৰি পোৱা নাই। শোষকৰ জীয়ৰীৰ থাকিবলৈ ভেটিটোকে নোহোৱা শোষিতৰ প্ৰতি প্ৰেম অবাস্তৱ নহয়নে? আমাৰ সমাজত পুৰুষৰ ওপৰত তিৰোতাৰ প্ৰভাৱৰ দৃশ্য অবাস্তৱ নহয়নে? "বাট এৰি দিয়া যাওঁ" বুলি ভাবিলেও জীয়েক তাতেই স্তব্ধ হৈ যাবলৈ বাধ্য। হলেও "বাটৰ বগৰা জেওৰা"ত শ্ৰীমহন্তই স্পষ্ট মত প্ৰকাশ কৰিলে :" ·সৰু বৰ ভাব আৰু কামবিপাক আচলতে মানুহবেই সৃষ্টি। আৰু সেই শ্ৰেণীৰ মানুহে সিহঁত জীয়াই থাকিবলৈ ঈশ্বৰ, ভাগ্যৰ নিচিনা কেতবোৰ মানুহে চিন্তা কৰিব নোৱাৰা কথা উলিয়াইছে। আৰু সাধাৰণ মানুহবোৰে তাকে সঁচা বুলি গ্ৰহণ কৰি শোষণক মানি লৈছে।" আনহাতে কিছু সংখ্যক লেখকে সমাজৰ দ্বন্দ্ববোৰ অতি সফলভাৱে প্ৰকাশ কৰে, কিন্তু সেই ব্যৱস্থাৰ পৰা উত্তৰণৰ ক্ষেত্ৰতহে নিমাত থাকে। তাৰে এজন হ'ল পোলেন বৰকটকী। এসময়ত সুন্দৰ ভৱিষ্যতৰ সপোন দেখোতা কিন্তু এতিয়া নিবনুৱা যুবকসকলৰ হাঁহাকাৰৰ সুন্দৰ চিত্ৰ আঁকিলে শ্ৰীবৰকটকীয়ে "ভোক"ত। কিন্তু সমস্যাটোৰ সমাধানৰহে কোনো ইঙ্গিত নাই। তেখেতে যেন

এনেকৈয়ে ভাবে যে সামাজিক সমস্যাবোৰ যিহেতু পাঠকৰ চকুৰ আগতে থাকে কিন্তু দেখি দেখি সেইবোৰ নেদেখাৰ দৰে হয়গৈ, সেয়েহে তেওঁ তেওঁৰ ৰচনাৰ দ্বাৰা সেইবোৰ পৰিস্ফুট কৰিব। তেতিয়া মানুহে সেইবোৰ সমাধানৰ পথ নিজেই বাচি লব পাৰিব। কিন্তু আমি ভাবোঁ যে যেনেকৈ দেখি থকা সমস্যাবোৰ মানুহে দেখি দেখি সমাধানৰ কাৰণে নভবা হয়গৈ তেনেকৈ পঢ়ি পঢ়িও এটা সময়ত নেদেখাৰ নিচিনা হৈ পৰিবগৈ। সেয়েহে, শ্ৰীবৰকটকীৰ দৰে নিষ্ঠাবান লেখকে বিষয়টো সেইদৰেই নাভাবিবনে? আশাৰ কথা যে তেওঁৰ শেহতীয়া গল্প "কাহিনি পুৰাব পোহৰ" ত তেওঁ সামা অক উত্তৰণৰ পথবো ইঙ্গিত দিছে। পদ্ম বৰকটকীৰ "এটা নিৰ্ব্বাচনী ভাষণ'ত আমি উত্তৰণৰ কোনো ইঙ্গিতেই নাপালো। ভাৰতীয় জনসাধাৰণ কেনেকৈ সাধৰ দৰে সহনশীল হৈ পৰিছে, তেওঁলোকক কোনো দুখেই ঢুকাব নোৱাৰা অৱস্থা, অৰ্থহীন মোহবে কেনেকৈ ভুলাই ৰখা হৈছে—তাৰে এখন চিত্ৰ তেওঁ গল্পটোত প্ৰকাশ কৰিলে। নগেন শইকীয়াৰ "চাৰিটা ডেকা'ত দুৰ্গন্ধময় নলাৰ কাষত ধৰ্ষিতা হৈ হত্যা কৰা নিঃসহায় নিৰাশ্ৰয় তিৰোতাসকলৰ উদ্ধাৰৰ কথা ভাবিছে যদিও গল্পটোত কামৰ ওপৰত গুৰুত্ব দিবলৈ যাওঁতে বক্তব্য বৰ অস্পষ্ট হৈ পৰিল। দেশৰ এক শ্ৰেণী ধনিক তিৰোতাই অধিক ধন ঢোৱাৰ ফলত পেটটো উগিয়াই থয় পুৰুষক আকৰ্ষণ কৰিবৰ কাৰণে আৰু অন্য দৰিদ্ৰ শ্ৰেণীয়ে টকাকৰ ইচ্ছা কৰিয়ো উপায় নাথাকে দৰিদ্ৰতাৰ কাৰণে। সমাজ গঢ় উঠা শ্ৰেণী ব্যৱস্থাৰ কাৰণে এনে হবলৈ পাইছে বুলি প্ৰকাশ কৰিলে পবিত্ৰ কুমাৰ ডেকাই "পেট"ত। এজন লোকৰ আৰ্থিক দুৰৱস্থাৰ বাবে স্ত্ৰী ৰকা অজনৰ কাৰণে কেনেকৈ বেশ্যা যোগানৰ "দালাল"ৰ কাম কৰিবলৈ গৈ নিজ কন্যাৰ দালালি কৰিব লগীয়া হৈছে সেয়াও শ্ৰীডেকাই প্ৰকাশ কৰিলে। গল্পটোৰ কাহিনী ভাগ খুবেই অন্তঃস্পৰ্শী। কিন্তু সমস্যাটো যে এক সামাজিক সমস্যা সেইটো আৰু স্পষ্ট কৰি দেখুৱাব লগা আছিল।

লক্ষ্য কৰিব লগীয়া বিষয় যে অষ্টম দশকৰ বহুসংখ্যক অসমীয়া গল্পকাৰৰ স্পষ্ট দায়বদ্ধতা প্ৰকাশ পাইছে। তেখেতসকলৰ বিচাৰ বিশ্লেষণ তথা প্ৰকাশ ক্ষমতা অধিক সবল হৈ পৰিছে। দেশৰ আভ্যন্তৰীণ ৰাজনৈতিক ঘটনা প্ৰবাহৰ দ্বাৰা এইচাম লেখক নিশ্চয় প্ৰভাবান্বিত হৈছে। তাৰোপৰি ভিয়েতনাম আদিত হোৱা মুক্তি সংগ্ৰামে এইচাম লেখকক নিঃসন্দেহে প্ৰেৰণা যোগাইছে। বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই (ভোট) স্পষ্ট ভাষাত বৰ্তমান সমাজ ব্যৱস্থাৰ প্ৰতি অনাস্থা জনাইছে আৰু বৈপ্লবিক পৰিবৰ্তনৰ কাৰণে আহ্বান জনাইছে। কিন্তু সামগ্ৰিক

ভাবে বিচাৰ কৰিলে দেখা যায় যে তেওঁৰ এই দৃষ্টিভঙ্গী তেওঁৰ গল্প-কাহিনীত সদায় প্ৰতিফলিত নহয়। অন্যহাতে নতুন চামৰ দায়বদ্ধ গল্পকাৰ বুলিলে যি কেইজনৰ নাম মনলৈ আহে তাৰে এজন হ'ল অৰুণ গোস্বামী। সঁচা কথা— "বাস্তৱ সমস্যা আৰু অন্যায় অবিচাৰৰ অগ্নিতাপত যিসকল মোৰ আইৰ সন্তানে তপত ফুতচাইত পেলাই দিয়া জীয়া কাৰৈমাছৰ দৰে ছটফটাবলৈ ধৰিছে, সেই সকলৰ অন্তৰৰ বেদনাৰ উপলব্ধিয়েই" তেওঁৰ গল্পৰ ঘাই বক্তব্য। অৱশ্যে তেওঁ নিজেই স্বীকাৰ কৰিছে—

"আমি দেখি আছো তেজ খোৱা জোকৰ
চিৰমিৰীয়া চোৰা দাত,
কেৰণ বিচাৰি পোৱা নাই—,
আগুৱাই যোৱাৰ বাট।

সঁচা কথা, শ্ৰীগোস্বামীতে (প্ৰস্তাৱনা দৃশ্য) শোষণ দেখা পাইছে। কিন্তু অৱস্থাৰ বৈজ্ঞানিক বিশ্লেষণৰ ক্ষমতা তেওঁলোকৰ স্পষ্ট নোহোৱাৰ কাৰণেই ৰাজনৈতিক দৃষ্টিভঙ্গীত ভুল থাকি গৈছে। লক্ষ্য কৰা যায় যে শ্ৰীগোস্বামীকে ধৰি এইচামৰ গল্পকাৰসকলৰ সমাজ বাস্তৱতাৰ বিশ্লেষণৰ ত্ৰুটি একেবাৰেই কমি আহিছে আৰু তেওঁলোকৰ প্ৰায় সকলোৱেই সমাজৰ পৰিবৰ্ত্তনৰ পথ বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে বিচাৰি পাইছে। '৭৩ চনত প্ৰকাশিত সত্যপ্ৰসন্নৰ বৰুৱাৰ "তেজতো উঠিছে বল'ত বান বিধ্বস্ত ৰাইজৰ অৱস্থা বৰ্ণনাত কিছু দৃষ্টিভঙ্গীৰ ত্ৰুটি ৰৈ গৈছিল। কিন্তু '৭৫ত প্ৰকাশিত তেওঁৰ "শিকলি ছিঙাৰ স্বপ্ন'ত, যিডাল শিকলিৰে দুৰ্গত ৰাইজক বান্ধি ৰাখিছে সেইডাল ছিঙি জীৰ্ণশীৰ্ণ মানুহখিনিয়ে শোষক শ্ৰেণীক বন্দী কৰি সেইডাল শিকলিৰেই টানি লৈ যোৱাৰে আশা দেখিছে। শোষক শ্ৰেণীয়ে নিজ স্বাৰ্থৰ কাৰণে কেনেকৈ সাধাৰণ ৰাইজক ব্যৱহাৰ কৰি থাকে আৰু সাধাৰণ ৰাইজে সেই দুৰভিসন্ধি বুজি উঠি ঐক্যবদ্ধহৈ শোষণৰ অন্ত পেলায় সেয়া প্ৰকাশ পাইছে অপূৰ্ব শৰ্মাৰ "হলধৰ"ত।

এইচাম লেখক-লেখিকাই লাহে লাহে উপলব্ধি কৰিব পাৰিছে যে শ্ৰমিক কৃষকৰ মুক্তিৰ অবিহনে সাধাৰণ জনতাৰ মুক্তি অসম্ভৱ। সেয়েহে তেওঁলোকে জনশক্তিক জগাই তোলাৰ সংকল্প গ্ৰহণ কৰিছে যদিও ধাৰাটো তীব্ৰতৰ ৰূপত এতিয়াও প্ৰকাশ পোৱা নাই। এই সকল লেখক-লেখিকা বামপন্থী ভাবধাৰাৰ দ্বাৰা প্ৰভাৱিত হোৱা দেখা যায়। এওঁলোকে জনতাৰ মুক্তিৰ হেঙাৰবোৰৰ

প্ৰতি ক্ষোভ প্ৰকাশ কৰিছে আৰু কল্পনাত দেখা অনাগত পৃথিৱীখনৰ সৌন্দৰ্য্য বাস্তৱ পৃথিৱীখনত নেদেখি কেতিয়াবা হতাশা-নিৰাশাও প্ৰকাশ কৰিছে। তেওঁলোকে পাহৰি যায় যে দায়বদ্ধ লেখকসকল নিৰাশ হোৱাটোৱে কল্পিত পৃথিৱী-খন পোৱাত বাধাহে জন্মাব। এইখিনিতে আৰু এটা কথা প্ৰয়োজনীয় বুলি আমি ভাবোঁ। এই সকল লেখক-লেখিকাৰ বহু সংখ্যক ধন আৰু বংশৰ মৰ্য্যাদাৰ বিভেদ তথা এক শ্ৰেণীয়ে অন্যশ্ৰেণীক কৰা শোষণৰ ব্যৱস্থা ধ্বংস কৰাত জোৰ দিবলৈ গৈ সুকুমাৰ অনুভূতি আৰু শৈল্পিক সৌন্দৰ্য্যৰ কথা কেতিয়াবা পাহৰি যায়। কিন্তু আমাৰ বোধেৰে সঠিক বক্তব্য আৰু শৈল্পিক সৌন্দৰ্য্যৰ সুসমন্বয়তহে উচ্চস্তৰৰ সাহিত্যৰ সৃষ্টি হোৱাটো সম্ভৱ। আমাৰ দৃঢ় বিশ্বাস এই সমাজ সচেতন গল্পকাৰ সকলে নিশ্চয় উচ্চস্তৰৰ সাহিত্য সৃষ্টি কৰিব পাৰিব।

---

# চিকাৰ ॥

* * * * * * * * * *

—চৈয়দ আবদুল মালিক

—আপুনি ?

—মোৰ নাম প্ৰকাশ গুণ্ডা।

—গুণ্ডা ?

—সেইটো মোৰ নাম নহয়, মই কোৱা উপাধি, আপুনি ?

—কাঞ্চন বেশ্যা।

—বেশ্যা ?

—সেইটো মোৰ নাম নহয়। মই কোৱা উপাধি। তুমি ক'ত থাকা ?

—গুণ্ডা বুলি কোৱাৰ লগে লগে 'আপুনি'ৰ পৰা 'তুমি' হৈ গলো ? তুমি ক'ত থাকা ?

—তুমি থকা এই চহৰখনতে মই থাকো। মোক আপুনি বুলিবলৈ টান পাই গলা ?

—আচৰিত। মইতো এই নগৰৰ সকলো বেশ্যাক চিনি পাওঁ। তুমি মিছা কথা কোৱা নাইতো ?

—মিছা কথা কোৱা হ'লে মই নিজৰ চিনাকি বেশ্যা বুলি

নিদিলোহেঁতেন। তোমাক কিন্তু গুণ্ডা যেন লগা নাই, ভদ্ৰলোক যেন লাগিছে। মিছা চিনাকি দিয়া নাইতো ?

—গুণ্ডাবোৰ ভদ্ৰলোক নহয় বুলি ভাবা নেকি ? তুমি কিন্তু এক দস্তুৰমত ভদ্ৰমহিলা। বেশ্যা যেতিয়া তোমাৰ নিশ্চয় মাৰ-বাপেৰ, ককাই-ভাই, আপোন পৰিয়াল কোনো নাই, নহয় ?

—সেইবোৰ নাই। কিন্তু মোৰ এজন স্বামী আছে আৰু এহাল ল'ৰা ছোৱালী আছে।

—তোমাৰ স্বামী আছে, ল'ৰা ছোৱালীও আছে ? তথাপি তুমি ?

—সাঁথৰ যেন লাগিছে নেকি ? "নহ মাতা, নহ কন্যা" ধৰণৰ কুমাৰী বেশ্যাতকৈ আজিকালি অন্য বেশ্যাৰ সংখ্যা সৰহ বুলি তুমি কব পাৰিবা নেকি ?

—একেবাৰে ৰবীন্দ্ৰনাথৰ কবিতা পালাগৈ। তুমি পঢ়া-শুনা কৰা ছোৱালী যেন লাগিছে।

—নহ মাতা বোলোতেই ৰবীন্দ্ৰনাথৰ গোন্ধ পাই গলা। তুমিও দেখিছো কবিতা-চবিতা পঢ়া মানুহ। গুণ্ডামী কৰাটো তোমাৰ প্ৰফেশ্যন নে লাকৃজাৰী ?

—দুয়োটা। মোৰ এজনী বিবাহিতা স্ত্ৰী আছে, এজনী ৰক্ষিতা আছে, ন বছৰীয়া এটা ল'ৰা আছে—আৰু—

—আৰু—। অবাক কৰিলা। আৰু কোন আছে ?

—এজনী বুৰ্বক মা আছে, যি মোক ভাল মানুহ বুলি ভাবে।

—তুমি কি কৰা ?

—গুণ্ডামী। তুমি যেনেকৈ বেশ্যালি কৰা।

—বিবাহিতা পৰিবাৰ থাকোতেও ৰক্ষিতা ৰাখিছা কেলেই ?

—মোৰ টকা পইচা খৰছ কৰিম আৰু ইন্ ৰিটাৰ্ন একো নেপাম, মোক কি ঠাকুৰবাৰীৰ খানচামা নে চেৰিটেব্‌ল্ উচ্চ কৰ্মীৰ ভাতৰ বুলি ভাবিছা ? আই পে ইন কেছ এণ্ড হি পেইজ মি ইন কাইণ্ড। বচ।

—তোমাক অলপ বেলেগ যেন লাগিছে। আহা নুবহা জানো ?

—কোনো ছোৱালীকে মই মনত বাখিবলৈ নিবিচাৰো। তোমাৰ লগত বহি সবহপৰ কথা-বতৰা পাতিলে, তোমাৰ কথা কিছু দিনলৈ মনত বৈ যাব পাৰে। সেইটো ভাল কথা নহয়।

— মনত বাখিব লগা ধৰণৰ একো নাই, মোৰ নাম কাঞ্চন বেজ্বা।

—তোমাৰ চিনাকি দি লাজ পোৱা নাই ?

—লাজ পোৱা হলে মোৰ চিনাকিকে নিদিলোহেঁতেন। আহা বহিবা। এতিয়া মোৰ স্বামীও ঘৰতে আছে। তেওঁৰ লগতো চিনাকি হব পাৰিবা। আমাৰ ঘৰলৈ বেছি দূৰ নহয়।

—মই তোমাৰ স্বামীৰ লগত চিনাকি হবলৈ নিবিচাৰো।

—তুমি নিবিচাৰিব পাৰা, তেওঁ তোমাৰ লগত চিনাকি হবলৈ পালে ভাল পাব।

—তেওঁক ভাল পোৱাবৰ কাৰণে মই কিবা এটা কিয় কৰিম ?

—ভাল মানুহ হোৱা হলে তোমাক নকলোহেঁতেনে। তুমি গুণ্ডা, সেই কাৰণেহে কৈছো।

– কিয় ?

—আমাৰ ঘৰলৈ যি আহে সকলো ভাল মানুহ। গুণ্ডা নাহেই। সেইদেখি গুণ্ডা এজনৰ লগত চিনাকি হবলৈ পালে তেওঁ সঁচাকৈয়ে আনন্দ পাব।

—চাহ-তাহ খুৱাবা নেকি ?

—অইন একো নোখোৱা নেকি ? বীয়েৰ, হুইস্কী ?

—কিন্তু মোৰ অন্য এঠাইলৈ যাব লগা আছে। আৰু এতিয়াতো ৰাতিও কিছু হ'ল।

—ইঁহুৱালা।

—কিয় ?

—বেজ্বা-গুণ্ডালৈ ৰাতিলৈ ভয় হোৱা দেখি।

—ভয় নহয়, ধৰা চিন্তা। তুমি এই সময়ত ইয়াত কিয় বৈ

আছিলা নেজানো, মই কিন্তু একালে যাবলৈ আহি এখন অট'ৰিক্সাৰ কাৰণে বাট চাইছিলো।

—টেক্সীৰে নোযোৱা কিয় ?

—সিমান পইচা খৰচ কৰিবলগীয়া দৰকাৰী কাম নহয়।

—এঘণ্টা আধাঘণ্টা পিছতো এইফালে অট'ৰিক্সা পোৱা যায়। চিন্তা নকৰিলেও চলিব।

—তোমাক একচিডেণ্টেলী আজি ইয়াত লগ পালো। সেইবুলি তোমাৰ লগত তোমাৰ ঘৰলৈ গৈ তোমাৰ স্বামীৰ লগত চিনাকি হৈ বিয়েৰ খাই খাই বহি থাকিম, সেইটো কেনেকৈ হব পাৰে ?

—মোৰ ঘৰলৈ মানুহ তেনেকৈয়ে যায়।

—তোমাৰ নিমন্ত্ৰণত মই গ'লে টকা কিন্তু তুমিহে মোক দিব লাগিব। মই তোমাক নিদিওঁ।

—সেইটো বাৰু পিছত ছেটল কৰিলেও হ'ব। আহা এতিয়া।

—সৌখন অট'ৰিক্সা অহা নাইনে ?

--ৰিক্সা হব পায়।

—যিয়ে হওক আহা। দৰকাৰ হ'লে য'লৈ যাব খুজিছা তাত মই মোৰ গাড়ীৰে থোৱাই দিম।

—তোমাৰ গাড়ীও আছে ?

—মাত্ৰ দুখন। ফিয়েটখন আজি অলপ দিনৰ আগতে কিনিছো।

—তোমাৰ নাম কি বুলি কৈছিলা ?

—কাঞ্চন বেণ্ডা। কি হল মনত ৰাখিবৰ মন গৈছে নেকি ?

—দুখন গাড়ী থকা এজনী ছোৱালীক পাহৰি যাবলৈ মোৰ দুঘণ্টাৰ বেছি নেলাগে।

—মোক মনত ৰাখিবৰ কাৰণে মই আজিলৈকে কোনো পুৰুষকে অনুৰোধ কৰা নাই। তোমাকো নকৰো। আহা এতিয়া।

—বাৰু বলা। কিন্তু তোমাৰ হাজবেণ্ডৰ লগত বহি হুইস্কী খাই সময় কটাবৰ কাৰণে মই অহা নাই, মনত ৰাখিবা।

—মোৰ কাৰণেই আহিছা, আহা।

—গুড্ ইভিনিং।

—বি চীটেদ প্লীজ।

—থেংকিউ। আপুনি ?

—মই ? আই এম আই। শ্ৰীধনঞ্জয় ৰায়চৌধুৰী, এল, এল, এম, বাৰ এট্ ল। কিবা কেছ লৈ আহিছে ?

—কে'চ মানে ? মই শ্ৰীপ্ৰকাশ—

—শ্ৰীপ্ৰকাশ নামে এজন গৱৰ্ণৰ আছিল। আই হ'প ইউ আৰ নট্ ডেট গাই।

—চিয়ৰলি আই এম্ এ ডিফাৰেণ্ট মেন। মোৰ নাম—

—আই এম নট কনচাৰ্নড্ উইথ ইয়ৰ নেম। আপোনাৰ কে'চটো কি ? ইউ ন' মাই ফীজ। কনট্ৰেক্ট কৰিলে ৰুপীজ টেন্ থাওজেণ্ড পাৰ কে'চ। নহলে ৰুপীজ ওৱান থাওজেণ্ড পাৰ এপিয়েৰেঞ্চ। এগ্ৰীড ?

—তুমি এওঁক আগে দেখাই নাই কিজানি। মোৰ মাজু ভিনিহী-দেউৰ ভায়েক। ব্ৰ'কাৰ, এক্সপৰ্ট ইমপৰ্ট বিজনেচৰ ব্ৰকাৰী কৰে। বৰিং বিজনেচ।

—গুড্। 'কে'চটো' তেন্তে ইন্‌কমটেক্সৰ ? ড'ণ্ট ৱৰি। কনট্ৰেক্ট, যিমান টকা একজেম্পট্ কৰাই দিম, তাৰ ফিফ্‌টি পাৰ্চেণ্ট মোৰ ফীজ। নট্ এ পেনি লেছ।

—তোমালোকলৈ কফিকে আনো ?

—আই এম্ নট্ ইয়্'ৰ গেষ্ট। গৱৰ্ণৰ শ্ৰীপ্ৰকাশক মন গলে কিবা খুৱাব পাৰা। আৰ ইউ ইণ্টাৰেষ্টেড ইন্ এব্‌ষ্ট্ৰেক্ট আৰ্ট ?

—মানে ?

—মানে এওঁ—মোৰ ৱাইফে সেইযে আঁকবাঁক কৰি থাকে—ভেট্ মিনিংলেছ স্টাফ—গছজোপাৰ নিচিনা মানুহ, মানুহটোৰ নিচিনা

হাতী—মানে মই বিডিকুলাচ মিচ্‌উইজ অব টাইম, কালাৰ এণ্ড মানি—তাৰ আকৌ এগাল চমৎকাৰো আছে এই ছুনিয়াত।

—আৰ্ট মই ভাল পাওঁ। কিন্তু এবষ্ট্ৰেক্ট আৰ্ট নুবুজো। কিন্তু মই ৰেচপেক্ট কৰো। ডেট ইজ অলচ' চাম চৰ্ট অব ক্ৰিয়েশ্যন।

—টকা এটা কংক্ৰীট বস্তু। টকাৰ আইডিয়াটোৰে বিল্ডিং সাজিব পাৰি নেকি? এপিয়লা কফিয়ে আপোনাৰ পিয়াহ মাৰিব পাৰে, এাপয়লা কফিৰ এব্‌ষ্ট্ৰেক্ট আইডিয়াটোৱে আপোনাৰ পিয়াহ মাৰিব?

—আই হ'প ইউ প্ৰে?

—প্ৰে? প্ৰাৰ্থনা কৰা। নেভাৰ। কৰিলেও আই ডু নট্‌ প্ৰে ইয়'ৰ গড্‌। আই প্ৰে মেমন্‌, মেমন্‌, ডি গড্‌ অব্‌ ৱেলথ্‌।

—মেমনকতো আপুনি দেখা পোৱা নাই। এটা এব্‌ষ্ট্ৰেক্ট আইডিয়া। নহয় জানো?

—আই ডু নট্‌ দীল উইথ্‌ মেটাফিজিক্স। ঠিক যেনেকৈ মই এব্‌ষ্ট্ৰেক্ট আৰ্ট নুবুজো।

—আপুনি কফি খাওক। কাজু বেয়া পায় নেকি? তুমি তেন্তে একো নোখোৱা?

—মই কেতিয়া কি খাওঁ আশা কৰো তুমি জানা। এখেতক তোমাৰ পেইন্টিং দেখুৱাবলৈ আনিছা তেনেহলে? আই থট্‌ হি ৱাজ এ ক্লায়েন্ট্‌।

—হি ইজ মাই ক্লায়েন্ট্‌ নট্‌ ইয়'ৰছ। এতিয়া মোৰ পেইন্টিংবোৰ চাব জানো?

—চাব পাৰো। বাট্‌ আই আণ্ডাৰষ্টেণ্ড আৰ্ট প্লে চাছ লিট্‌ল্‌। তথাপি আপোনাৰ ৱৰ্কছবিখিনি চাই ভাল লাগিব। আই হ'প্‌।

—তেনেহলে আহক, আমি ওপৰলৈ যাওঁ।

—আহো তেনেহলে—

—ৱান মিনিট। আপুনি ক'ত থাকে? কথাটো জনাত মোৰ কোনো স্বাৰ্থ নাই, বিনীত মী। এনেই সুধিছো।

—এইখন টাউনতে থাকো।

—এইখন টাউনত থাকি এক্সপর্ট ইম্পর্ট বিজনেচ কৰে ?

—ব্ৰকাৰি কৰো, দালাল।

—দালাল যেতিয়া এব্‌ষ্ট্ৰেক্ট আৰ্ট বুজিব পাৰিব। বাওক।

—এ ফাইন জেণ্টলমেন।

—কোন ?

—তোমাৰ হাচ্‌বেণ্ড। এ ৰবছিপাৰ অব্‌ মেমন। এনেকুৱা মানুহক মই এড'ৰ কৰো। কিমান বয়স হৈছে বাৰু ?

—ফৰ্টি থ্ৰি।

—লুক্‌চ্‌ য়ংগাৰ। টকা কিমান কৰিছে ?

—বিশ লাখৰ কম নহয়। টকা কৰাটো তেওঁৰ নিচা।

—আৰু অন্য নিচা নাই ?

—কিয় নহব, ছেক্স এণ্ড ৱাইন।

—গুড্‌। তোমাৰ নাম কাঞ্চন নহয় ? কাঞ্চন মানে কি ? কাঁচ নে সোণ ? তেনেকুৱা কিবা এটা নহয়নে বাৰু ? মই অৱশ্যে সংস্কৃত নেজানো।

—কাঞ্চন এবিধ ফুল।

—আই চী। অৱশ্যে কোন পাহ ফুলক কাঞ্চন বোলে মই নেজানো। তোমাৰ নামটো বাষ্টিক্‌ মানে গাৱঁলীয়া গাৱঁলীয়া লাগিছে।

—ভুল হোৱা নাই। মই গাঁৱৰ ছোৱালী আছিলো।

—আই এম নট ইণ্টাৰেষ্টেড্‌ ইন্‌ ডেট। এতিয়া তুমি মিচেছ চৌধুৰী।

—মই কাঞ্চন বেশ্যা। ব'লা তোমাক ঘৰত থৈ আহো। বাতি হোৱাৰ কাৰণে তোমাৰ চিন্তা হোৱা নাই জানো ?

—তোমাৰ এব্‌ষ্ট্ৰেক্ট পেইন্টিং ?

—তুমি বুজি নেপাবা। সেইবোৰ চালে মোক মনত ৰাখিবৰ মন যাব পাৰে।

—ব'লা যাওঁ। বায়চৌধুবীক মাত লগাই যাব নেলাগিব জানো ?

—দবকাব নাই। ইতিমধ্যে তেওঁ তোমাব কথা সম্পূর্ণ পাহবি গৈছে।

—বব ভাল অভ্যাস। পাহবি থাকিব পাবিলে মনবোব পাতলহৈ থাকে। কিন্তু তুমি মোব চিনাকি তেনেকৈ দিলা কিয় ?

—একো হানি নহয়। মই মিছা কৈছো বুলি তেওঁ জানে।

—তেওঁ মোব কোনো কথা বিশ্বাস নকবে।

—কিয় ?

—কাবণ মই তেওঁব বিবাহিতা পত্নী।

—আই চী। গাড়ী কোনে চলাব ?

—তুমি উঠাছোন বাক। ফিয়েট গাড়ী বনাওতে ছোৱালীয়ে চলোৱা নিষেধ বুলি কোনো নিয়ম কৰা নাছিল।

—তোমাব ল'ৰা-ছোৱালী হাল নেদেখিলো।

—সিহঁত ইয়াত নেথাকে। ল'বাটো মোব নিচিনা আৰু :ছোৱালীজনী বাপেবব নিচিনা হৈছে।

—ইমান খবকৈ চলাইছা কেলেই ?

—কলৈ যাব লাগিব তুমিতো মোক কোৱা নাই।

—এটা গুণ্ডা আৰু এজনী বেশ্যা কলৈ যায় ক'ব লাগে নেকি ?

—হয় কোনো দামী হোটেললৈ নতু বাস্তাব কাষব দ' নর্দমালৈ।

—দামী হোটেল এইখন চহবত নাই। দ' নর্দমা অৱশ্যে আছে।

—তেন্তে তোমাব ঘবলৈকে যাওঁ। কেনি যাব লাগিব ?

—সব ঠাই মোব ঘব আছে, আমি সেই ঘব মবি খুজিয়া—

—ববী ঠাকুব তোমাব মুখস্থ যেন পাইছো।

—কবিতা-চবিতা দুটামান মুখস্থ মাতিব নোৱাবিলে, আধুনিক ভদ্রলোক হোৱা নেযায়।

—ভদ্রলোক হোৱাব চখ আছে দেখিছো।

—অন্ততঃ তোমাৰ নিচিনা ভদ্ৰমহিলাৰ কাৰণে।

—আৰু কিমান দূৰ যাব লাগিব ?

—গৈ থাকাচোন।

—নগৰ শেষেই হ'ব দেখোন।

—গাঁওবোৰো আজিকালি নগৰ হৈছে।

—আমাৰ নগৰবোৰ এতিয়াও গাঁও হৈ আছে। মাথ বিছুত কাঠ আলু, মোৰা আলু আটাইতকৈ বেছি ক'ত বিক্ৰী হয় জানো ? এনেকুৱা টাউনত।

—এতিয়া যদি তোমাৰ পেট্ৰল নোহোৱা হৈ যায়, তুমি কি কৰিবা ?

—মোৰ গাড়ীত সদায় বহুত তেল ভৰোৱা থাকে।

- যদি ইঞ্জিনটো কিবা কাৰণত বেয়া হৈ যায় ?

— মোৰ গাড়ীখন নতুন।

—মোৰ ঘৰলৈ সঁচাই যাবা জানো ?

—নহলেনো কলৈ আহিছো ?

—মোৰ যদি ঘৰেই নাই ?

—গুণ্ডাই মিছা কথা কয় বুলি মোৰ জনা নাই।

--সকলো গুণ্ডা একে নহবওতো পাৰে।

—মোৰ গাৰ কাষ চাপি আহিছানেকি ? মোৰ গাড়ী চলোৱাত দিগদাৰি হব পাৰে।

—গাড়ীখন অলপ ৰখাই নিদিয়া কিয় ?

— তোমাৰ এতিয়াই ঘৰ সোমোৱাৰ ইচ্ছা নাই ?

– মোৰ ঘৰৰ সকলো এতিয়া শুব পায়।

—তোমালৈ কোনোৱে বাট চাই নেথাকে ?

—কুকুৰহালে বাট চাই থাকে। গাড়ীখন অলপ ৰাখাচোন।

—ইয়াতে ? এইটোৱেই তোমাৰ ঘৰ নেকি ?

—মোৰ বন্ধুজনৰ ঘৰ। আহা।

—মস্লো যাম ?

—একো নহয়। তোমাৰ আচল চিনাকি নিৰ্ভয়ে দিব পাৰিবা।

—বিৰাট ঘৰ দেখোন।

—মোক সৰু মানুহ বুলি ভাবিছা নেকি ?

—গে'টত নেমপ্লেটো আছে।

—তাত মোৰ অন্য এটা নাম আছে। তোমাক কোৱা আচল নামটো নাই। অ' তোমাক কুকুৰহালে চিনি পাইছে। দেখিছানে এবাৰো ভুকা নাই।

—তুমি ঘৰ পালাহি, মই যাওঁগৈ আৰু—

—কথাবাৰ ভদ্ৰমহিলাৰ কথা যেন শুনাইছে। বাৰু আহা, ভিতৰ সোমাই আহা।

—কাৰো মাতবোল নাই। কোনো নাইনেকি ভিতৰত ?

—মোৰ বাহিৰেও আৰু কাৰোবাক লগ পাবৰ ইচ্ছা আছে নেকি ?

—বাৰু ব'লা ভিতৰলৈকে যাওঁ।

—তুমি কিবা অধ্যাপক-তধাপক নেকি ? ভিতৰত দেখোন কিতাপেই কিতাপ। নে এইবোৰ আন কাৰোবাৰ কিতাপ-আলোচনী ?

—সেইবোৰ তোমাৰ এব্‌ষ্ট্ৰেক্ট আৰ্টৰ নিচিনাই বস্তু। আনে বুজি নেপায়।

—এইবোৰ তুমি নিজে পঢ়ানেকি ? ক'তা তোমাৰ ৱাইফ ?

—চিনাকি হবা নেকি ? কিন্তু এইটো মোৰ ৱাইফৰ ঘৰ নহয়, ৰক্ষিতাৰহে ঘৰ।

—তুমি—

—প্ৰকাশ গুপ্তা।

—সেইটো বুজিলো। গুণ্ডামীৰ বাহিৰে তুমি আৰু কি কৰা ?

—যি মানুহৰ গুণ্ডামী কৰাটো প্ৰফেছন, সি আৰু কিয় কৰাৰ দৰকাৰ আছে নেকি? মই এখন কাকতৰ সম্পাদক।

—সম্পাদক? মানে এডিটৰ? দিচ্ ইজ্ নিউজ। এডিটৰ হিচাপে তুমি কি কৰিব লাগে?

—প্ৰেছ আৰু পেপাৰৰ মালিকৰ স্বাৰ্থ ৰক্ষা কৰি মই বিশ্বাস কৰা —নকৰা ভাল পোৱা-নোপোৱা কথাবোৰ লিখি ছপাই ৰাইজৰ মাজত বিলাব লাগে আৰু যি চিগাৰেট খালে কেঞ্চাৰ হয়, সেই চিগাৰেটৰ বিজ্ঞাপন ছাপা কৰি প্ৰকাশ কৰিব লাগে, যিবোৰ কোম্পানীয়ে ফাকি দি ৰাইজৰ টকা মাৰে সেইবোৰৰ বিজ্ঞাপন, প্ৰস্পেক্টাচ্ ডাঙৰকৈ ছপাই প্ৰকাশ কৰিব লাগে। সচাঁ কাহিনীবোৰ লুকুৱাই মনে সজা কাহিনী ৰহন লগাই প্ৰকাশ কৰিব লাগে। এণ্ড আই এম্ পেইড ফৰ অল দীজ।

—সচাঁ কথা লিখিলে কাগজ নচলে নেকি?

—নচলে। চলাটো উচিত নহয়। আৰু সঁচা কথা পঢ়ি ৰাইজে ভালো নাপায়।

—তুমি যে নিজক গুণ্ডা বুলি কলা?

—যি নিজৰ ইচ্ছাৰ বিৰুদ্ধে আনক দৈহিক তৃপ্তি দান কৰে তাকে বেশ্যা বোলে। আৰু যি আনৰ লাভৰ কাৰণে নিজৰ শ্ৰম ইচ্ছাৰ বিৰুদ্ধে দান কৰে তাক গুণ্ডা বোলে।

—জানি-শুনি এই গুণ্ডামী কিয় কৰি আছা?

—আমাৰ সমাজত মানুহৰ জীয়াই থকাৰ তিনিটা উপায় আছে। Beg, borrow and steal ভিক্ষা কৰিব মই নেজানো। কৰিলেও মোক কোনোৱে ভিক্ষা নিদিয়ে, লম্বা লম্বা উপদেশ দিব। ধাৰ কৰিব খুজিলেও কোনোৱে ধাৰ নিদিয়ে। কাৰণ যি মানুহে আৰ্জন কৰিব নোৱাৰে সিহে ধাৰ কৰে। আৰু তৃতীয় উপায় চুৰ কৰা, চুৰ কৰাৰ কায়দাটো মই আগেয়ে শিকিবলৈ নহ'ল।

—সেইদেখি চতুৰ্থ উপায়টো কৰি ললা?

—বেশ্যালি কৰা বুলি জানিও মানুহে যেতিয়া ভয় কৰে, শ্ৰদ্ধা কৰে, খাতিৰ কৰে, তেতিয়া এনে গুণ্ডামী নকৰাৰ কি অৰ্থ আছে? আন হ'লেও মই অন্ততঃ মূৰ্খ নহয়।

—সম্পাদক হিচাপে তোমাৰতো নিজৰ বিশ্বাসমতে লিখাৰ স্বাধীনতা আছে।

—ফ্ৰীদম অব দি প্ৰেছ মানে ফ্ৰীদম অব দি প্ৰপাইটৰ অব দি প্ৰেছ। মোক ৰাইজে দৰমহা নিদিয়ে, প্ৰেছ আৰু পেপাৰৰ মালিকেহে দিয়ে।

—বিবেক দংশন নহয়?

—দুখীয়া মানুহৰ বিবেক বুলি কোনো বস্তু নেথাকে। থাকে কায়িক শ্ৰম। কায়িক শ্ৰম কাৰোবাক বেচাৰ লগে লগে বিবেকো বিনামূলীয়াকৈ বেচি দিয়াটোৱেই নিয়ম। বাৰু বাদ দিয়া এইবোৰ অদৰকাৰী কথা পাতিছো। তোমাৰ কথা কৰা নেকি?

—শুনিবা?

—শুনিব পাৰো। মনত ৰখাৰ প্ৰতিশ্ৰুতি দিব নোৱাৰো।

—মনত নৰখাৰ প্ৰতিশ্ৰুতি দিব পাৰিবাতো?

—কোৱাচোন।

—মই সুন্দৰী হয়নে নহয়?

—বেচ সুন্দৰা। বেশ্যা হব পৰা সৌন্দৰ্য্য তোমাৰ আছে।

—মোৰ বয়স কিমান ক'ব পাৰা?

—ছোৱালীৰ বয়স ক'ব নেপায়।

—ছয়ত্ৰিশ।

—সঁচা কৈছা? মোৰ বাইশ যেন লাগিছিল।

—বাইশৰ লগত আৰু চৌধ যোগ দিবা।

—ৰায়চৌধুৰীৰ বয়স কিমান হব বুলি ভাবিছা?

—একো নাই ভৰা, হব পঞ্চাশ-পচপন্ন। আই এম্ নট ইন্টাৰেষ্টেড্।

—তেওঁৰ বহুত টকা আছে জানা।

—শুনিলোতো।

—তেওঁ টকাৰ বাহিৰে অন্য একো চিনি নেপায়।

—সেইটো এক প্ৰকাৰৰ ইণ্টেগ্ৰিটি। বেয়া নহয়।

—তেওঁ মোক কেনেকৈ বিয়া কৰালে জানা?

—তুমি কইনা হলা, তেওঁ দৰা হৈ গৈ মটৰত তুলি তোমাক লৈ আহিল। তুমি কান্দিলা, তেওঁ হাঁহিলে, বাইজে আশীৰ্বাদ দিলে।

—একো নহয়।

—মানে?

—তেওঁ মোক কিনি ললে। দেউতা দুখীয়া, মই কলেজত পঢ়ো, ফীজ দিব নোৱাৰো। কিতাপ কিনিব নোৱাৰো। গান গাওঁ, ছবি আঁকো, ডিবেট কৰো—প্ৰফেছাৰ এজনৰ লগত লুকাই চুৰকৈ অলপ প্ৰেম কৰো। মাটি সম্পত্তি লৈ আমাৰ দদাইদেউহঁতৰ লগত কিবা মোকৰ্দমা লাগিল। দেউতাই ৰায়চৌধুৰীক ধৰিলে, ফীজ দিবলৈ টকা নাই। মোকে বেচি দিলে।

—এনেকুৱা ঘটনা প্ৰায়ে হৈ থাকে। প্ৰফেছাৰৰ লগত প্ৰেম কৰি ববতীয়া আদৰ্শবাদ কৰি মৰাতকৈ ৰায়চৌধুৰীৰ লগত তুমি সুখেৰে খাই বৈ আছা।

—আই এম নট্ হেপী।

—ননচেঞ্চ। এজন লাখপতি বেৰিষ্টাৰৰ লগত থাকি হেপী হ'ব নোৱাৰিলে ইউ আৰ দ্ধুম্‌দ্।

—তেওঁ ভাবে যে নিজৰ স্ত্ৰীৰ লগত যৌন সম্পৰ্কই একমাত্ৰ সম্পৰ্ক।

—হি ইজ প্ৰেক্‌টিকেল। সেইটোৱেই পুৰুষ-নাৰীৰ আদিম সম্পৰ্ক।

—তেওঁৰ লগত দিন কটোৱাটো মোৰ প্ৰষ্টিটিউচন বুলি ধাৰণা হয়।

—প্ৰষ্টিটিউচন ইজ এন অনাৰেব্‌ল্ প্ৰফেছন।

—দেট্‌ কিল্‌চ্‌ দি চ'ল ৰিভিন।

—তোমাৰ আইডিয়াবোৰ কলেজীয়া ছোৱালীৰ নিচিনা হৈ আছে। তুমি হেপী হোৱা উচিত। জীৱনৰ ওপৰত অসন্তুষ্ট হব পৰাটোৱেই সুখী হোৱাৰ একমাত্ৰ উপায়।

মই যাওঁ। তুমি ইয়াতেই থাকা, নহয়?

—মূৰ বেয়া হৈছে নেকি? কাগজৰ সম্পাদক অট্টালিকাত থাকে? ইয়াৰ পিছফালে এটা ছুকুঠুলীয়া সৰু ঘৰ আছে, তাতে থাকো। মাৰ বৰ অসুখ। বুঢা মানুহ, মৰিব। হাতত টকা নাই। এজন আমাৰ লগতে কাম কৰা বন্ধুৰ ওচৰলৈ টকা বিচাৰি গৈছিলো —দুশ টকা লাগে। মাক ডিব্ৰুগড়ৰ মেডিকেল কলেজলৈ নিব লাগে।

—টকা পালা?

—নেপালো, তেওঁৰ হাততো নাই।

—সেইখিনিত বৈ আছিলা কেলেই?

—কি কৰিম ভাবি ঠিক কৰিব পৰা নাছিলো। তেনেকুৱাতে তোমাক দেখিলো।

—তোমাৰ খং উঠি আছিল?

—আছিল। নিজৰ ওপৰত ধিক্কাৰ উপজিছিল।

—সেইদেখি নিজৰ পৰিচয় তেনেকৈ দিছিলা, এজনী অচিনাকি মানুহৰ আগত?

—তুমি ভদ্ৰমহিলা বুলি চিনাকি দিয়া হ'লে মই কিজানি তোমাক আক্ৰমনেই কৰিলোহেঁতেন।

—মোৰ লগত অলপ যাবা?

—কলৈ?

—আমাৰ ঘৰলৈ।

—কেলেই?

—মোক আগবঢাই থৈ আহিবা।

—মই যাব নোৱাৰিম। তুমি কিয় তোমাৰ ঘৰলৈ মাতিছা মই বুজি পাইছো, কিন্তু তুমি দিলেও তোমাৰ পৰা মই টকা নলও।

—কিয়? যদি ধাৰে দিও?

—তথাপি নোৱাৰো। তাতকৈ মাক বিনা চিকিৎসাই মৰিবলৈ ক'ম। মোৰ নিচিনা এটা অপদাৰ্থক জন্ম দিয়াৰ পিছতে মা মৰা উচিত আছিল।

—তুমি কৈছিলা মই তোমাক মোৰ ঘৰলৈ নিলে মইহে তোমাক টকা দিব লাগিব। তুমি গলা, কিন্তু মোৰ টকা দিয়া হোৱা নাই।

—সেইবোৰ কথাৰ এতিয়া কোনো অৰ্থ নাই।

—কিয়?

—তোমাক চিনি পাই যোৱাৰ পিছত সেইবোৰ কথাৰ কোনো অৰ্থ থাকিব নোৱাৰে।

—মই যদি তোমাক বাৰিষ্টাৰ ৰায়চৌধুৰীৰ টকা নিদি নিজৰ টকা দিওঁ?

—তোমাৰ নিজৰ টকা? তোমাৰ নিজা টকা আছে জানো?

—মোৰ ছবি বেচি পোৱা টকা। আজিলৈকে আঠখন ছবি বেচি দুহেজাৰৰো বেছি টকা পাইছো। তাৰে কিছু টকাৰে কেন্‌ভাচ্‌-টেন্‌ভাচ্‌ কিনিলো। কিছু টকা এতিয়াও আছে।

—তোমাৰ এই বিদ্ৰোহৰ পৰা তোমাৰ কিবা লাভ হৈছে?

—ভাত কাপোৰৰ কাৰণে বেচা যোৱা এজনী ছোৱালীয়ে যেতিয়া এজনৰ কামনাৰ ওচৰত নিজক এক নিৰ্বাক জন্তুৰ দৰে সমৰ্পণ কৰাৰ নিৰ্যাতন আৰু গ্লানিৰ পৰা অব্যাহতি লৈ অকণমান নিজৰ সৃষ্টিৰ আনন্দৰ মাজত নিজক বিচাৰি পোৱা যেন অনুভৱ কৰে, তেতিয়া বিদ্ৰোহ সাৰ্থক হোৱা যেন লাগে।

—মই তোমাক কৈছিলো, ভাত কাপোৰৰ কাৰণে শ্ৰম-বিবেক সকলো নিৰ্লজ্জভাৱে বিক্ৰী কৰি দি জীয়াই থকা, মই এক পুৰুষ-বেশ্যা —এক গুণ্ডা।

—মোৰ চিনাকিও মই তোমাক নিদি থকা নাই।

—মোৰ সম্পাদনাত ওলোৱা কাকতত যদি আজিৰ এই ৰাতি-টোৰ কাহিনী ঠিক এনেকৈয়ে প্ৰকাশ পায়, মানুহে কি ক'ব বাক ?

—এটা এব্‌ছাৰ্ড গল্প।



# পিতনি

* * * * * * * * * *

—বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য

কলহৰ কাণেৰে ৰৰষি মেঘ এইমাত্ৰ ক্ষান্ত হৈছে। সেই ৰৰষুণত ঘৰটোৰ চৌপাশ যেন গতিশীল স্বপ্ন কণিকাৰে আৱৰি ধৰিছিল। বাপেক-মাকৰ মাৰত চেৰেউ ফেৰেউকৈ কন্দা ল'ৰা-ছোৱালীৰ দৰে বাৰীৰ কচু, আৰু কাষৰ পিতনিখনৰ ঘন সেউজীয়া মেটেকাবোৰে ইনাই-বিনাই কান্দিছিল। ৰৰষুণ শাম কটাৰ পাছত দেখিলোঁ আমাৰ চুবুৰীলৈ নতুনকৈ অহা নমঃশূদ্ৰ মানুহকেইটাই হাতত বিজুলী জোৰ লৈ সোঁতৰ ধাৰৰ কাষত মাছ বিচাৰি ঘূৰি ফুৰিছে।

টুটুকণে এইমাত্ৰ কৈ গৈছে যে চাৰিটা ডাউক আৰু এখালৈ কাৱৈ, শিঙি আৰু মাগুৰ মাছ লৈ গধূলিৰ আগে আগে সিহঁত উভতি গৈছিল। সেইখিনি থৈ বোধহয় আকৌ সিহঁত উভতি আহিছে। পূৰ্বৰ নৈপৰীয়া, সেইবাবে মাছ নেমাৰিলে গা জুৰ নপৰে, সিহঁতক দেখি টুটুকণেও প্ৰতিজ্ঞা কৰিছে বৰশী লৈ সিও কাইলৈৰ পৰা মাছ ধৰিব, সদায় নিৰামহীয়া ভাত খাই খাই তাৰ খোৱাত অৰুচি হৈছেগৈ।

জেঠায়েকে ভাত বাঢ়ি থোৱাৰ বৈ আছিল। বঢা ভাতৰ কাঁহী ৰখি ৰখি বাইদেউ ভাগৰি গৈছিলগৈ। তাতে কোলাত আছিল, কেইবাদিনো ধৰি একেৰাহে পেটৰ অসুখত ভোগা মামণি। বাইদেৱে তাইক কোলাতে লৈ মগুমাহৰ জোলেৰে সনা ছুটেপামান ভাত খুৱাই দিছিল, কিন্তু ডুগৰাহমান খোৱাৰ পিচতে তাই অক্ অক্ কৰে গোটেইখিনি ভাত কাঁহীতে বতিয়াই দিলে। তাকে দেখি বাইদেৱে তাইক খুৱোৱা বন্ধ কৰি বাহিৰলৈ লৈ গ'ল, আৰু যাওঁতে কৈ গ'ল যে ছোৱালীজনীক অতদিনে ডাক্তৰক নেদেখুৱোৱাতো ভুল হৈছে, কাৰণ এই হোমিওপেথিক দৰববোৰত তেওঁৰ আৰু বিশ্বাস হেৰাই গৈছে।

তেতিয়া মাহেকৰ শেষ আৰু হাত একেবাৰে সুদা। ফিজ দি ডাক্তৰ অনা আৰু পইচা দি ষ্টুল চোৱৱোৱাৰ সামৰ্থ্য তেতিয়া মোৰ নাছিল। অফিচত কাম কৰা মানুহৰ পক্ষে আকৌ মেডিকেল কলেজৰ আউটডৰত দেখুৱোৱাও সম্ভৱপৰ নহয়। সময়ৰ নাটনি, তদুপৰি সৰু তিনিবছৰীয়া বেমাৰী ছোৱালী এজনীক লৈ তিনি চাৰি ঘণ্টা আউট-ডৰৰ বাৰান্দাত বহি থকা কোনোমতে মানুহৰ পক্ষে সম্ভৱপৰ নহয়। গতিকে হোমিওপেথ এজনৰ পৰা কেইটামান বৰি আনি দিছিলোঁহি।

এনেয়ে বহি দেখিলে মই ভাত খাব নোৱাৰো, তাতে এইবাৰ বাইদেউৰ কথাত অন্তৰে আঘাত পালে। জানি শুনি বাইদেৱে এনে এটা পালিব নোৱাৰা উপদেশ দিব নেলাগিছিল। কাৰণ পাৰোঁতে জানো সি ডাক্তৰ অনা নাই। যি কি নহওক ভাত এগৰাহ মুখত দিয়েই মুখ ধুই মুহুদি কৰি আহি শোৱা কোঠা পালোঁহি।

দেখিলো মামণি কোলাত খস্তেকপৰ নিতাল মাৰিছে আৰু বাইদেৱে প্ৰস্তৰ মূৰ্তিৰদৰে বিচনাৰ ওচৰৰ খিৰিকিখনৰ দাঁতিত থিয় হৈ আছে। চকু সমুখৰ পিতনিখনত।

মোক দেখিয়েই সুধিলে, "আজিও ভাত এৰিলি নেকি মাথন ?" খন্তেক বৈ মোৰ উত্তৰলৈ বাট নেচাই এবাৰ অভিমানৰ সুৰত কলে, "তইঁতৰ আলপৈচান ধৰিবলৈ এজনী মচুৱা বান্ধিব পৰা মানুহ

লাগে। মই বিধৱা মানুহ, বাহিৰ নোৱাৰো। সদায় নিৰামিষীয়া খাই কিমান থাকিবি? টুটুকণেতো মাছ নহলে আৰু ভাতেই নেখাওঁ বুলিছে। সেই কাৰণেতো মই কৈছিলোঁ বোলো কমলাৰ সেই নাৰ্চ হৈ থকা ভনীযেকজনীকে বিয়া কৰা। তাইৰো মন হৈছে। মই পাৰিলে এবাৰ তীৰ্থ কৰিবলৈ যাওঁ বুলি ভাবিছো জগন্নাথলৈ।"

বাইদেৱে একেথৰে পিতনিখনলৈ চাই ৰল। মহানগৰৰ সকলো আবৰ্জনা বৰষুণৰ পানীয়ে ধুই আনি আমাৰ ভাৰাঘৰৰ সংলগ্ন এই পিতনিখনতে পেলাইছেহি। পানি আহি ঘৰটোৰ চৌপাশ বুৰাই পেলাইছে। এই পানীয়ে আমাৰ মনত আতঙ্কৰ সৃষ্টি ক'ৰি আহিছে এই ভাৰাঘৰ লোৱাৰ দিনৰে পৰা। আজি প্ৰায় আঠ বছৰ হৈ গ'ল। আমাৰ টিউবৱেলৰ পানীও এই পিতনিয়ে কলুষিত কৰিছে বুলি কমলাই এটা বদ্ধমূল ধাৰণা লৈ থাকিয়েই ইহসংসাৰ ত্যাগ কৰিলে। তেওঁৰ সকলো অসুখৰ কাৰণ যেন এই পিতনিখনেই আছিল। মৰিবৰ দিনাখনলৈকে তেওঁ এই অপদাৰ্থ পুৰুষক ঘৰ সলনি কৰিবলৈ নহয় গাৱঁলৈ উভতি যাবলৈ দঢাই দঢাই কৈ গৈছিল। কিন্তু আজি তিনি বছৰেও মই ঘৰ সলনি কৰিব পৰা নাই, ঘৰ সলনি কৰিলে অস্বাভাবিক ভাবে বাঢি অহা ঘৰৰ ভাৰা দিব নোৱাৰিম বুলি। এই একে ভাৰাতে লাইট, পানী আৰু চেনিটেৰী লেট্ৰিন থকা ঘৰ পোৱা টান হব। ৰাজহুৱা দাবী হোৱা সত্বেও ঘৰ ভাৰা নিয়ন্ত্ৰিত কৰা কোনো লক্ষণকে চৰকাৰে এতিয়ালৈকে দেখুওৱা নাই। গাৱঁলৈ উভতি যাবলৈ অসমৰ্থ কাৰণ চাকৰি কৰি কৰি খেতি কৰাৰ প্ৰবৃত্তি একেবাৰে মৰি গৈছে অন্তৰত। গাৱঁলৈ গলে আকৌ নকৈ জীৱনৰ পাতনি মেলিব লাগিব।

এইবোৰ কথা পুৰণি, বাইদেউৰ আগত দোহাৰিবৰ মন নগ'ল। কিন্তু কমলাৰ ভনীয়েক মলয়া যে ইতিমধ্যে এজন ডাক্তৰৰ লগত গভীৰভাবে প্ৰেমাসক্ত হৈছে সেই কথা বাইদেৱে গম নেপায়। সেই

কথা বাইদেউক কৈ দিলে আৰু বাইদেৱে মলয়াক বোৱাৰী কৰা কথা যে নকয় তাক মই জানো। সেইকাৰণে ক'লো, "মলয়াই দেখোন আন ক'ৰবাত হে মন মেলিছে। ডাক্তৰ এৰি কেৰাণীক ভাল পাবনে ?"

প্ৰেম আৰু বিবাহক আধুনিক ছোৱালীয়ে যেনেকৈ বেলেগ বস্তু বুলি চাবলৈ শিকিছে তাক বাইদেউহঁতে শিকা নাই। সেই কাৰণে তেওঁ ইস্ ইসাই উঠিল আৰু ক'লে, "তেনেহলে তাইক বিয়া কৰাব নেলাগে। ছোৱালীৰ কিবা আকাল হৈছেনে ?"

বাইদেৱে বুজা নাই যে আকাল ছোৱালীৰ নহয় আকাল হৈছে ধনৰ। এজন কেৰাণী দ্বিতীয় বিবাহ কৰিবলৈ অসমৰ্থ। নহলে মোৰ মলয়াক বিয়া কৰোৱাত আপত্তি নাছিল, কাৰণ প্ৰেম আৰু বিবাহক ময়ো বেলেগকৈ চাবলৈ শিকিছো বিশেষকৈ অসমীয়া আলোচনীৰ গল্প পঢ়ি পঢ়ি।

বাইদেৱে মোৰ কথাৰ উত্তৰ বিচাৰি খন্তেক পৰ ৰ'ল, তাৰ পিচত অভিমানৰ সুৰত ক'লে, "মোৰো আৰু দেহা পৰি আহিছে। অতি সোনকালে কমলাৰ পিচ ময়ো ল'ম। ভগৱানে তাইক আগতে নি উদ্ধাৰ কৰিলে। মই কিবা পাপী জীৱ, সেইবাবে ইয়াত লেলাট ভুঞ্জি আছোঁ।"

বাইদেউলৈ চাই বৈ গ'লোঁ। বয়স চল্লিশৰ ওপৰ হৈছে, কুৰি বছৰ বৈধব্য ব্ৰত নিষ্ঠাৰে পালন কৰি আহিছে। ইমান ধৰ্মত থকা স্বত্বেও বাইদেউৰ মনলৈ এই ব্যৰ্থতাৰ ভাব কিয় আহিল ? বাইদেউক কেইবাজনো লোকে বিয়া কৰোৱাৰ ইচ্ছা কৰিছিল তেজে ফুটি যাওঁ ফাটি যাওঁ ৰূপ দেখি। ভিনিহিদেউৰ লগতো যে তেওঁ সংসাৰ বেছি দিন কৰিছিল এনে নহয়, কাৰণ নিসন্তান হৈয়েই ভিনিহিদেউ ঢুকাল। পোছাকত আৰু শিক্ষাত নহলেও অন্ততঃ ৰূপত আৰু গুণত বাইদেউ ইন্দিৰা গান্ধীৰ জোৰৰ মানুহ। চেষ্টা কৰা হলে তেওঁ এই চহৰৰ ভিতৰতে এগৰাকী উল্লেখযোগ্য মহিলা হ'ব পাৰিলেহেতেন, কিন্তু

সেই প্ৰবৃত্তিও বাইদেউৰ নাই। এইখন ঘৰৰ পৰা তেওঁ পৃথিবীলৈ ওলাব নোখোজে। ওলাব খোজে একেবাৰে মনৰ সিপাৰৰ সেই নেদেখা ঘৰখনলৈ।

মৰম আৰু শ্ৰদ্ধাৰ বশৱৰ্ত্তী হৈ বাইদেউক মই কোনোৰকম উপদেশ নিদিওঁ বা তেওঁৰ স্বভাব আৰু কাম কাজৰ সমালোচনাও নকৰো। কাৰণ মই নিজেও বৰ ডাঙৰ কাম কৰাৰ সংকল্প লৈ গাৱঁৰ পৰা নগৰলৈ আহিছিলো, কিন্তু জীৱিকাৰ চিন্তাত লাহে লাহে আন কোনো সেৱাৰ কাম কৰাৰ ভাৱ টুটি আহি বৰ্ত্তমান একেবাৰে নিঃশেষ হৈছেহি। পুৰণি মন লৈ বাইদেউ যিমান সুখী, নতুন মন লৈ মই সিমান অসুখী।

বাইদেউ গুচি গ'ল টুটুকণক ভাত খাবলৈ সোঁৱৰাই দিবলৈ। ৰাতি ভালেমান হৈছে, কাজেই বৰষুণজাক নৌ অহাৰ আগতে চুৱাখিনি ধুই আনিবৰ বাবে তেওঁ উৎকণ্ঠিত হৈ পৰিছে। বাইদেৱে কোৱা স্বত্বেও টুটুকণে লৰচৰ নকৰিলে। নলীয়া কটাবীখন লৈ বাঁহৰ বৰণীডাল চাঁচি যাবলৈ ধৰিলে। এইবাৰ ময়ো তাক ক'লোঁ। তাতো নিস্ফল হৈ যেতিযা ডবিয়ালোঁ তেতিয়া টুটুকণৰ কান্দোন আৰম্ভ হ'ল।

বাহিৰত আকৌ মুষলধাৰে বৰষুণ আৰম্ভ হ'ল। ওপৰৰ টিঙত টোপালবোৰ হুৰ হুৰকৈ পৰা শব্দই টুটুকণৰ কান্দোন তল পেলাই দিলে। আঠ বছৰীয়া ল'ৰা এটাৰ মাছ খোৱাৰ ইচ্ছাক সন্মান নকৰাৰ কোনো অৰ্থ থাকিব নোৱাৰে, কিন্তু নমঃশূদ্ৰ মানুহখিনিৰ দৰে মই মহানগৰৰ সকলো আৱৰ্জনাৰ ভৰালস্বৰূপ এই পিতনিখনৰ মাছকেইটাকো ধৰি খাবলৈ ঘিন কৰোঁ। আপোনালোকে তাক যদি মোৰ অজ্ঞতাৰ বা বাবু মনৰ ফল বুলি উপহাস কৰে তেন্তে মই তাত বাধা নিদিওঁ, মাত্ৰ ক'ম, "আহক এই পিতনিখন এবাৰ চাওকহি।"

টুটুকণক কোনোমতে নি ভাতৰ পাতত বহুৱালোঁ, কিন্তু শোক ধুনি ধুনি খাওঁতে বেছি ভাত পেটলৈ নগ'ল। সি ভাত খাই আহি

পুনৰ বৰশী লৈ চাচিবলৈ লাগি গ'ল, মই বাধা নিদিলোঁ, লাহে লাহে তাৰ বৰশীৰ কাম শেষ হ'ব আৰু তেতিয়া সি আপোনা আপুনি শুবগৈ।

বাইদেউৰ কোলাৰ পৰা মামণিক লৈ মই বাইদেউক ভাত খাবলৈ অজৰাই দিলোঁ, আৰু নিজে আহি শোৱা কোঠাৰ খিৰিকী-খনৰ কাষত আহি থিয় দিলোহি। ছোৱালীজনী শুইছিল, কাজেই তাইক শুৱাই দি নিশ্চিন্তমনে খিৰিকীখনৰ ওচৰত গৈ একান্তমনে পিতনিখন চাবলৈ ধৰিলোঁ।

এই পিতনিখন সম্ভবতঃ নৰকাসুৰৰ দিনৰে পৰা পিতনি হৈয়ে আছিল। শিৱই হলাহল পান কৰি নীলকণ্ঠ হোৱাৰ দৰে এই পিতনিখনও চহৰৰ পৰা বাগৰি আৰু উটি অহা সকলো আৱৰ্জনা পান কৰি হৰিৎকণ্ঠ হৈ থাকে। স্বাধীনতাৰ পাছত পিতনিত ভালেমান ঘৰ উঠাত পিতনিখন সংকীৰ্ণ হৈ পূৰ্বৰ ভাৰ বহন কৰিব নোৱাৰাত পৰিল আৰু ফলত বাৰিষা পানী উঠাৰ লগে লগে আবৰ্জ্জনাৰ এক বিৰাট অংশ নগৰৰ চৌদিশে বিযপাই দিবলৈ ধৰিলে। আমাৰ ভাৰাঘৰটিয়ে কেইবাটাও বাৰিষা এই দুৰ্ভোগ ভুগি আহিছে।

মই খিৰিকীৰ কাষত থিয় হোৱাৰ সময়তো পিতনিখনত ধাৰাষাৰে বৰষুণ পৰি এক ৰহস্যপূৰ্ণ অন্ধকাৰক গা ধুৱাইছিল। লাহে লাহে সেই অন্ধকাৰৰ উলঙ্গদেহৰ ওপৰত হাত বুলোৱাৰ শব্দ শুনিবলৈ পালোঁ, মাজে মাজে নাৰীৰ কণ্ঠত ফুটি উঠা দুই এটা অস্ফুট গানৰ কলি বতাহত উটি অহা যেন অনুভৱ কৰিলোঁ। তাৰ পিচত যেতিয়া বৰষুণৰ বেগ কমি প্ৰবল বেগে বতাহ বলিবলৈ ধৰিলে আৰু তাৰ শব্দ আহি বেৰত মূৰ আফালি আফালি খুন্দিয়াবলৈ ধৰিলে তেতিয়া অনুভৱ কৰিলোঁ কোনোবাই যেন মেখেলাৰ চট্‌চটনি তুলি মোৰ শোৱা কোঠাত প্ৰবেশ কৰিছে।

প্ৰায় তিনিবছৰ খালি পৰি থকা বিচনাখনৰ বাওঁকালৰ দাঁতিত থিয় হৈ যেন কোনোবাই হুমুনিয়াহ কাটিছে আৰু যেন কিবা এটা

কথা ক'বৰ চেষ্টা কৰিছে এনে অনুমান হ'ল। উত্তেজনা আৰু আতঙ্কত মোৰ সৰ্বশৰীৰ কঁপিবলৈ ধৰিলে আৰু মেকবেথৰ যখিনী কেইজনীৰ দৰে কোনোবাই যেন মোক ভবিষ্যত বিপদৰ সংকেত দিছে এনে অনুমান হ'ল। হুমুনিয়াহ শুনাৰ লগে লগে কোনোবাই বহুত দিন বন্ধ হৈ থকা ট্ৰাঙ্কটো খোলা গম পালোঁ আৰু ডাঁৰত এতিয়াও পৰি থকা কমলাৰ চেণ্ডেলযোৰ পিন্ধাৰ শব্দ শুনিলোঁ।

হঠাতে হুৰহুৰকৈ বৰষুণ পৰিবলৈ ধৰিলে আৰু বাহিৰত বাইদেৱে লৰালৰিকৈ কাঁহী-বাটি ধোৱাৰ শব্দ শুনিবলৈ পালোঁ।

মোৰ কপালত যেন কোনোবাই এখন চেচাঁ হাত থৈছে, এনে অনুমান হ'ল। লগে লগে মোৰ সৰ্বশৰীৰ ঘামি গ'ল আৰু বহুত বছৰৰ আগৰ সেই প্ৰথম দিনটোলৈ মনত পৰিল যিদিনা এই ভাৰা-ঘৰটোলৈ কমলাই প্ৰথম প্ৰৱেশ কৰিছিল। গাৱঁৰ ঘৰৰ নদন-বদন বাৰী এৰি কমলা নগৰৰ ভাৰাঘৰলৈ আহিবলৈ অমান্তি হৈছিল। বাইদেৱো আহিব খুজিছিল, পিতৃপিতামহৰ ভেটি এৰি যোৱা হেনো মহাপাপ।

ৰিজাৰ্ভ বেঙ্কৰ কেৰাণীৰ কাম এটা পোৱাৰ পিচতে অকস্মাতে এদিন অনুভৱ কৰিলোঁ নাগৰিক জীৱনৰ আকৰ্ষণ, সেই কাৰণে গাৱঁৰ স্থিতিশীল জীৱন পৰিত্যাগ কৰি কমলাহঁতৰ সৈতে এখন নতুন আধুনিক সংসাৰ গঢ়াৰ সপোন দেখিছিলোঁ। অনেক প্ৰলোভন দিয়াৰ পিচত কমলা আহিবলৈ মান্তি হৈছিল।

আঠবছৰৰ আগৰ সেই এটা দিনৰ কথা মনত পৰিল। বাৰিষাৰ বৰষুণত গুৱাহাটীৰ আলিবাটবোৰৰ ওপৰেদি পানী বাগৰিছিল আৰু সকলো আবৰ্জনা কঢ়িয়াই এধাৰা বোকাময় সোঁত কল কল ধ্বনিৰে বাগৰি গৈ আমাৰ ঘৰৰ কাষৰ পিতনি ডবাত পৰিছিলগৈ। কমলাই ভয় খাই গ'ল, সন্ধিয়াৰ ম্লান পোহৰত সেউজীয়া পিতনিখনে সেউজীয়া সাজ পিন্ধা নগাবিদ্ৰোহীৰ দৰে ভয়ানক ৰূপ লৈ আমাৰ আগত প্ৰতিভাত হৈছিলহি।

টুটুকণক বাইদেউৰ হাতত দি কমলাক ঘৰ-দুৱাৰ দেখুৱাবলৈ ধৰিলোঁ। এপটকাত চেনিটেৰি লেট্ৰিন, বাথৰুম, লাইট আৰু চাবিটো কোঠালিৰে এটা ঘৰ যে মহানগৰত বিচাৰি উলিওৱা কি অসাধাৰণ পুৰুষাৰ্থৰ কাম তাক বৰ্ণাই মই মোৰ ব্যক্তিত্বৰ গুণ যিমানে বখানিলো সিমানে কমলাৰ মুখ বিতৃষ্ণাৰে ভৰি পৰিল। এজন বন্ধুৰ বদান্যতাৰ কাৰণেহে যে এনেকুৱা এটা ঘৰ পোৱা সম্ভৱ হ'ল তাক অৱশ্যে কিছুমান লেখকে লোকৰ কথাকে নিজৰ বুলি লিখি ফুটনোটত আচল জনৰ নাম উল্লেখ কৰাৰ দৰে ময়ো উল্লেখ কৰিবলৈ বাধ্য হ'লোঁ।

কমলাই শুনি মোক শলাগা দূৰৈত থাওক, ঘৰটোৰ দোষ উলিওৱাতহে বেছি ব্যস্ত হ'ল। ঘৰৰ গাতে লগা চেনিটেৰী লেট্ৰিন আৰু পিতনিৰ তলৰ পৰা টনা টিউবৱেলৰ পানী কিমান বেয়া তাক তেওঁ বাৰেপতি উদুকিয়াবলৈ ধৰিলে।

মই তেওঁক শোৱা কমটো দেখুৱাইছিলোঁ। নতুন জীৱন আৰম্ভ কৰাৰ বাবে মই খাটখনো আঠুৱা-বন্ধা দি নতুনকৈ কৰাইছিলো, তুলি, গাৰু, বিচনা চাদৰ সকলো নতুন আছিল। সস্তীয়া হলেও প্ৰত্যেকখন খিৰিকী আৰু দুৱাৰতে পাতল কলপতীয়া পৰ্দা লগাইছিলোঁ। চহৰত ফুৰিব পৰাকৈ এজোৰ পাতল (কম দামৰ) পাটৰ মেখেলা চাদৰো কিনি ডাঁৰত সজাই থৈছিলোঁ। নতুন এখন সৰু ড্ৰেচিং আইনাও সজাই থৈছিলো বেৰৰ দাঁতিত।

এই নতুনৰ আয়োজন ব্যৰ্থ হৈ গ'ল। কমলাই নতুন বস্তুবোৰৰ ফালে মুখ তুলিয়েই নেচালে।

কমলা মোতকৈ দুই ইঞ্চিমান ওখ। কেচপতীয়া মুগাৰ বিহা, ভমকাফুলীয়া মেখেলা আৰু বগা ব্লাউজটোৰ মাজেদি তেওঁৰ শাওঁবৰণীয়া দেহটি বাৰিষাৰ নৈৰ দৰে ওফন্দি পৰিছিল। মোৰ অজানিতেই তেওঁৰ কান্ধত হাতখন থলোঁ, আৰু ক'লোঁ "কমলা, কোৱাচোন কি ভাবিছা?"

কমলাই বিহাৰ আচলেৰে সাউতকৰে ওলাই অহা চকুলোখাৰ মচি ক'লে "আজি চাগৈ গোঁসাই ঘৰত কোনে চাকি দিছে? ঘৰৰ আগত থকা পুখুৰীটোত জীঁওৱা মাছবোৰ কোনেবা খায়? বাৰীৰ তামোলপান, কেঁচা হালধি, জলকীয়া, বাঁহবোৰ চাগৈ চোৰে নিব। গৰু আৰু ছাগলীবোৰ আধি দি আহিছো সেইবোৰ ঘুৰাই আৰু ক'ত পাম? এনেহেন এখন সোনাপুৰ গাওঁ এৰি এই জয়াল পিতনিখনলৈ কেলেই আনিলা হে প্ৰভু?"

মোৰ উঠি অহা খং দমাই কমলাক বুজাবলৈ চেষ্টা কৰিছিলো যে গাৱঁৰ সেই নিৰানন্দময আৰু গতিহীন জীৱনৰ সংকীৰ্ণতাৰ পৰা ওলাই গুৱাহাটী মহানগৰৰ প্ৰাণময়তা, জটিলতা আৰু চঞ্চলতাক আদৰি লোৱাহে বুধিয়কৰ কাম। থাকিলেই বা পিতনিখন, কি হ'ল? আমাৰ কাষতে ইয়াত আধুনিক জগতখন পাম, সেইটো জানো কম ভাগাৰ কথা। মোৰ গোটেই জীৱনটোৱেই আছিল গাৱঁৰ সেই কুসংস্কাৰাচ্ছন্ন সমাজ পৰিহাৰ কৰি নগৰৰ উদাৰ মন গ্ৰহণ কৰাৰ প্ৰচেষ্টা মাত্ৰ। গাৱঁত ওৰণি লৈ ফুৰিব লগা কমলাই ইয়াত ওৰণি নললেও কওঁতা কোনো নাই। মানুহে জানো দুকথা শিকিবলৈ আৰু নেদেখা দৃশ্য চাবলৈ হেঁপাহ নকৰে?

কমলাই কিন্তু বুজনি নেমানিলে। নিজকে অলপ সংযত ক'ৰি টুটুকণক বাইদেউৰ কোলাৰ পৰা আনি নীৰৱে নতুন বিচনাখনত শুৱাই দিছিলহি। তাৰাপচত পাকঘৰলৈ ওলাই গৈছিল।

টুটুকণে তেতিয়া পাঁচ মাহত ভৰি দিছিল।

সেই টুটুকণৰ এতিয়া আঠ বছৰ হ'ল।

মাজৰ কালছোৱাত অনেক ঘটনা ঘটি গ'ল, এই চহৰত আৰু এই পৃথিৱীত। ৰুছিয়া আৰু আমেৰিকাই আকাশত স্পুটনিক উৰালে, মানুহে অনন্ত কোটি টকা খৰচ কৰি নিৰ্মাণ কৰিলে মানুহক ধ্বংস কৰা ৰকেট। কিন্তু এই চহৰত বাস কৰা আমাৰ ক্ষুদ্ৰ পৰিয়ালটোৱে একো নিৰ্মাণ কৰিব পৰা নাই, এই জাতিটোৱে একো উন্নতি কৰিব পৰা

নাই। পৃথিৱী যেন স্ৰোতস্বিনী লুইত, আৰু আমিবোৰ যেন এই পিতনিখন। যাৰ সোঁত নাই।

এই আঠ বছৰৰ ভিতৰত আমাৰ কোলালৈ আহিছিল এজনী ছোৱালী, আমাৰ ঘৰলৈ আহিছিল দাৰিদ্ৰ্যৰ অপৰিসীম যাতনা আৰু মনৰ সপোন নাশ কৰা এটা দুৰ্জয় সন্তাপ।

চহৰৰ বুকুলৈ আহিছিল টকালোভী অনেক উদ্যোগপতি, আহিছিল বেপাৰী আৰু সংস্থান বিচাৰি যুৱা হেজাৰ হেজাৰ ভগনীয়া। নিজৰ চহৰতে আমি লাহে লাহে হৈ পৰিছিলো নগণ্য, সামান্য আৰু অপৰিচিত।

আমাৰ জীৱন যেন পিতনিৰ মলযাত পোত গৈ তলীত পৰিছিল। কেনিও যেন ওলাবৰ শক্তি নাই এনে যেন লাগিছিল।

ইতিমধ্যে কমলা আৰু বাইদেৱে নগৰীয়া জীৱনক বাধ্য হৈ গ্ৰহণ কৰিছিল, কিন্তু যেতিয়াই অনাটনে আৰু চিৰলগৰীয়া অসুখে আহি ঘৰ-ঘৰোৱাহক উৎপীড়ন কৰে তেতিয়াই কমলাই মোক চকুপানী টুকি গাৱঁৰ ঘৰৰ কথা সোঁৱৰাই দিছিল। তাত থাকোতে কাৰো এদিনলৈকে পানীলগা বা পেটৰ অসুখ হোৱা নাছিল। কিন্তু ইয়ালৈ আহিবৰ দিন ধৰি টুটুকণৰ প্ৰায়ে পেটৰ বিষ হয়, বাইদেউৰ নাক যুলে, আৰু কমলাৰ আলচাৰৰ বেদনা হয়।

ডাক্তৰৰ বিল দিওঁতে কেতিয়াবা ঘৰৰ ভাৰা দিব নোৱাৰোঁ, তাতে যেতিয়া চাউলৰ দাম আঠ বছৰত বাঢ়িল ১০ টকা আৰু শাক-পাচলিৰ দাম বাঢ়িল ডেৰগুণ, তেতিয়া পইচাই মাহেকতো ভালকৈ নটা হ'ল। চাৰিবছৰৰ আগাত এদিন আৱিষ্কাৰ কৰিলোঁ, খাজনা কেইবাবছৰো বাকী পৰি আছে গাৱঁৰ মৌজাদাৰৰ খাতাত, যদি তাক শীঘ্ৰে দিয়া নাযায় তেন্তে এদিন মাটি ক্ৰোক যাব।

সেইদিনা হাতত পাতি পইচা এটিও নাছিল। গাত অলপ ঘুৰঘুৰীয়া জ্বৰ। অফিচৰ কেজুৱেল চুটি খতম হোৱা স্বত্বেও ছুটি লব লগা হৈছিল বিনা দৰমহাৰে। গাৱঁৰ পথা উলটি আহিছিলোঁ

মৌজাদাৰৰ খাজনা দি। গাৱঁৰ ঘৰটোৰ ভেটিত কেঁচুমটা হৈছে। ওপৰত গাৱঁৰ গৰু আৰু কুকুৰবোৰ আহি ইচ্ছামতে শোৱেহি আৰু লেতেৰা কৰেহি। বাৰীৰ বাঁহ এজোপাও নাই, সকলোতে বন গজিছে। পুখুৰীটোৰ দলং ভাগিছে, তাতো বনে পানী চাটি ধৰিছে। বাৰিষা পানীয়ে গাৱঁৰ খাল-পথাৰ বুৰাই পেলাইছে আৰু ওচৰৰে লখাইতৰা নৈখন ওযন্দি চান্দ সদাগৰৰ নাও যাব পৰা কৰি থৈছে। আধি দিয়া গৰু-ছাগলীবোৰ বোলে চবকা লাগি মৰিছে। ঠিকাদাৰে ভুলকৈ মথাউৰি বন্ধাৰ বাবে নৈৰ পানী ওলাব নোৱাৰি পথাৰ বুৰাই পেলাইছে। এনে বানপানী বোলে বুঢ়াসকলৰ মনত পৰা কালত আৰু হোৱা নাছিল। মই গৈ ঘৰটো চাই তাত আৰু বৰলৈ নহ'ল, বুকুখন হমহমাবলৈ ধৰিলে। মৌজাদাৰক পইচাকেইটা দি ৰচিদ এখন লৈ আকৌ বৰষুণতে আহি বাচত উঠিলোহি।

ঘৰ পাই দেখোঁ গাত জ্বৰ, আৰু হাতত পাতি পইচা এটিও নাই।

শোৱা কোঠাত সোমাবলৈ গৈ দেখোঁ বাইদেৱে ব্যতিব্যস্ত হৈ ওলাই আহিছে আৰু কৈছে "কমলাৰ লৰা পাবৰ হৈছে। যাচোন যা ডাক্তৰক মাতগৈ।"

হুৰ্‌হুৰ্‌কৈ বৰষুণ পৰিবলৈ ধৰিলে, ঘনে ঘনে বিজুলী ঢেৰেকনি মাৰিবলৈ লাগিল। সমগ্ৰ চহৰৰ আবৰ্জনাৰ স্তূপ্তি কল কল নাদেৰে বৈ গৈ পিতনিৰ ওপৰত পৰিবলৈ লাগিলগৈ। দুই এজনী চৰি ফুৰা গৰুৱে ভয়তে কাতৰস্বৰে হেম্বেলিয়াবলৈ ধৰিলে। ওচৰৰে সুনি পকা গছবোৰ আৰু ঘৰৰ মুখত পৰা চৰাইবোৰ ভয়ত পলাবলৈ লাগিল আশ্ৰয় বিচাৰি। মোৰ কপাল গৰম হৈ আহিল।

বাইদেৱে মোৰ মুখলৈ চাই বৈ গ'ল, কিবা এটা বুজিলে মোৰ মুখৰ অৱস্থা দেখি। তাৰ পিচত হুমুনিয়াহ চাৰি সুধিলে "তোৰ জ্বৰ উঠিছেনেকি ?"

"অঁ।"

"তেন্তে মোৰ বিচনাতে শোগে যা। মোক বেগটো দে, পইচা অলপ লাগে।"

মই ম্লান হাঁহি উত্তৰ দিলোঁ "এটা পইচাও নাই বাইদেউ। লেঙেৰা ডাক্তৰকে খবৰ এটা দিয়াচোন।"

"দিয়াইছিলো। লেডীক মাতিবলৈ কলে। লেডীও নাহোঁ বুলি ক'লে। প্ৰসৱ কৰোৱাবৰ বাবে মানুহৰ ঘৰলৈ বোলে, অহা নিয়ম নাই।"

"অ, তেন্তে ধাই এজনী আছে তিনি আলিৰ চুকটোতে, তাইকে মাতিবলৈ পঠিয়াই দে।"

"মতাইছো। তাইৰ বোলে আহোঁতে বেলি হ'ব।"

"তেন্তে ?"

"মানুহজনী বৰ দুৰ্বল। কলিজাৰ অসুখ হৈছে নেকি ?"

মোৰ মূৰ ঘুৰাই গ'ল। মই শান্ত ভাবে ক'লোঁ, "কিবা আছে যদি খাবলৈ দেছোন, লেঙেৰা ডাক্তৰকে বিচাৰি যাওঁ। বৰ ভোক আৰু পিয়াহ লাগিছে।"

বাইদেৱে ক'লে "আজি ঘৰত একো নাই, দিওঁ কিটো ?"

"সৰ্বনাশ।" মই ক'লোঁ। "অন্ততঃ দৰৱ কিনিবলৈতো পইচা লাগিল।"

বাইদেউ হঠাতে ভিতৰলৈ সোমাই গ'ল আৰু কেইমিনিটমানতে এটা আঙঠি আনি মোৰ হাতত দি ক'লে, 'যা এইটো বেচি হলেও কিবা এটা কৰ।"

মই স্তব্ধ হৈ গ'লোঁ। তীৰ্থলৈ যাবলৈ বুলি সাঁচি থোৱা ধনৰ ভিতৰতে এই আঙঠিটো। তাকে কোন সতেৰে লওঁ ?

মই ল'ব খুখুজিলতো বাইদেৱে হাতত গুজি দি দিলে আৰু ক'লে, "যা মানুহৰ জীৱনতকৈ সোণৰ আঙঠি ডাঙৰ নহয়। যা বেগেতে যা।"

তেনেতে কমলাই চিঞৰি উঠিল যন্ত্ৰণাত। বাইদেৱে ক'লে "যা বেলি নকৰিবি।"

টুটুকণে সেইদিনা ভেবা লাগি মোৰ মুখলৈ চাই আছিল। দেউতাকক চাগৈ ইমান নিসহায় সি কোনো দিনে দেখা নাছিল।

ছাতিটো ফুটাও ফুটাও কৰিছিল ৰৰষুণে।

মই কষ্টেৰে গৈও ডাক্তৰক নেপালোঁ ঘৰত। কিছুসময় যোৱাৰ পিচত যেতিয়া ডাক্তৰ আহিল, তেতিয়া তেওঁ খুব শ্ৰান্ত। মোৰ পৰা প্ৰসূতিৰ কথা শুনি তেওঁ ক'লে, "ৰ'ব মই গৈছোঁ।" ৰ'লোঁ।

ৰাতি এডোখৰত ডাক্তৰৰ মটৰত আহি ঘৰ ওলালোহি। ডাক্তৰে আহিয়েই প্ৰসূতিক এটা বেজি দিলে হাৰ্টৰ অৱস্থা ঠিক ৰাখিবলৈ। তাৰপিচত মোক প্ৰসূতিৰ কমৰ পৰা ওলাই যাবলৈ ক'লে। বাইদেৱে ক'লে "তই শুই থাকগৈ যা। টুটুকণকো তোৰ লগতে শুৱাই থ।"

ৰাতি এডোখৰত বাইদেৱে মোক মাতিলে, "মাখন, মাখন, মাখন।"

মই কোনোৰকম উঠিলো গা এঙামুৰি দি। তাৰ পিচত সুধিলোঁ, "কি হ'ল বাইদেউ ?"

উঠছোন, কমলাই দেখোন কিবাখন কৰিছে।

মই উঠি আহিলোঁ। ডাক্তৰ বহি আছে। কমলাৰ যন্ত্ৰণা খুব বেছি হৈছে। মই গৈ কমলাৰ কাষত থিয় হলোঁ।

ডাক্তৰে মোৰ মুখলৈ চাই হাঁহি ক'লে, "ভয় নেখাব। অৱশ্যে খুব ক্ৰিটিকেল স্টেজ "

"কি হৈছে ?"

গাত একেবাৰেই তেজ নাই। বৰ দুৰ্বল।"

মোৰ গাটো ঘামিবলৈ ধৰিলে। সমুখৰ পিতনিখন তেতিয়া এন্ধাৰেৰে ভৰা।

কমলাৰ হেকতি আহিবলৈ ধৰিলে। উশাহ ঘন হৈ আহিছে। মই দেখিলোঁ। পিতনিখনত যখিনীৰ মেলা বহিছে।

বাইদেৱে চামুচেৰে পানী খুৱাইছে কমলাক।

চহৰখন তেতিয়াও সাৰে আছে। দূৰত ছুই এখন মটৰ অহাযোৱাৰ

শব্দ শুনিছোঁ। অনতিদূৰৰ স্টেডিয়ামটোত চাগৈ তেতিয়াও ভূৰি ভোজন কৰিছে চহৰৰ বিলাসীসৱে আৰু বাহিৰৰ পৰা অহা আলহীসৱে। পানী পিতনিৰ পৰা আহি লাহে লাহে ভেটিত সোমাইছেহি।

হঠাতে ডাক্তৰ উঠিল আৰু পিচত ক'লে, এখেতক মেটাৰনিটি ৱাৰ্ডলৈ নিব লাগিব। অক্সিজেন দিব লগা হব পাৰে।

—মেটাৰ্নিটি ৱাৰ্ডলৈ ?

—অঁ।

—আপোনাৰ গাড়ীখন দিব ?

ডাক্তৰে কেৰঘেঁহালে। ক'লে, "মই ভাতেই খোৱা নাই।" কিন্তু হঠাতে বোধহয় মোৰ বিবৰ্ণ মুখখনলৈ চাই তেওঁ কথাৰ সুৰ সলাই ক'লে—

'বাৰু বলক।'

কমলাক ৱাৰ্ডত থৈ যেতিয়া শোৱা কোঠা পালোহি তেতিয়া বাহিৰত খুব ৰবষুণ পৰিছে। মোৰ ভাব হ'ল যেন এইবাৰ সমগ্ৰ চহৰৰ দাৰিদ্ৰ্য মন্থন কৰি তোলা হলাহল পান কৰিবৰ বাবে পিতনিখনে পানীয় মজুত কৰিছে। কঠোৰ ৰৰষুণৰ শব্দ আহি অন্তৰত খুন্দা মাৰিবলৈ ধৰিলে। লাহে লাহে শোৱা পাটিৰ চাৰিওফালে অনুভৱ কৰিলো এটা নিৰ্জীৱ শূণ্যতা। সেই শূণ্যতাই মোক আৰু মোৰ সমস্ত সংসাৰ যেন গ্ৰাস কৰিবলৈ উদ্যত হ'ল।

ৰাতিপুৱা যেতিয়া সাৰ পাইছোঁ তেতিয়া বৰষুণ নাই, কিন্তু লগে লগে খবৰ পালোঁ কমলাও আৰু ইহ সংসাৰত জীয়াই নাই, এজনী ছোৱালী জন্ম দি তেওঁ আমাক এৰি চিৰদিনৰ কাৰণে কোনোবা এখন অচিন ৰাজ্যলৈ গুচি গ'ল।

সেইদিনাৰ সেই ভয়াবহ ঘটনাবোৰ বৰ্ণনা কৰাৰ শক্তি মোৰ নাই, কমলা যিবোৰৰ নায়িকা আছিল। মৰিবৰ সময়ত বোলে কমলাই মোক আৰু বাইদেউক বিচাৰিছিল, কিন্তু নেপাই তেওঁ কৈ

গ'ল বোলে আমি যেন এই ভয়াবহ পিতনিখনৰ কাষত আৰু নেথাকো। নগৰৰ ভাৰাঘৰত জীয়াতু যাতনা ভোগাতকৈ গাৱঁৰ ফৰকাল বাৰীত দুবেলা দুমুঠি দুখে-সুখে খাই থাকিব পাৰিলেই বেছি মঙ্গল।

কমলা যাবৰ পাচৰে পৰা মোৰো জ্বৰ হ'ল। অশেষ কষ্ট ভুগি কোনোৰকম সকাহ পালোঁ, কিন্তু মন শূন্যতাৰে ভৰি গ'ল, একো কামতে উৎসাহ নোপোৱা হ'লোঁ। মাজে মাজে টুটুকণে মোৰ এই উদাসীনতা দেখি দুখ কৰে, কেতিয়াবা সি অনাদৰত একো নোখোৱাকৈ থাকে। স্কুললৈ যাবলৈ সময়মতে ভাত নেপালে জেঠায়েকক গালি পাৰে। স্কুলৰ পৰা আহোঁতেও ঠিকমতে ঘৰলৈ নোলটে। চুবুৰীৰ চেঙেলীয়া লৰাবোৰৰ লগত ধিতিঙালি কৰি সি ঘুৰি ফুৰা হ'ল। অকণমানি ছোৱালীজনী বাইদেউৰ টেটুত লাগিল। সহনশীলা বসুমতীৰ দৰে বাইদেৱে পৰিয়ালৰ সকলো অত্যাচাৰ নীৰবে সহ্য কৰি ৰ'ল। নিজৰ সকলো সুখ আমাৰ কাৰণে বিসৰ্জন দিলে।

কমলাই আমাক এৰি যাবৰে পৰা কমলাৰ ভনীয়েকক বিয়া কৰাবলৈ বাইদেৱে কৈ আছিল, ভাবিছিল মলয়া আহিলে তেওঁৰ সহায় হ'ব আৰু মোৰো উদাসীনতা যাব।

কিন্তু আজি বাইদেউ নিৰাশ হ'ল। কাষৰ কোঠাটোতে পাক-ঘৰৰ কাম সামৰি আহি বাইদেউ শুইছেহি। কিন্তু হঠাতে যেন শুনিলো বাইদেৱে কিবা পঢ়িছে। মই ওলাই গ'লোঁ। খোলা খিৰিকীৰে দেখিলোঁ বাইদেৱে বজাৰৰ পৰা কিনি অনা কৃষ্ণমূৰ্ত্তি ছবিখনৰ কাষত বহি একাগ্ৰমনে এটা বৰগীত গাইছে।

বৰ শুৱলা বাইদেউৰ মাত। আজি বহুত দিনৰ মূৰত বাইদেউৰ মুখত শুনিছোঁ বৰগীত। বৰগীতৰ সুৰৰ তালে তালে নামঘৰৰ আৰু গাৱঁৰ ছবি ভাহি উঠিল চকুৰ আগত। আমাৰ গাওঁখনৰ ছবি য'ত আমি উপজিছিলোঁ, য'ত আমি অসমীয়া গীত-মাত শিকিছিলোঁ।

সেই গাওঁখন আমি পৰিত্যাগ কৰি নগৰৰ সভ্যতা বিচাৰি আহিলোঁ। কমলা আৰু বাইদেউ আহিব খুজিছিল। মইহে জোৰ কৰি অনালোঁ।

কিন্তু নগৰে আমাক একো নিদিলে। আমাৰ দেহক দিলে ৰোগ, গৃহিনীক দিলে অকাল মৃত্যু, বাইদেউক দিলে অসহনীয় নিসঙ্গতা, টুটুকণক দিলে চেঙেলীয়া অৰাজকতা আৰু মামণিক দিলে এটা মেমেৰা শৰীৰ। মই বিচাৰিছিলো আৰ্থিক স্বাচ্ছন্দ্য, পালোঁ এটা সামান্য দৰমহা আৰু সামৰিব নোৱাৰা আকাঙ্ক্ষা। হো হোকৈ বস্তুৰ দাম বাঢ়িছে আৰু আমাৰ সামান্য সাংসাৰিক আকাংক্ষাবোৰো মৰহি পৰিছে। চীন আক্ৰমণৰ পিচত ভাবিছিলো চৰকাৰে কিবা এটা আচৰিত পৰিবৰ্ত্তন কৰি দাম কমাব। কিন্তু ক'তা আজি এবছৰ গ'ল, একো নহ'ল। প্ৰথমতে কমলাক আনোতে আধুনিক জীৱন যাপন কৰাৰ যি আকাঙ্ক্ষা কৰিছিলো, সেই আকাঙ্ক্ষা এতিয়া অস্ত পৰিল।

আমি যেন দৰিদ্ৰৰ অটল পিতনিত পৰি কৰকৰাবলৈ ধৰিছোঁ।

বাইদেৱে একান্তমনে বৰগীত গাইছে, টুটুকণে বৰশীৰ ডাৰ চাচি থাকোঁতেই চকী এখনত টোপনি গৈছে। তাক বাইদেউৰ বিচনাত শুৱাই থলোঁ। তাৰ পিচত শোৱা কোঠালৈ উলটি আহিলোঁ।

হঠাতে দেখিলোঁ গাৰুত মুৰ দি কোনোবাই উচুপি উচুপি কান্দিছে। মই চিনি পালোঁ মানুহ গৰাকী কোন। দোৰি শোৱা পাটিৰ কাষলৈ গ'লো। মানুহ গৰাকীক সান্ত্বনা দিব খুজিলোঁ। কিন্তু অকস্মাতে খাটখন লৰিবলৈ ধৰিলে, কমটো কঁপিবলৈ ধৰিলে, পিতনিখন ঘুৰিবলৈ লাগিল। তাৰ পিচত এটা নাৰী কণ্ঠই ক'বলৈ ধৰিলে "যোৱঁা, যোৱঁা তোমালোক গুচি যোৱঁা। গাৱঁৰ ঘৰলৈ গুচি যোৱঁা। ইয়াত কি সোণৰ সোলেং পাইছা?

কথা কৈ কোনোবা যেন পিতনিলৈ গুচি গ'ল উন্মাদিনীৰ দৰে আৰু পিতনিৰ মাজত সোমাই পৰি নেদেখা হ'ল।

মই চিঞৰি দিলোঁ—"কমলা, কমলা, কমলা।"

বহু সময়ৰ মূৰত সাৰ পালো বোধহয়। দেখিলো, বাইদেৱে মূৰটো বিচি দিছে।

"ভাল পাইছনে ?"

"কিনো হৈছিল মোৰ ?"

"খুব কমলা কমলাকৈ চিঞৰিছিলি।"

মোৰ সকলো মনত পৰি গ'ল আৰু মই বুজিব পাৰিলোঁ মই কাক দেখিছিলোঁ। মই কলোঁ—কমলা আহিছিল যেন লাগিছিল। ইযাতে শুইছিল।

মোৰ চকুজুৰি সজল হৈ গ'ল মোৰ অজ্ঞাতে।

বাইদেৱে হঠাতে ক'লে—মযো দেখো তাইক এই পিতনিখনৰ পৰা অহা, সদায় সেই একে কথা, 'যা যা যা'। ব'ল ইয়াত কিবা এটা আছে, আমি গাৱঁৰ মানুহ গাৱঁলৈ যাওঁগৈ। নগৰৰ সুখে আৰু নাটিছে।

মোৰ মুখৰ পৰা ওলাল "বাৰু।"

তেতিযা ৰাতি পুৱাইছিল।

দেখিলো চকুৰ ফেচকুৰি মোহাৰি টুটুকণ ওলাইছেহি মোক চাবলৈ। হাতত আধা চঁচা বৰশীটো। সেইটো বাবলৈ তাক আমি এটা পুখুৰী দিব পাৰিম ঘৰত। বৰ ডাঙৰ ডাঙৰ মাছ আছে তাত।

॥ নৱযুগ ॥
২০ মে ১৯৬৪
১ম বছৰ
৩০শ সংখ্যা

## বৰদেউতা

* * * * * * * * * *

—যোগেশ দাস

ঘটনাটো মুখৰোচক হৈ উঠিল। মই ঘৰৰ ভিতৰতে থাকিলেও সকলো গম পাই আছো। আমাৰ ঘৰখনতো ঘটনাটোৰ বিষয়ে ফুচফুচীয়া মেল হয়। গৰম আলোচনা হয়, তদুপৰি ৰমেশে আহি আহি মোক খবৰ দি থাকেহি।

প্ৰথমতে ঘটনাটো ভালদৰে আৱিষ্কৃত হ'বলৈ ভালেখিনি সময় লাগিছিল। সেইকাৰণে মানুহে মাত্ৰ 'কথা এটা শুনিছানে', 'অমুকটো হ'ল নহয়', 'হয়নেকি, কবই নোৱাৰোঁ' এনে ধৰণেহে গাত লগা নলগাকৈ কোৱা-মেলা কৰিছিল। কিন্তু, যেতিয়া কথাটো ভালদৰে ৰাষ্ট্ৰ হৈ গ'ল আৰু ঘটনাটো সঁচা বুলি প্ৰমাণিত হৈ গ'ল, তেতিয়া কথা-বতৰাই আলোচনা, ঠাট্টা-মস্কৰা, আনকি গৰম তৰ্কা-তৰ্কিৰো ৰূপ ধাৰণ কৰিলে। তৰ্কা-তৰ্কিত প্ৰধান অংশ গ্ৰহণ কৰে ৰমেশহঁতৰ ডেকা দলটোৱে।

ৰাজেশ্বৰীক এনেয়েও ভাল চকুৰে চোৱা মানুহৰ সংখ্যা কম। তেওঁৰ প্ৰসঙ্গ উত্থাপিত হ'লেই প্ৰায় মানুহে ভেকাহি মৰাৰ দৰে কৈ উঠে, "সেই জনী? কেনেকৈ চলেহে, কেনেকৈ চলে? ছুটা আঠ-ফুটী খেৰী-ঘৰ ভাড়াত দি মাহদিন চলিব পাৰেনে? তাৰো ভাড়া

পায়নে ? ব্যৱসায় চলায়, বুইছা, ব্যৱসায়। বহুত কিবা-কিবি বেচে, বহুত কিবা-কিবি। কেতিয়াবা কোনোবাই কয়, "সেইবাৰ কি হৈছিল ? পুলিচ আহি ওলোৱা নাছিলনে ? হেঃ।"

"সেইবাৰ" পুলিচ আহি ওলাইছিল হয়। ৰাজেশ্বৰীয়ে হেনো ক'ৰবাৰ পৰা ছোৱালী আন আনি নিজৰ লগত ৰাখে। গধূলিৰে পৰা ৰাজেশ্বৰীৰ ঘৰলৈ মানুহৰ সমাগম হয়। বিস্নাত আহে, মটৰ চলাই আহে। হাঁহি-তামাচাৰ শব্দ বাটৰ মানুহে শুনে। কেতিয়াবা হাৰমনিয়ম লৈ গান গোৱাও হয়। মদো চলে বুলি বহুতে প্ৰমাণ পোৱাৰ কথা কৈছে। অন্যান্য ব্যভিচাৰৰ বিষয়েও মানুহে কল্পনা কৰি লয়।

অতিষ্ঠ হৈ, সমাজৰ নৈতিক শৃঙ্খলা আৰু ৰক্ষা নপৰে বুলি, ৰমেশহঁতৰ দলৰে কোনোবাই দুজন বয়সস্থ লোকক লগত লৈ পুলিচৰ ওচৰত আপত্তি দিলেগৈ। থানালৈ কে'বাদিনো অহা-যোৱা কৰাৰ মূৰত এদিন হঠাৎ পুলিচ দলে-বলে ৰাজেশ্বৰীৰ ঘৰত উপস্থিত হ'লহি। আঁতাৰ আঁতৰে মানুহে জুম বান্ধি বান্ধি চাবলৈ ধৰিলে। সকলোৰে মনত কি হয় কি হয় ভাৱ।

কিন্তু একো নহ'ল। পুলিচে একো প্ৰমাণ নাপালে। পিচত শুনা গ'ল, ৰাজেশ্বৰীয়ে পুলিচক জনালে, দুজনী ছোৱালী আনি তেওঁ লগত ৰাখিছিল হয়। সিঁহতৰ এজনী আছিল গিৰিয়েক পগলা হোৱা অনাথিনী, আনজনী ৰাজেশ্বৰীৰে সম্বন্ধীয়া ভতিজা জী। অনাথিনীক পিছত শহুৰেকৰ ঘৰে আহি লৈ গ'ল। "মোৰ ঘৰলৈ মানুহ অহাটোনো কি জগৰৰ কথা ? মায়াৰ দেউতাক থাকোঁতে জানো আমিও আন দহঘৰৰ লগৰে নাছিলো ? এতিয়াও দুই এজন মানুহ খা-খবৰ লবলৈ আহি থাকে। আৰু আপোনালোকে যে ইবিলাক ইংগিত কৰিছে কেলৈ, মোৰ নিজৰে ছোৱালী মায়া ঘৰত নাই জানো ? মাকজনী হৈ মই তাইৰ জীৱনটো নষ্ট হ'বলৈ দিব পাৰোঁনে ? আপোনালোকেই কওক।"

পুলিচৰ দল ক্ষমা খুজি উভতি গ'ল। মদৰ প্ৰমাণ নালাগে পাকঘৰত মিঠাতেলৰ বটল এটাৰ বাহিৰে গোটেই ঘৰটোতে দ্বিতীয় এটা বটল হেনো পুলিচে বিচাৰি নেপালে। ৰাজেশ্বৰীৰ ঘৰ, জীৱন, সংসাৰ-যাত্ৰা পূৰ্ববৎ চলি থাকিল। লেছ কিছুদিনলৈ মামুহ-তুমুহ নহা হৈছিল। কিন্তু লাহে লাহে আকৌ আহিবলৈ ধৰিলে।

ৰমেশহঁতৰ খঙৰ জুই কিন্তু উমি উমি জ্বলি থাকিল। কাৰণ ৰমেশহঁতৰ সমাজসেৱক দল এটা আছে। ক্লাব বোলক, সংঘ বোলক, সিহঁতৰ এটা সৰু-সুৰা সংগঠন আছে। আমাৰ সৰু নগৰখনৰ বহু ৰাজহুৱা কাম সিহঁতেই কৰি আমাৰ মান ৰক্ষা কৰি আহিছে।

কোনোবা নেতা আহিলে মেল-মিটিঙত আগ-ভাগ সিহঁতেই লয়। বিহু সন্মিলন ড. ক পূজাৰ থিয়েটাৰৰ আয়োজন সিহঁতেই কৰে। আমাৰ প্ৰাচীন শিৱ-মন্দিৰটোৰ শিৱ-চতুৰ্দশী মেলাত সিহঁতেই স্বেচ্ছাসেৱক হয়। গতিকে সমাজৰ নৈতিক প্ৰশ্নতো সিহঁতে আগভাগ ল'লে আমাৰ ৰাইজে একো প্ৰতিবাদ নকৰে। ৰমেশকে সিহঁতৰ নেতা বুলিব লাগে। তাৰ কাৰণেই দলটো বৈ আছে। তাৰ ৰৰ বেছি ঘৰুৱা জঞ্জালো নাই। বেমাৰ পৰি বি-এ পৰীক্ষা যি এবাৰ দিব নোৱাৰিলে, সেই পৰীক্ষা আৰু দিয়াই নহ'ল। চাকৰিও বিচৰা নাই। মাটি সম্পত্তি বহুত, তাকে চলাইমেলি খায়। তাৰ লগৰ বাকীবিলাকৰ সকলোৱে অৱশ্যে সৰুসুৰা চাকৰি কৰে, দুটাৰ নে তিনিটাৰ সৰু সৰু দোকান আছে। কোনোটোৱে থিয়েটাৰ কৰাৰ বাসনাত, কোনোটোৱে ৰাজনীতি কৰাৰ ইচ্ছাত, আকৌ কোনোটোৱে সাহিত্য কৰে কাৰণেই এনেকৈ ৰাজহুৱা কাম-কাজত নিজকে সংযুক্ত কৰি ৰাখিছে।

ৰাজেশ্বৰীক সিহঁতে সহজে এৰি দিয়াটো টান। মই কাহানিও সিহঁতৰ মুৰব্বিয়ানা কৰা নাই। কিন্তু সিহঁত আটায়ে মোক সন্মান কৰে। কাৰণ, মই সিহঁত আটাইৰে হেড্‌মাষ্টাৰ আছিলো। আমাৰ

স্থানীয় নতুন হাইস্কুলখনৰ ক্লাছ ছেভেন খোলাৰে পৰা ইয়াৰ গুৰি ধৰি ধৰি মই এসময়ত ইয়াৰ প্ৰধান শিক্ষক হৈছিলো। স্কুলে ঘাটি মঞ্জুৰী পোৱাৰ পিছত চাৰে তিনি বছৰ মই প্ৰধান শিক্ষক হৈ আছিলো। তাৰ পিছত অৱসৰ লবৰ সময় হ'ল। মই ডিষ্টিংগুইচদ গ্ৰেজুয়েট্ হৈও, আৰু বি-টি পাছ কৰিও যে অন্য ভাল স্কুলৈ নগলো, স্থানীয় অনুন্নত স্কুলখনতে থাকি গ'লো, এই কাৰণে হবলা ল'ৰাইঁতে মোক অলপ সম্মানৰ চকুৰে চায়।

মই আজিকালি সকলো ৰাজহুৱা কামৰ পৰা অৱসৰ লৈছো। ঘৰৰ ভিতৰতে দিন কটাওঁ। শৰীৰে আৰু টানিব নোৱাৰে। ল'ৰা দুটাই ডাঙৰ হৈ আজ্জিছে কাৰণে তিমান চিন্তা নাই।

কিন্তু ৰমেশহঁতে এতিয়াও আমাৰ ঠাইখনৰ সকলো কথা,—সকলো সমস্যা, সকলো উন্নতি-অৱনতিৰ বিষয়ে সময়ে সময়ে মোক জনাই থাকে। এইবিলাকৰ বিষয়ে মোৰ লগত আলোচনা কৰে। মোৰ পৰা পৰামৰ্শও বিচাৰে।

যেনে, এদিন ৰাজেশ্বৰীকে ইংগিত কৰি ৰমেশে মোক সুধিছিল—, "ছাৰ, যিজনী মানুহ বেয়া, ধৰক বিপথগামিনী, তাইৰ ল'ৰা ছোৱালী জানো ভাল হ'ব পাৰে?" মই সিহঁতৰ শিক্ষক আছিলো যদিও এনেকুৱা বৈজ্ঞানিক বিষয়ক জ্ঞান মোৰ নাই, ক'ৰবাত যে এনে প্ৰবন্ধও পঢ়িছো তাকো মনত নপৰে। গতিকে উত্তৰ দিয়া মোৰ পক্ষে টানেই হৈছিল। মই বেছ বুজিছিলো যে ৰাজেশ্বৰীৰ জীয়েক মায়াৰ কথাকে ল'ৰাইঁতে কৈছে। মায়া গাভৰু হৈছে, তাইৰ পোছাক-পৰিচ্ছদ, মুকলি-মূৰীয়া ফুৰা-চকা, তাইৰ হাঁহি-খিকিন্দালি আমাৰ নিচিনা প্ৰাচীনপন্থীৰতো চকুত পৰিছেই, আনকি ডেকা-চামৰো চকুত বিসদৃশ হৈ পৰিছে। ৰমেশৰ প্ৰশ্নৰ উত্তৰত মই মাত্ৰ কলো, "কোনোবা মানুহ ভাল বা বেয়া হোৱাৰ কোনো ধৰা-বন্ধা নিয়ম নাই। মানুহ অৱস্থাৰ দাস বুলি কথা এষাৰ আছে। পৰিবেশেহে চৰিত্ৰৰ ৰূপ দিয়ে।"

ৰমেশে আৰু অলপ ব্যাখ্যা বিচাৰিলে "ধৰক ছাৰ, মায়াৰ নিচিনা ছোৱালী ৰাজেশ্বৰীৰ নিচিনা তিৰোতাৰ তত্বাৱধানত ডাঙৰ দীঘল হৈছে—তাইৰ ওপৰত ৰাজেশ্বৰীৰ প্ৰভাৱ নপৰিবনে ?"

"মই কোৱা অৱস্থা আৰু পৰিবেশৰ মাজতে প্ৰভাৱৰ কথাটোও আছে।"

'ৰাজেশ্বৰীৰ নিচিনা তিৰোতা' বোলাত মই ভাল পোৱা নাছিলো। কাৰণ ৰাজেশ্বৰীৰ চৰিত্ৰ বা আচৰণত যিয়েই নাথাকক তেওঁ এসময়ত আমাৰ লগৰে এজনৰ বিৱাহিত স্ত্ৰী হৈ সমাজত সোমাই পৰিছিল। তেওঁক লৈ আৰু কোনেও বুবু-বাবা নকৰা হৈছিল। আমি তেওঁক গ্ৰহণ কৰিছিলো।

চন্দনে ৰাজেশ্বৰীক বিযা কৰোৱাৰ আগলৈকে তেওঁ কি আছিল, ক'ৰ আছিল, কেনেকুৱা আছিল আজি আৰু বিচাৰ কৰি একো লাভ নাই। থিয়েটাৰ-পাগল চন্দন আমাৰ ভাগীৰ ল'ৰা আছিল। মোতকৈ বযসত সৰু। মাক বাপেক, ভাযেক ভনীযেক কোনো নথকাত চন্দনে ইচ্ছামতে ভাওনা থিযেটাৰ, গান বাজনা কৰি নিজৰ চখ মিটাব পাৰিছিল। তেনে কামৰ মাজতে ক'ৰবাৰ পৰা সি ৰাজেশ্বৰীক আৱিষ্কাৰ কৰি আনিছিল। আমাৰ দিনত আমাৰ ইযাত ছোৱালীয়ে অভিনয় কৰাটো নোহোৱা নোপজা ঘটনা। আজি মিছা নামাতো, তেতিযা পেটে পেটে মযো সহ-অভিনয়ক সমৰ্থন নকৰিছিলো। কিন্তু পৰম উছাহত উটি গৈ চন্দনে আমাৰ মতামতলৈ কাণ নিদি নিজৰ ইচ্ছা আৰু আদৰ্শ অনুযাযী ৰাজেশ্বৰীক লৈ ঘনে ঘনে থিযেটাৰ পাতি গৈছিল। আনকি সি লগে লগে আৰু দুজনীমান ছোৱালীকো তাৰ লগলৈ অভিনয় কৰিবৰ কাৰণে টানি নিবলৈ সমৰ্থ হৈছিল। তেতিযা সেই কামত নাক কোঁচোৱা ভালেমানে ৰাজেশ্বৰীহঁতৰ বিষয়ে নানান সঁচা মিছা চৰিত্ৰ-হীনতাৰ বদনাম উলিয়াই দিবলৈ ধৰিলে। চন্দনে এদিন ক'ৰবাৰ পৰা—এজন পুৰোহিত ধৰি আনি ৰাজেশ্বৰীক বিয়া কৰাই

তাৰ প্ৰতিকাৰ কৰি থলে। সেইদৰেই সেই আধ্যাৰ সামৰণি পৰিছিল।

ৰাজেশ্বৰীক তাৰ পিছত আমি এজনী গৃহিনীৰ ৰূপত দেখিবলৈ পালো। থিয়েটাৰ কৰিবলৈ যে এৰিছিল এনে নহয়। চন্দনৰ উৎসাহৰ আতিশয্যত বাধা দিয়াৰ ক্ষমতা তেওঁৰ নাছিল। তথাপি কিছু পাতলি আহিছিল। তাৰ কাৰণ, চন্দন অসুস্থ হৈ পৰিছিল, আৰু ৰাজেশ্বৰীয়ে চন্দনৰ পৈত্ৰিক মাটি বাৰী যিকণ বৈছিলগৈ তাৰ তদাৰক কৰিবলৈ হাতত লৈছিল।

মাটি-বাৰী চন্দনে বেচি-অন্তুই কৰিছিল বুলিব লাগে, ভিতৰুৱা গাঁৱত থকা ৰুপিত মাটিবোৰ ভোগ দখল কৰি থকা আপোন জ্ঞাতি কুটুমকে এৰি দিছিল। তথাপি ভৱিষ্যৎ ভাবি ( মায়া তেতিয়া গৰ্ভত ) ৰাজেশ্বৰীয়ে অৱশিষ্ট মাটিখিনিকে ৰক্ষা কৰিবলৈ চেষ্টা কৰিলে। অতিপাত মদ খোৱাৰ ফলত চন্দনৰ লিভাৰৰ বেমাৰ হৈছিল। সেইবাবে তাৰ কাৰ্য্য-কলাপ ভালেখিনি কমিছিল, আৰু বোধ কৰোঁ তাৰ অৱস্থা দেখি ৰাজেশ্বৰীৰো নানান দুশ্চিন্তা হৈছিল।

চন্দনৰ মৃত্যুৰ পিছত মায়াক ডাঙৰ দীঘল কৰিবলৈ, তাইক পঢ়ুৱাবলৈ আৰু মাক জীয়েক জীয়াই থাকিবলৈ ৰাজেশ্বৰীয়ে কি কষ্ট কৰি আহিছে, আমি চকুৰ আগতে দেখি আহিছো। অলপীয়া মাটিৰ অৰ্জ্জনেৰে নচলে কাৰণে তেওঁ পইচাৰ বিনিময়ত—আকৌ থিয়েটাৰ কৰিবলৈ অ'লৈ ত'লৈ যাবলৈ ধৰিলে, অলপ ডাঙৰ হোৱাত আনকি মায়াকো সুবিধা পালে অভিনয় কৰিবলৈ লগাই দিয়ে। আমাৰ নিচিনা কেইঘৰ মানৰ পৰা কেতিয়াবা পইচা পাতি খুজিও নিয়ে। পাৰিলে সহায় কৰিবলৈ চন্দনৰ স্মৃতিৰ কাৰণেই আমিও বেয়া নাপাওঁ।

কিন্তু ৰাজেশ্বৰীৰ অসামাজিক যেন লগা চাল-চলনৰ কাৰণে আমি কোনো দিনে তেওঁক প্ৰশ্ৰয় দিয়া নাই। তেওঁলোকৰ দায়িত্ব বহন কৰি যে উদ্ধাৰ কৰিম, এনে ভাবো আমাৰ মনত কোনো দিনে উদয়

হোৱা নাই। সেইবাবে তেওঁ যি কৰি আছিছে, বা অন্ততঃ যি কৰি আছিছে বুলি আমি ভাবিছো, সেইবিষয়ে বিচাৰ কৰিবলৈকো আমি যোৱা নাই। ৰমেশৰ কথাত ৰাজেশ্বৰীক প্ৰচ্ছন্নভাৱে সমালোচনা কৰা কাৰণে সেইবাবেই মই তিমান ভাল নেপালো। আৰু হাজাৰ হওক, ৰাজেশ্বৰী আমাৰ চন্দনৰ বিয়াহিত স্ত্ৰী, মোৰ ভাই-বোৱাৰী স্বৰূপ। মই তেওঁক সহায় আৰু সমৰ্থন নকৰিব পাৰোঁ, কিন্তু দেখা-শুনাকৈ অমৰ্য্যাদা কৰিব নোৱাৰোঁ।

এতিয়া প্ৰবল জনৰৱ, মায়া কোনোবা এটাৰ লগত গুচি গৈছে। প্ৰথম কেইদিন মানলৈ কথাটো কোনেও গম পোৱাই নাছিল। কিন্তু এজন বৰকৈ টকা কৰা ডেকা ব্যৱসায়ীৰ ঘৰত মায়াক কোনোবাই এদিন দেখি আছিল। তাৰ পিছত আমাৰ ইয়াৰে কোনো কোনোৱে মনত পেলালে, মাযাক এখন ধুনীয়া মটৰত পাচ-ফালৰ ছিটত বহি যোৱা সিহঁতে দেখিছিলতো। লাহে লাহে এই ঘটনা লৈ আলোচনা, সমালোচনা, পৰ্য্যালোচনা হৈ হৈ সি সকলোৰে মাজত বাষ্ট্ৰ হৈ পৰিল। সকলোৱে কবলৈ ধৰিলে, দিন টান হৈ অহাৰ লগে লগে ৰাজেশ্বৰীয়ে চলিবৰ কাৰণে নানান অসদুপায় অৱলম্বন কৰিবলৈ ধৰা দেখাই গৈছিল। ছোৱালী আনি বখা, মদ খুৱাই মানুহ গোটোৱা—এইবোৰৰ সহায়েৰে পইচা ঘটা ৰাজেশ্বৰীৰ জীৱিকা হৈ পৰিল। 'বুটী'ক থিয়েটাৰলৈও আজিকালি নমতা হ'ল, মায়াৰ চেহেৰাটো আছে, কিন্তু তাই অভিনয় কৰিব নাজানে, সেই বাবে বৰ বেছি সুবিধাও নাপায়। গোটেই দেশতে, গোটেই জগততে অনাটন বাঢ়ি আছিছে, বস্তুৰ দাম চৰি গৈছে, ৰাজেশ্বৰীৰ সোলোক-ঢোলোক সংসাৰখন উভাল খাই পৰোঁ পৰোঁ। পুলিচৰ ভয়ত সকলো সময়তে বেয়া কামবোৰো কৰিব নোৱাৰে। সেই-বাবে শেষত এই আচল কামটোতে ধৰিলে গৈ—ৰাজেশ্বৰীয়ে জীয়েককে বিক্ৰী কৰি দিলে, মায়াই নিজকে বিক্ৰী কৰি দিলে। এয়ে হ'ল ৰাইজৰ সিদ্ধান্ত।

মই মনে মনে আঘাত পালো। ৰাজেশ্বৰী বা মায়া ইমান-খিনিলৈ নামি যাব নেলাগিছিল। কিন্তু তথাপি মই এবাৰ মাত্তো মাতিব নোৱাৰিলো। কাৰণ, কোনো দিনে মই তেওঁলোকৰ কথা ভাবি চোৱা নাই। তেওঁলোকৰ দায়িত্ব লোৱাৰ সাহো মোৰ নাই।

মই এনেয়েও পংগু। বাৰ্দ্ধক্য, ব্লাড্‌প্ৰেছাৰ আৰু অন্য এটা অচিন ৰোগৰ কাৰণে মই প্ৰায়েই আজিকালি শয্যাশায়ী হৈ থাকোঁ। লাখুটিৰ সহায়ত ওলোৱা সোমোৱা কৰোঁ, নহ'লে কোনোবা এটাৰ সহায় লৈ আলিবাটত এপাক ফুৰিব পাৰোঁ।

মায়াহঁতৰ দায়িত্ব বহন কৰিবলৈ যদি মোৰ মন গলোহেঁতেন, তেতিয়াও শাৰীৰিকভাৱে মই একো কৰিব নোৱাৰিলোহেঁতেন। অৱশ্যে এতিয়াও মই তেনে কথা একো ভবা নাই। মোৰ মনটো এতিয়াও আচৰিত ধৰণে নিৰ্ব্বিকাৰ। বোধহয় এটা জন্তুৰো এনেকুৱা নহয়। বেচেৰা চন্দনটোৰ কথা ভাবিহে মাত্ৰ মনটো বেয়া লাগিছে।

এদিন ধুমুহাৰ দৰে আহি ৰমেশে কলে, "ছাৰ, আপুনি কি কৰিবলৈ কয়? এইবিলাক হৈ থাকিবলৈ দিব পাৰিনেকি? পুলিচে একো নকৰিলে বুলি আমি বাইজো বহি থাকিব লাগিব নেকি? আমি আমাৰ ভাই-ভনীৰ কথা চিন্তা কৰিব নেলাগিব নেকি?"

মই কি কম? একো কৰিব নেলাগে বুলি তেতিয়াও ক'ব নোৱাৰোঁ। সকলোখিনিয়েই কৰিব লাগে। সকলোৰে ভালৰ কাৰণে। কিন্তু কোনে কৰিব? কি কৰিব? মোৰদৰে আজি দহৰ কামত নলগা পংগু এটাৰ ক'বৰেই বা কি অধিকাৰ আছে? তথাপি যে এই ল'ৰাটোৱে মোৰ উপদেশ লবলৈ আহিছে, সেইটোকতো মই উলাই কৰিব নোৱাৰোঁ। মই অলপ ভাবি-চিন্তি ক'লো, "তোমালোকে ঘৰটোকে জুই লগাই দিব পাৰা, তাতে ৰাজেশ্বৰীকো জাপি দিব পাৰা, আনকি মায়াকো বিচাৰি আনি সেই জুইতে পেলাই দিব পাৰা। কিন্তু তাৰ পৰা সমস্যাৰ সমাধান নহয়।

মায়াইঁতে কিয় এনে কৰিছে—যদি সঁচাই সেইবোৰ কৰিছে তেন্তে কিয় কৰিছে, তাক বিচাৰ কৰি তাৰ প্ৰতিকাৰ কৰিব নোৱাৰিলে ৰাজেশ্বৰী, মায়া ইহঁত ওলায়ে থাকিব। ৰমেশ, এই দিনৰ পৰাহে কথাটো সমাজে চিন্তা কৰা উচিত।"

ৰমেশে কি ভাবিলে ক'ব নোৱাৰোঁ। সি ভালেমান পৰ তলমূৰকৈ বহি থাকিল। তাৰ পিছত, মই এতিয়া যাওঁ চাৰ, মিটিং এখন পাতি ভালকৈ আলোচনা কৰিব পাৰিনেকি চাওঁ"--এই বুলি কৈ চিন্তিতভাৱে সি ওলাই গ'ল।

নিজৰ কথাখিনিত মই নিজেও অলপ আচৰিত হৈ গ'লো। এনেকুৱা কথাকে মই মনত ভাবি আছিলো নেকি ?

কিমিদং ব্যাহৃতং ময়া ? ৰাজেশ্বৰী আৰু মায়াৰ জীৱনৰ সমস্যাময় জটিলতাটো ইমান স্পষ্ট ৰূপত মই কাহানিও দেখা নাছিলো। সুস্থ আৰু সমৰ্থ হৈ থাকোঁতে দেখা হ'লে কি কৰিলোহেঁতেন কব নোৱাৰোঁ। হয়তো ৰমেশহঁতৰ দৰে দুই-চাৰিক প্ৰকৃত পোহৰ দেখাত সহায় কৰিব পাৰিলোহেঁতেন।

কিন্তু পোহৰ দেখা মোৰ নিজৰেই সম্পূৰ্ণ হোৱা নাছিল। সেইটো পিছতহে গম পালো।

ইতিমধ্যে ৰাজেশ্বৰীহঁতৰ আৰু কথা আহি কাণত পৰি থাকিল। মায়া গুচি যোৱা কথাটো আৰু সেই ডেকাজনৰ লগতে যোৱাটো ৰাজেশ্বৰীয়ে হেনো অস্বীকাৰ কৰা নাই।—"যাবও পাৰে, অমূল্য কাকতি নামৰ ল'ৰাটোতো আমাৰ ঘৰলৈ আহিয়ে থাকে" এই বুলি হেনো কৈছে। অৱশ্যে অমূল্য কাকতিৰ লগতেই যে মায়া আছেগৈ, এই কথা তেওঁ কব নোৱাৰে। অমূল্যৰ লগত মায়া ক'লৈ গৈছে আৰু কিয় গৈছে- মাকে একো কব নোৱাৰে। তাই একো কৈ যোৱা নাই।

মাজতে ৰাজেশৰীহঁতৰ বৰ টান অৱস্থা হৈছিল যেন লাগে। আৰ্জ্জনৰ তেনে কোনো পথ নাই। কাৰো পৰা একো সহায়ো

নেপায়। সামান্য মাটি কেডৰাই আৰু থুৱাব নোৱাৰা হৈ আহিছে। তাৰো ভালেখিনি মাটি বেচি দি হেনো মাকে মায়াৰ শিক্ষা উৰাৰ খৰচ যোগাব লগা হৈছিল। বোধেশ্বৰ নামৰ বোবা মানুহ এটাই প্ৰাণপাত পৰিশ্ৰম কৰিও পথাৰৰ খেতি আৰু বাৰীৰ শাক পাচলিৰে ঘৰখনক চলি থাকিবলৈ সমৰ্থ কৰিব নোৱাৰিছিল। ৰমেশহঁতৰ মুখতে শুনিছিলো, বোধেশ্বৰে লোকৰ বাৰী লুকুকিবলৈ আৰম্ভ কৰি দিছে। পিছলৈ ৰাজেশ্বৰীয়ে নিজেও হেনো চল পালে সেইবিধ অপকৰ্ম্মত হাত দিয়া হৈছে। মায়াই এদিন দোকান এখনৰ পৰা পাউডাৰ এটেমা হেনো মনে মনে বেগত ভৰাই লৈছিল। পিছে ধৰা পৰিলত উলিয়াই দি থৈ আহিব লগা হ'ল—ভুলতে নিজৰ বস্তুৰ লগত বোলে লৰালৰিৰ কোবত ভৰাই লৈছিল।

এদিন দুপৰীয়া খাই বৈ উঠি জিৰণি লওঁতে চিৰলগৰীয়া বিছনাখনতে পৰি এইবোৰ কথাকে পাগুলি আছো। চিলমিলকৈ মাজতে টোপনিও আহিছিল। জীৱন জোৰা অভিজ্ঞতাৰ মূৰত এতিয়া কেৱল চিন্তা ভাৱনাই সাৰ হৈছে। দেখিছো, অভিজ্ঞতা বেছি হয় মানে কৰিবলগীয়া একোৱেই নেথাকে। তাতকৈ অভিজ্ঞতা ব্যতিৰেকেই কিছুমান কাম কৰি যোৱাই ভাল—তাৰ মাজতে বেযাৰ উপৰি ভালো নিশ্চয় বৈ যাব। সক্ষম অৱস্থাত নিষ্কৰ্ম্মা হৈ থকা মানুহবোৰ নিশ্চয় স্বাৰ্থপৰ, নহ'লে অতিশয় ক্ৰুৰ।

তিনিঘণ্টামান কিজানি সেইদৰে বিছনাতে পৰি থাকি পাৰ কৰি দিলো। তাৰ পিছত ভৰিপথানৰ পিনে থকা দুৱাৰখনৰ জোৰাৰ ফাঁকত দেখিলো, কোনোবা আহি দুৱাৰমুখত থিয় হৈছেহি। পৰ্দ্দাখন লৰি উঠিল। "বৰদেউতা!" কোমল ছোৱালী মানুহৰ মাতষাৰে মোৰ গোটেই মানুহটো কঁপাই দিলে। মানুহজনী দেখাৰ আগতেই মই মায়াক চিনি পালো, সেই 'বৰদেউতা' সম্বোধনৰ সৰল আন্তৰিকতাত এক অনিৰ্বচনীয় মাদকতা আৰু ভয়াবহতা যুগপৎ মই অনুভৱ কৰিলো।

মায়া সোমাই আহি মোৰ বিছনাৰ ওচৰত থিয় হ'ল। কোনো ভূমিকা নকৰি নীৰৱে মুৰটো মোৰ ভৰিত লগাই তাই পোন হৈ নীৰৱ হাঁহিৰে পূৰ্ণ দৃষ্টিৰে মোলৈ চালে। সুবেশ, সু-স্বাস্থ্য আৰু সহজ ভঙ্গী গোটেইখিনিতে যেন সেই হাঁহিটো বিয়পি আছে। কোনে এইজনী ছোৱালীৰ বিষয়ে বেয়া ভাবিব পাৰে?

"ৰবদেউতা, আপোনাৰ গা ভালনে? মই আজি আহিছো। আপোনাক চাই যাওঁ বুলি আহিলো।"

মই ক'বলৈ একোকে বিচাৰি নেপালো। চকি এখনৰ বাবে ইফালে-সিফালে চাই মাত্ৰ কলো - "ব'হা।"

মায়া ডাঙৰ মূঢা এটা আনি মোৰ বিচনাৰ ওচৰতে বহি কলে, "মই কাইলৈ বাতিপুৱা আকৌ যামগৈ। সেইকাৰণে আজিয়েই আপোনাক মাত লগাবলৈ আহিলো।"

"কিয় কিয়?" মোৰ মুখৰ পৰা ওলাই গ'ল, "আকৌ গুচি যাবলৈ ওলাইছা কিয়? মাৰা কাৰ লগত থাকিব?

তাই মোৰ দৃষ্টি এৰাবলৈ অন্যফালে চাই কলে, "মা কাৰ লগত থকা নহয়, ৰবদেউতা, আমাৰ থকাটোৱেই ডাঙৰ কথা হৈ পৰিছে, আৰু থাকিব পাৰিবৰ কাৰণেই মই যাব লগা হৈছো। মই যদি কিবা এটা নকৰোঁ তেন্তে অকল মা কিয়, লগতে মযো জীয়াই থকা টান হ'ব—আৰু বোধেশ্বৰো।" মই একো নকলো। তাইনো কি কৰিছে সুধিলে হয়তো এনে এটা উত্তৰ দি পেলাব পাৰে যিটো শুনিবলৈ মই প্ৰস্তুত নহওঁ।

তাইৰ মুখৰ 'ৰবদেউতা' সম্বোধনটোৱে মোক আকৌ এবাৰ মৃদুভাৱে কঁপাই তুলিলে। চন্দনৰ সম্পৰ্কত তাৰ জীয়েকে মোক ৰবদেউতা বুলি আহিছে। মই তাত বাধা দিয়া নাই, বৰং এই সম্বোধনত এনে এটা অভিনৱত্ব মই অনুভৱ কৰি আহিছো যিটোৱে মোক আনন্দ দি আহিছে। কিন্তু আজি চন্দন নাই। সেইবাবে তাৰ অবিহনত মযেই মায়াৰ অভিভাৱক হ'ব লাগে। মই সেই ভাৰ গ্ৰহণ কৰা নাই, গ্ৰহণ কৰিবলৈ চেষ্টা কৰা নাই, বৰং এৰাইছে

আহিছো। আজি যেন এই পৃথিৱীৰ বিশাল জনসমুদ্ৰত অকলশৰে ককবকাই ফুৰি মায়াই মোক অকল ৰবদেউতাই বোলা নাই, সমাজৰ এজন বৰমূৰিয়া বুলিও সম্বোধন কৰিছে। কাৰণ যিখন সমাজে মায়া আৰু ৰাজেশ্বৰীক ঘৃণা কৰি নিজৰ মাজৰ পৰা আঁতৰাই থৈছে - ময়ো সেইখন সমাজৰে প্ৰতিভূ। এইভাব মনলৈ অহা কাৰণে এই মধুৰ সম্বোধনে মোক ভয় খুৱায়ো দিলে। মই আজি শাৰীৰিক —নৈতিক উভয়ভাৱেই পংগু।

মাযাই নিজেই ক'বলৈ ধৰিলে, তাই জানে, তাই শুচি যোৱা কাৰণে ইয়াত এটা আলোড়ন উঠি গৈছে। খুব যে গৰম আলোচনা হ'ব সেইটোও তাই অনুমান কৰিছিল , আজি ঘৰলৈ আহি মাকৰ মুখৰ পৰা সকলো শুনি তাৰ প্ৰমাণো পালে। হওক, এই বিষয়ে তাই একো মন্তব্য নকৰে। কাৰণ এইবিলাক আলোচনা-বিলোচনা ইয়াৰ মানুহৰহে সমস্যা, এইবোৰত তাইৰ কোনো অংশ নাই। তাই নগৈ ইযাতে থাকোঁতেও এইবোৰ আলোচনা আছিল। তেতিয়াও এইবোৰে তাহাঁতৰ সমস্যা সমাধান কৰিব পৰা নাছিল, এতিয়াও কৰিব নোৱাৰে। তাই বোৱাত মই ক'লো, "মোক চাই যাবলৈ অহা কাৰণে মই বৰ ভাল পালো, আই। মই আজিকালি বাহিৰলৈ নোলাৱেঁই বুলিব পাৰি। ভাল বেয়া বিচাৰৰ কথা-বতৰাতো মই ভাগ নলওঁ। তুমি বুজন হৈছা। যি কৰিছা জানি বুজিয়েই কৰিছা। তাত মোৰ কবলগীয়া একো নাই। সংসাৰত মূৰ তুলি চলি থাকিব পৰাটোৱেই আটাইতকৈ ডাঙৰ কথা।" বাহিৰত কাৰোবাৰ ভৰিৰ শব্দ শুনি মই আধা কোৱাতে বন্ধ কৰিলো—।

"ছাৰ" বুলি সোমাই আহিল ৰমেশ। খুব বেগত অহা যেন লাগিল , গোটেইটো ৰঙা পৰি আহিছে। কিন্তু মূঢাটোত ৰঙীন দামী শাড়ী পিন্ধি বহি থকা মায়াক দেখি সি প্ৰায় সশব্দেই উচপ খাই উঠিল। তাৰ ডিঙিটো যেন শুকাই গৈছে, মোৰ এনে অনুমানো হ'ল।

"তুমি ? ইয়াত ?" ৰমেশে অতি কষ্টেৰে আত্ম সংযম কৰাৰ

চেষ্টাত কলে। "কিন্তু ৰমেশদা, মই ইয়ালৈ অহাত আচৰিত হ'ব লগা কি আছে ? নে মই ঘুৰি অহাৰ খবৰটো আগধৰি ছাৰক দিবলৈকে আপুনি দৌৰ মাৰি আহিছিল ?"

কথাটো তেনে যেনেই লাগিল। কাৰণ ৰমেশ আকৌ ৰঙা পৰিবলৈ ধৰিলে। মই তাক অলপ সহজ কৰিবৰ মনেৰে ক'লো, "বহঁা, ৰমেশ বহঁা, চকি এখন লৈ বহঁা। মায়া আজি আহিছে যদিও কাইলৈ আকৌ যাবগৈ। সেইদেখি মোক মাত লগাই যাবলৈ আহিছে।"

ৰমেশ ইফালে-সিফালে চাই কাঠৰ চকি এখন দাঙি আনি কলে, "মই তোমাৰ খবৰ বিলাই যুৰা হবকৰা, নহওঁ মায়া। অৱশ্যে তোমাক মই ছাৰৰ ওচৰত বহি থকা দেখি আচৰিত নোহোৱাকৈ থাকিব পৰা নাই। কাৰণ, ছাৰৰ সৈতে তোমাৰ লগ লগাৰ কোনো উপায়, কোনো পথ নাই বুলিয়েই মই ভাবোঁ।"

মায়া মূঢ়াটোৰ পৰা উঠিল। তাইৰ বাওঁহাতৰ কোমল স্পৰ্শ মই মোৰ কপালত অনুভৱ কৰিলো।

তাইৰ চকুৰে মুখে বৈ যোৱা তাচ্ছিল্যৰ ছা মোৰ চকুত পৰিল। তাই ক'লে, "আপুনি তেখেতৰ ছাত্ৰ, সেয়ে আপোনালোকৰ লগ-লগাৰ পথ, নহয় জানো ? তেখেত এজন গুণী, জ্ঞানী, ত্যাগী শিক্ষক, আৰু মই বা আমি হ'লো কৰবাৰ কিবা, গতিকে আমাৰ তেনেকুৱা লগ লগাৰ কোনো পথ নাই, এয়েতো ? কিন্তু আপুনি পাহৰি নেযাব, এখেত মোৰ ৰবদেউতা একেবাৰে নিজ নহ'লেও সম্বন্ধত এখেত মাৰ পিতৃৰ ককায়েক, সেইটো নিশ্চয় আমাৰ লগলগাৰ এটা ভাল পথ, আৰু মই সেই পথেৰেই আহিছো।" শেষৰ কথাখিনি তাইৰ মুখৰ পৰা বেছ কঠোৰভাৱেই ওলাল।

মায়াই হলি ওপৰৰ পৰা মোৰ চকুলৈ চালে। মোৰ পকা চুলিৰ ওপৰলৈকে টান টানকৈ হাত বুলাই তাই ক'বলৈ ধৰিলে, "ৰবদেউতা, আপুনি কবৰ দৰে সংসাৰত মূৰ তুলি চলিব পৰাটো আটাইতকৈ ডাঙৰ কথা হয়, কিন্তু সেইটো কৰা সহজ নহয়। চলি

থকাটোৱেই যাৰ কাৰণে টান, তাৰ পক্ষে মূৰ তুলি চলিবলৈ যোৱাটো আৰু কিমান টান হ'ব ভাবি চাওক। মই এটা উদাহৰণ দিওঁ—শুনক।"

তাই মোৰ মূৰত হাত বুলাবলৈ এৰি পোন হৈ থিয় হ'ল। দুয়োখন হাতেৰে নিজকে সাৱটি ধৰি মায়াই ক'লে, "আমাৰ ঘৰৰ অৱস্থা দেখি মই সহ্য কৰিব নোৱাৰি লাজ-মান কাটি কৰি থৈ মানুহ এঘৰত সহায় বিচাৰি গৈছিলো, সেইখন ঘৰ আমাৰ ইয়াৰ সমাজৰ মূধাফুটা, তেওঁলোকে সমাজৰ নৈতিকতা দিনে ৰাতিয়ে পহৰা দি থাকে। সহায় মই নাপালো। পালোহেঁতেন, যদিহে বিনিময়ত দাম দিবলৈ প্ৰস্তুত হলোহেঁতেন। কিন্তু মই প্ৰস্তুত নাছিলো। কাৰ ঘৰলৈ গৈছিলো কৈ দিমনে ৰমেশ-দা?" ৰমেশে উচপিচ কৰি থকা লক্ষ্য কৰি আছিলো। সি খঙেৰে ক'লে, "কি পাগলাৰ নিচিনা বলকি আছা এইবোৰ? মোক সুধিব লাগিছে কিয়?"

মায়াই হাঁহি ক'লে, "বাৰু থাওক, নকওঁ। ৰবদেউতা, মই ভিতৰলৈ যাওঁ। মোৰ হাতত বেছি সময় নাই। আপুনি যদি জানিব খোজে ৰমেশদাকে সুধিব। কাৰণ সেই সময়ত তেওঁ সেইখন ঘৰতে আছিল। মই ৰবমাহঁতক মাত লগাই আহোঁ।"

এই বুলি মায়া আমাৰ ভিতৰপিনলৈ গুচি গ'ল।

কাৰ কথা ক'লে মই ঠিক ধৰিব নোৱাৰিলো। ৰমেশক লক্ষ্য কৰিলো, সি সংযত হওক চাৰি বেছি অসংযতহে হৈ পৰিছে। তাৰ উচপিচনি বেছিহে হৈছে। সি আগতকৈও বেছি ৰঙা পৰি যোৱা যেনহে লাগিল।

হঠাৎ চকিখনৰ পৰা উঠি "ছাৰ, মই যাওঁ, বৰ জৰুৰী কাম এটা আছে," বুলি সি খলাই গুচি গ'ল। লগে লগে মোৰো ভাব হ'ল, মায়াই ৰমেশকে সেইদৰে ইংগিত কৰিলেনেকি?

মই গোটেই মানুহটো ভিতৰে বাহিৰে অসাৰ হৈ পৰিলো যেন লাগিল।

---

## ভাৰতবৰ্ষ ১৯৪৭—৬৫

*   *   *   *   *   *   *   *   *   *

—হোমেন বৰগোহাঞি

আঘোন মহীয়া ৰাতিপুৱাৰ মিঠা ৰ'দ গাত লৈ কেইজনমান বন্ধুৱে কথা পাতিছিলো। অৱশ্যে ইয়াৰ দ্বাৰা কোনোৱে যেন ভুল বুবুজে যে কৰিবলৈ হাতত একো কাম নোহোৱাৰ কাৰণে আমি বহি বহি কেৱল কথাৰ মালিহা মাৰিছিলো। আচলতে আমাৰ আলোচনাৰ বিষযবস্তু আছিল অতি গভীৰ আৰু গুৰুত্বপূর্ণ। অধিক শস্য উৎপাদনৰ প্ৰযোজনীয়তাৰ বিষযে ৰাইজক বুজাবলৈ এজন মন্ত্ৰী আহিব, তাৰ কাৰণে এখন ৰাজহুৱা সভা পাতিব লাগে। সভা আহ্বান কৰাৰ দায়িত্ব যিজনৰ ওপৰত আপত হৈছিল, তেওঁ এটা গুৰুতৰ সমস্যাৰ সন্মুখীন হৈছে। আঘোনৰ শেষ পষেক, গাৱঁৰ মতা-মাইকী সকলো মানুহ ধান দোৱা আৰু ডাঙৰি অনাত ব্যস্ত। কাৰো উশাহ পৰ্যান্ত লবলৈ সময় নাই। এনে সময়ত পথাৰৰ শস্য ঘৰলৈ নচপাই শস্য উৎপাদনৰ প্ৰয়োজনীয়তাৰ বিষয়ে মন্ত্ৰীৰ বক্তৃতা শুনিবলৈ কোনোবা মানুহ যে আহিব, তাৰ কোনো আশা নাই। কিন্তু সভাৰ আহ্বায়কে মন্ত্ৰীক সেইকথা কয় কেনেকৈ? ক'লেই এই কথা প্ৰমাণ হৈ যাব যে সেই অঞ্চলৰ ৰাইজৰ মাজত তেওঁৰ

প্ৰভাব-প্ৰতিপত্তি একো নাই, গতিকে তেওঁ মন্ত্ৰীৰ পাছে পাছে ফুৰিবৰ যোগ্য নহয়। লগতে এই কথাও ওলাই পৰিব যে দেশ-প্ৰেম আৰু ৰাজনৈতিক চেতনাৰ ক্ষেত্ৰত সেই অঞ্চলৰ ৰাইজ অতি পাছ পৰা। বক্তৃতা দিবলৈ গৈ মন্ত্ৰীয়ে যদি দেখে যে পঞ্চায়তৰ সভাপতি, সম্পাদক আৰু সভাৰ আহ্বায়কজনৰ বাহিৰে বয়সস্থ মানুহ সভাস্থলীত আন এজনো নাই, কেৱল টফি লোজেন্চৰ লোভ দেখুৱাই ওচৰৰ পাঠশালাৰ পৰা ধৰি অনা সৰু সৰু লৰা-ছোৱালী এজাকে কেতিয়া তাৰ পৰা পলাব পাৰি তাৰ চিন্তাত অস্থিৰ হৈ বহি আছে—তেতিয়া যে মন্ত্ৰীৰ মনৰ অৱস্থা কি হ'ব সেই কথা কল্পনা কৰিয়েই যোৱা তিনি ৰাতি আহ্বায়কৰ টোপনি অহা নাই। ভাবি চিন্তি একো উপায় উলিয়াব নোৱাৰি আজি তেওঁ মোৰ ওচৰলৈ আহিছে, লগত আৰু তিনিজনক লৈ। তাৰে এজন পঞ্চায়তৰ সভাপতি, বাকী দুজন চৰকাৰী কৰ্ম্মচাৰী।

এনেকুৱা সমস্যা মোৰ কাৰণে একো নতুন কথা নহয়, বৰং কবলৈ গলে প্ৰায় প্ৰতি দিনেই মই এনেকুৱা সমস্যাৰ সম্মুখীন হওঁ। গতিকে বন্ধুজনক উপায় এটা দিবলৈ মোৰ সৰহ পৰ নালাগিল। কিন্তু সিমান পৰে আমাৰ গাত মিঠা ৰ'দ আৰু কথাৰ ৰাগী লাগিছে, উঠি যাবলৈ কাৰো মন নাই। তাতে পঞ্চায়তৰ সভাপতিজন হ'ল অতি চিৰিয়াছ স্বভাৱৰ মানুহ, য'তে যেতিয়াই সুবিধা পায়—নানা ধৰণৰ সামাজিক সমস্যাৰ কথা অৱতাৰণা নকৰাকৈ তেওঁ থাকিব নোৱাৰে। এটাৰ পাছত এটাকৈ তেওঁ কথা উলিয়াবলৈ ধৰিলে—তেওঁ পঞ্চায়তৰ কৃষি পৰিকল্পনা, খেতিত সাৰ প্ৰয়োগৰ প্ৰতি ৰাইজৰ উদাসীনতা, ভাৰত পাকিস্থান সংঘৰ্ষ, বয়-বস্তুৰ চৰা দাম—আৰু প্ৰতিটো বিষয়তে নিজৰ নিজৰ জ্ঞানৰ গভীৰতা আৰু মৌলিকতা জাহিৰ কৰিবলৈ পাই বাকী কেইজনো আলোচনাত মছ্‌গুল হৈ পৰিল। ডেকা কৰ্ম্মচাৰী দুজনে কিন্তু বেছি সময় গাওঁ পঞ্চায়তৰ ক্ষুদ্ৰ পৰিসৰ কিংবা বস্তুৰ মূল্য বৃদ্ধিৰ দৰে তুচ্ছ বিষয়বস্তুতে আৱদ্ধ

থাকিব নোৱাৰিলে। কিছু সময়ৰ পাছতে যুবকোচিত অসহিষ্ণুভাবে তেওঁলোকে ঘোষণা কৰিলে যে এইবোৰ সৰু-সুৰা কথাত মূৰ ঘমোই একো লাভ নাই, তাৰ দ্বাৰা সময়ৰ অপচয় হয় মাত্ৰ। আচল সমস্যা হ'ল সামাজিক সমস্যা আৰু দাৰিদ্ৰ্যৰ বিৰুদ্ধে সংগ্ৰাম। কিন্তু পুঁজিপতিৰ দ্বাৰা প্ৰভাবিত বৰ্ত্তমানৰ চৰকাৰে সামাজিক অসাম্য বা দাৰিদ্ৰ্য একো এটাকে দূৰ কৰিব নোৱাৰে বা আচল সত্য কথা ক'বলৈ গলে কৰিব নোখোজে। গতিকে ( উত্তেজনাত ডেকা দুজনৰ মুখ ৰঙা হৈ আহিল ) বৰ্ত্তমানৰ শাসন যন্ত্ৰত এটা আমূল পৰিবৰ্ত্তন নাইবা সমগ্ৰ সমাজতে বিৰাট এটা বিপ্লৱ নোহোৱালৈকে কোনো এটা সমস্যাৰেই সমাধান সম্ভৱ নহয়।

পঞ্চায়তৰ সভাপতি আৰু গাৱঁলীয়া নেতাজনৰ মুখৰ ভাব দেখি বুজা গ'ল যে তেওঁলোকে মনে মনে অলপ অস্বস্তি অনুভৱ কৰিছে। তেওঁলোকৰ অৱস্থা হ'ল মহাভাৰতৰ ভীষ্ম, দ্ৰোণ আদিৰ দৰে। কৌৰৱসকলে যে অন্যায় আৰু দুষ্কাৰ্য্য কৰিছে সেই কথা আনকি প্ৰকাশ্যভাবে স্বীকাৰ কৰাতো কোনো বাধা নাই, তাৰ বাবে তেওঁলোকক সদুপদেশ দিব আৰু সমালোচনা কৰিবও পাৰি, কিন্তু তেওঁলোকৰ অন্নৰে প্ৰতিপালিত হৈ যুদ্ধক্ষেত্ৰত তেওঁলোকৰ বিৰুদ্ধেই অস্ত্ৰ-ধাৰণ অসম্ভৱ। অতি বিজ্ঞৰ দৰে বিষণ্ণ হাঁহি একোটা মাৰি পঞ্চায়ত সভাপতি আৰু গাৱঁলীয়া নেতাজনে সমুখৰ আলিবাটত অহাযোৱা কৰা মানুহ নিৰীক্ষণ কৰিবলৈ ধৰিলে।

শ্ৰোতাৰ প্ৰতিক্ৰিয়ালৈ লক্ষ্য কৰিবলৈ বিপ্লৱী ডেকা দুজনৰ সময় নাই। তাৰে এজনে আঙুলি জোকাৰি জোকাৰি উত্তেজিতভাবে কবলৈ ধৰিলে—'শইকীয়া, চৰকাৰী কৰ্ম্মচাৰী হ'লেও মই সঁচা কথা ক'বলৈ ভয় নকৰো। শুনক, আপুনি ক'ব খোজে যে দেশ স্বাধীন হোৱাৰ পাছত কংগ্ৰেছী চৰকাৰৰ আমোলত দেশৰ বহুত উন্নতি হ'ল, পঞ্চবাৰ্ষিকী পৰিকল্পনাবোৰৰ ফলত দেশৰ সমৃদ্ধি বহুগুণে বৃদ্ধি পালে। কিন্তু সমৃদ্ধি হৈ কি হব—যদি উচিত মতে তাৰ বিতৰণ নহয়? উন্নতি

হোৱা মানে আপুনি কি বুজে যদি স্বাধীনতা লাভৰ ওঠৰ বছৰ পাছতো তিনিটা কৈ পঞ্চবাৰ্ষিকী পৰিকল্পনা পাৰ হৈ যোৱাৰ পাছতো, আজিও দেশত কোটি কোটি মানুহ অনাহাৰ অৰ্দ্ধাহাৰত মৰিব লগা হয়?...'

আনজন ডেকাই কেতিয়া তেওঁৰ কথা কবৰ সুযোগ আহে তাৰ কাৰণে অস্থিৰ হৈ অপেক্ষা কৰি আছিল, কিন্তু বন্ধুজনৰ মুখ সহজে বন্ধ হোৱাৰ আশা নেদেখি থাপ মাৰি তেওঁ মাত লগালে—"ৰখ, ৰখ, মই কওঁ শুনক। ফাইভ ইয়াৰ প্লেন্‌বোৰ নিষ্ফল হৈছে বুলি কোৱা উচিত নহয়। আচলতে সেইবোৰৰ ফলত দেশৰ যথেষ্ট উন্নতি হৈছে, জাতীয় সম্পদ বহুগুণে বৃদ্ধি পাইছে। কিন্তু হ'লে কি হব! মহলানবিশ কমিটিৰ ৰিপৰ্টৰ কথা আপোনালোকে ক'ব নোৱাৰে? আচল বস্তুটো তাতহে আছে। পাৰোতেনো ৰিপৰ্টখন গোপনে কৰিবলৈ আপোনাৰ কংগ্ৰেছ চৰকাৰে কম চেষ্টা কৰিছিলনে? এই বাঁওপন্থী দলবোৰে যে মেলে-মিটিঙে কৈ ফুৰে বোলে স্বাধীনতা পোৱাৰ পাছৰ পৰা ধনীবোৰ অধিক ধনী আৰু দুখীয়াবোৰ অধিক দুখীয়া হৈ গৈ আছে, মহলানবিশ কমিটিয়ে অংক কৰি প্ৰমাণ কৰি দিলে সেই কথা। তেওঁলোকে দেখুৱাই দিলে—যোৱা পোন্ধৰ বছৰত আমাৰ যিমান সম্পদ বাঢ়িছে তাৰ শতকৰা ৭৫ ভাগ গৈছে সমগ্ৰ জনসংখ্যাৰ কেৱলমাত্ৰ শতকৰা দহজনৰ ওঁৰালৈ, বাকী শতকৰা ৯০ জনৰ ভাগত পৰিছে মুঠ জাতীয় সম্পদৰ মাত্ৰ শতকৰা পঁচিশ অংশ। এয়েই আপোনাৰ ডেম'ক্ৰেটিক ছচিয়েলিজ্‌মৰ নমুনা? এই কৰিয়েই আপুনি সামাজিক অসাম্য আৰু দাৰিদ্ৰ্য দূৰ কৰিব খোজে? ভণ্ড বদ্‌মাইচৰ দল। ষ্টেটিষ্টিক্‌চৰ হাত-চাফাইৰ খেলা দেখুৱাই সিহঁতে জনতাৰ চকুত ধূলি দিব খোজে। অৰ্দ্ধশিক্ষিত একো একোটা তথাকথিত লীডাৰ, সিও ভাটোৰ দৰে চৰকাৰী হেণ্ড-আউট্ মুখস্থ কৰি আহি ইলেকশ্যন মিটিঙত বক্তৃতা দিয়ে—'ৰাইজ-সকল, ১৯৪৭ চনত আমাৰ দেশত জনমূৰি আয় আছিল মাহে সাত টকা মাত্ৰ, আজি জাতীয় চৰকাৰৰ আশাশুধীয়া যত্নৰ ফলত জন-

মুৰি আয় মাহে পঁচিশ টকালৈ বৃদ্ধি পাইছে, চতুৰ্থ পৰিকল্পনাৰ শেষত ই চল্লিশ টকালৈ বৃদ্ধি হ'ব। বাইজৰ অৱস্থাৰ যে উন্নতি হৈছে ইয়াত কৈ তাৰ ডাঙৰ প্ৰমাণ কি লাগিছে?' ভণ্ড বদ্‌মাইচৰ দল। দৰিদ্ৰৰ অন্ন-বস্ত্ৰ হৰণ কৰি কেৱল সংখ্যাৰ ভোজ-বাজিৰে সিহঁতে তাক জীয়াই ৰাখিব খোজে। সিহঁতে মানুহ চিনি নাপায়, চিনি পায় কেৱল সংখ্যা।"

উঠি অহা বেলিৰ ৰ'দৰ উত্তাপ আৰু ডেকা দুজনৰ কথাৰ উত্তাপ দুয়োটা মিলি জাৰৰ জড়তা একেবাৰে দূৰ কৰি দিলে। বেচ ভালেই লাগি আহিছিল মোৰ। ভাবোচ্ছাসত ৰঙা পৰা ডেকা মানুহৰ মুখ চাবলৈ কাৰনো ভাল নালাগে? আন নহলেও ই অন্ততঃ নিজকে বিজ্ঞতৰ বুলি ভাবিবলৈ সুযোগ দিয়ে। আহা বেচেৰাহঁত! তোমালোকৰ বয়সত আমিও এদিন বিপ্লৱ কৰাৰ স্বপ্ন দেখিছিলো, সমগ্ৰ পৃথিবীখন ভাঙি-চিঙি চুৰমাৰ কৰি নতুনকৈ গঢ়াৰ স্বপ্ন দেখিছিলো। ধনী আৰু ক্ষমতাশালী ব্যক্তি মাত্ৰেই আমাৰ চকুতো এদিন আছিল কেৱল ভণ্ড আৰু বদ্‌মাইচ। পিচে আজি কালি আমি আৰু তেনেকৈ নাভাবো। পৃথিবীখন নতুনকৈ গঢ়াৰ স্পৰ্দ্ধাও আমাৰ আৰু নাই। A sadder and a wiser man। এতিয়া মই অন্ততঃ লৰাহঁতৰ কাৰণে মাটি এডোখৰ কিনি ঘৰ এটা কেনেকৈ সাজি থৈ যাব পাৰো সেই চিন্তাতে অহৰহ ব্যস্ত। তোমালোকৰো সেই দিন অতি সোনকালে আহিব ধৰিছে বোপাহঁত,—কাৰণ সকলোৰে জীৱন আৰম্ভ কৰে তোমালোকৰ দৰে কোনটো হৈ, শেষ কৰে আমাৰ দৰে ফেঁচাটো হৈ।

ডেকাজনৰ বক্তৃতাৰ বিৰাম পৰা দেখি পঞ্চায়তৰ সভাপতিয়ে মোৰ ফালে চাই মাত লগালে—'ইমান পৰ বহিলো, চাহ একাপো মুখুৱায়নে? শুদা চাহ কিন্তু খাব নোৱাৰো, লগতে টাহৰো ব্যৱস্থা কৰক।'

সভাপতিৰ কথা শুনি মনে মনে অলপ লাজেই পালো। বহুত

আগতে চাহ একাপ যচা উচিত আছিল মোৰ। মানুহ কেইজনক যিমান পাৰো সোনকালে খেদো বুলিয়েই ইচ্ছা কৰিয়ে চাহৰ কথা ভুলিয়ালো। কিন্তু এতিয়া আৰু উপায় নাই,- বান্ধনি ল'ৰাটোক মাতি চাহ জলপানৰ হুকুম দিবলৈ বাধ্য হ'লো।

উঠিবৰ সময় হোৱা বুলি ভাবিহে বোধহয় আমাৰ ডেকা বন্ধু দুজন নীৰৱ হৈ পৰিছিল, কিন্তু এতিয়া চাহৰ প্ৰস্তাৱ শুনি আৰু একোটা বক্তৃতাৰ কাৰণে তেওঁলোকক সাজু হোৱা যেন দেখা গ'ল। চিগাৰেট এটা জ্বলাই লৈ প্ৰথম ডেকাজনে মাত লগালে —'এখেত বডাই ঠিকেই কৈছে। শোষক, পুঁজিপতি আৰু তেওঁলোকৰ ক্ৰীতদাস এই চৰকাৰৰ চকুত মানুহৰ কোনো মূল্য নাই। নহলে লাখ লাখ মানুহ অনাহাৰ অৰ্দ্ধাহাৰত তিলে তিলে মৰা দেখিও সিহঁত নিশ্চেষ্ট হৈ বহি থাকিব পাৰেনে? এটা চোৰাং কাৰবাৰী, এটা লাভ খোৰ, এটা গোপন মজুতদাৰকো সিহঁতে জেললৈ পঠিয়াব নোৱাৰেনে?' ঠিক এই গতডে ডেকাজনৰ বক্তৃতা চলি থাকিল। পঞ্চায়ত সভাপতি আৰু মন্ত্ৰীৰ মিটিঙৰ আহ্বায়ক গাৱঁলীয়া নেতাজনে এনে এটা অপৰাধী মুখভঙ্গী কৰি তলমূৰ কৰি ৰ'ল—যেন এই সমস্ত অগ্নি-গৰ্ভ সমালোচনাৰ লক্ষ্য তেওঁলোক দুজনেই। অৱশ্যে মোৰ সন্দেহ হ'ল—এই অপৰাধ-বোধৰ লগতে যেন মিহলি হৈ আছে কিছু গৰ্ব্ব, কিছু আত্ম-প্ৰসাদৰ ভাব, কাৰণ দেশৰ সমস্ত ক্ষুদ্ৰ বঞ্চিত মানুহৰ অক্ষম ক্ৰোধৰ লক্ষ্য শাসক দলৰ তেওঁলোকো জানো একো একোজন ধ্বজাধাৰী নহয়? যাৰ অভিজ্ঞতা আছে তেওঁ জানে যে অনেক সময়ত প্ৰিয়পাত্ৰ বা প্ৰশংসিত হোৱাতকৈ ঈৰ্ষিত হোৱাৰ তৃপ্তি বেছি।

যাহওক, এনেতে চাহ আহিল, লগত একোটাকৈ সিদ্ধ কণী। ৰ'দত বহি বহি মুখ চোৱাই আটাইৰে বোধহয় পিয়াহ লাগিছিল, সকলোৱে পৰম আগ্ৰহেৰে চাহৰ কাপত মুখ দিলে।

কিছুপৰ কাৰো মুখত মাত-বোল নাই। সকলোৰে দৃষ্টিও

হাতৰ চাহৰ কাপ আৰু কণীতে নিবদ্ধ। হঠাতে কাণৰ কাষত 'বাবা গো' বুলি এটা কাতৰ স্বৰ শুনি আমি আটাইকেউজন প্ৰায় চক্ খাই উঠিলো। ঘূৰি চাই দেখো, তিনিটা শিশুৰে সৈতে এজনী ভিক্ষাৰিণী।

আমাৰ মুখলৈ চাই কাতৰ অস্ফুট কণ্ঠেৰে তাই মাত লগালে— 'এক মুঠো ভিক্ষা—বাবা গো।'

পঞ্চায়ত সভাপতিয়ে তাইৰ ফালে এবাৰ পোন্দোৰাকৈ চাই হাতৰ আধাখোৱা কণী ফাল মুখত ভৰালে। কণীখিনি কিছু সময় চোবাই কথা ক'ব পৰা হ'লত তেওঁ মাত লগালে –'আও, এই জনী কম তিৰোতা নহয় সঁচাকৈয়ে। আহি একেবাৰে এইখিনি পাইছেহি। যা, যা, কথা পাতিবৰ সময়ত দিগদাৰি কৰি নাথাকিবি।' জেপৰ পৰা পইচা পাঁচটা উলিয়াই তাইৰ ফালে মাটিত দলি মাৰি দি তেওঁ পুনৰ চাহৰ কাপত মুখ দিলে।

গাৱঁলীয়া নেতাজনে ( দুখৰ বিষয়, মই তেওঁৰ নামটো নাজানো ) জিভাৰ আগেৰে ওঁঠত লাগি থকা কণীৰ কুসুম অকণ চেলেকি প্ৰশ্ন কৰিলে—'ক'ৰনো তিৰোতা এইজনী ? আপুনি চিনি পায় নেকি ?'

'কিয় আপুনি চিনি পোৱা নাই নেকি ?'—পঞ্চায়ত সভাপতিয়ে অলপ বিৰক্তিৰেই উত্তৰ দিলে –'পহুমৰাৰ মহেন্দ্ৰ গাওঁবুঢ়াৰ ওচৰৰে সেই যে বঙালী মানুহঘৰ—কানাই হ'বলা এইৰ গিৰিয়েকৰ নাম—এইকনো কোনে চিনি নাপায় সেই অঞ্চলত।' তাৰ পাছত মাতটো সৰু কৰি চকু মুখৰ অদ্ভুত ভঙ্গীৰে তেওঁ ঘোষণা কৰিলে —'প্ৰেছ্।'

লগে লগে ইমান পৰ কৌতূহলহীন আৰু নিৰ্ব্বিকাৰ হৈ থকা তিনিজোৰ চকুৰ দৃষ্টি ভিক্ষাৰিনীজনীৰ ফালে ধাবিত হ'ল। ভিক্ষাৰিণী বা জননী হিচাবে যাৰ কোনো মূল্য নাছিল, 'প্ৰেছ' (!) হিচাবে তৎক্ষনাৎ তাই বোধকৰো এটা আকৰ্ষণৰ বস্তু হৈ পৰিল।

সুলভ নাৰীদেহৰ প্ৰতি স্বভাৱসুলভ কৌতূহলেৰেই বোধহয়

গাঁৱলীয়া নেতাজনে ভিক্ষাৰিণীজনীৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিছিল, কিন্তু ঠিক সেই মুহূৰ্ত্তত এই কথাও সম্ভৱ তেওঁৰ মুৰত খেলালে যে তেওঁৰ দৰে বয়সস্থ নেতা এজনৰ পক্ষে এনে কৌতূহল শোভনীয় নহয়। কৃত্ৰিম ঘৃণাত মুখখন বিকৃত কৰি তেওঁ ভোৰ ভোৰাই উঠিল—'ছিঃ, কি দেখিলো বাপতিপুৰাই। এই বঙালীবোৰ সোমায়েই আমাৰ গাৱঁলীয়া সমাজখনো নষ্ট কৰিবলৈ ধৰিছে।'

ডেকা কৰ্ম্মচাৰী দুজনৰ বোধহয় তেনে কোনো নৈতিক দায়িত্ব বা আনুগত্য নাই। নিবিড় কৌতূহলেৰে তেওঁলোকে কিছু সময় তিৰোতাজনীলৈ লক্ষ্য কৰিলে। অলপ সময়ৰ পাচত হতাশ মুখভঙ্গীৰে অনুচ্চ কণ্ঠেৰে এজনে মাত লগালে, 'ধেৎ, এনে এজনী তিৰোতাৰ ওচৰলৈকো যে কোনোবা মানুহ যাব পাৰে—মই সেই কথা কল্পনাই কৰিব নোৱাৰো। গাত কেৱল হাড় আৰু ছাল। আৰু কি লেতেৰা।' অকৃত্ৰিম ঘৃণাত আপোনা-আপুনি তেওঁৰ নাকটো কোঁচ খাই গ'ল।

ভিক্ষাৰিণীজনী সম্পৰ্কে এইবোৰ বিভিন্ন মন্তব্য আৰু প্ৰতিক্ৰিয়া চলি থাকে মানে তাই মাটিৰ পৰা পইচাটো বুটলি লৈ হাত দুখন যোৰ কৰি আকৌ মাত লগালে, 'বাবা, একটা কথা '

মোৰ বন্ধুসকলৰ তাইৰ কথা শুনিবলৈ তেতিয়া সময় নাই। তেওঁলোক তেতিয়া তাইক পৰীক্ষা কৰাত আৰু তাইৰ বিষয়ে নিজৰ নিজৰ মন্তব্য দিয়াত ব্যস্ত।

মই যিহেতু তাৰ এটাও কৰা নাছিলো, মই মনোযোগেৰে সৈতে তাইক লক্ষ্য কৰিলো। তিৰোতাজনী যথেষ্ট ক'লা আৰু ক্ষীণ, কিন্তু মুখখনত এনে এটা প্ৰচ্ছন্ন লাৱণ্যৰ আভাস আছে—যাৰ কাৰণেই তাই বোধহয় 'প্ৰভু' আখ্যা পাব লগা হৈছে। বেছি ভাগ ক্ষেত্ৰতে দেখা যায় যে ভিক্ষাৰিণী সুন্দৰী হোৱাটো এটা অপৰাধ। সি যি কি নহওক, তাইৰ বয়স ২৪।২৫ তকৈ বেছি হ'ব নালাগে, কিন্তু দুখ-কষ্টই তাইক অকালতে বুঢ়ী কৰি আনিছে। অতিপাত মৰলা ক'লা

এখন শাড়ীৰ বাহিৰে তাইৰ গাত দ্বিতীয় আন কোনো কাপোৰ নাই। তাৰে আচলেৰে প্ৰায় এবছৰীয়া উলঙ্গ শিশু এটাক টোপোলা বান্ধি তাই বুকুত সাৱটি আছে। বাকী দুটা ল'ৰা—এটা প্ৰায় পাঁচবছৰীয়া, আনটো তিনিবছৰীয়া—মাকৰ গাৰ ওচৰতে থিয় হৈ সিহঁতে এক দৃষ্টিৰে মোৰ প্লেটৰ কণীটোলৈ চাই আছে। সিহঁতৰ পিন্ধনত কোনো দিন পানীৰ মুখ নেদেখা শতচ্ছিন্ন দুটা বনিয়নৰ বাহিৰে আন একো নাই। পহুমবাৰ পৰা ভিক্ষা কৰি আহি আহি এইখিনি পাইছেহি যেতিয়া সিহঁত নিশ্চয় খুব পুৱাই ঘৰৰ পৰা ওলাব লগা হৈছে। আৰু ডিচেম্বৰ মাহৰ এই হাড কঁপোৱা জাৰত এই অকণমান শিশু দুটাৰ গাত মাত্ৰ দুটা শতচ্ছিন্ন বনিয়ন,—সিও নিশ্চয় ভিক্ষালব্ধ।

দৃশ্যটো বেচি সময় চাই থাকিবলৈ মোৰ ভাল নালাগিল। নিজে নিজে মোৰ মুখৰ পৰা এটা ধমক বাহিৰ হৈ আহিল,—'এই, পইচা পালিয়েই দেখোন, নাযায় কিয় ইয়াৰ পৰা? যা--যা—ভাগ্।'

'বাবা একটা কথা ।'

পঞ্চায়ত সভাপতিৰ এইবাৰ বোধহয় ধৈৰ্য্য-চ্যুতি ঘটিল। আমি পৰ্য্যন্ত চক্ খাই উঠাকৈ মস্ত ধমক এটা দি তেওঁ চিঞৰি উঠিল,—"কি 'একটা কথা' 'একটা কথা' বুলি পেন্‌পেনাই আছ অথনিৰে পৰা। যা বুলিছো নহয় তোক। পইচা পালি, গুছি যাব লাগে। আৰু কি কথা থাকিব পাৰে তোৰ?"

চকীখন আৰু অলপ ঘুৰাই লৈ তাইলৈ সম্পূৰ্ণ পিঠি দি তেওঁ এটা চিগাৰেট জ্বলালে। তেওঁৰ মুখৰ ভাব দেখি বুজা গ'ল—তাই যাওকে বা নাযাওকে—অন্ততঃ তেওঁৰ কাৰণে তাইৰ কোনো অস্তিত্ব নাই। সেই কথাকে সুস্পষ্টভাৱে বুজাই দিবৰ কাৰণে তেওঁ চৰকাৰী কৰ্ম্মচাৰী এজনক উদ্দেশ্য কৰি সুধিলে, 'আচ্ছা বড়া, আপুনি আমাৰ সেই মাল্‌টি-পাৰপাছ ফাৰ্মৰ স্কিম্‌খনৰ বিষয়ে কি কৰিলে? সেইখন

সোনকালে কৰি শেষ কৰিব লাগিছিল নহয়। জানুৱাৰীৰ ভিতৰতে ষ্কিম্‌খন দিব নোৱাৰিলে এই বছৰ টকাটো পোৱা টানেই হ'ব।

উত্তৰত বডাই কিবা কিবি বহুত কথা ক'লে, মাজতে আনজন কৰ্ম্মচাৰী আৰু গাৱঁলীয়া নেতাজনেও আলোচনাত ভাগ ললে, পঞ্চায়ত সভাপতিয়ে আকৌ দুই এটা প্ৰশ্ন কৰিলে— মুঠতে বহুত সময় ধৰি দেশৰ কৃষিবিপ্লৱৰ বিভিন্ন পৰিকল্পনা সম্পৰ্কে আলোচনা চলি থাকিল। ময়ো মাজে মাজে মূৰ দুপিয়াই আৰু ওঁ-হুঁ কৰি তেওঁলোকৰ কথা শুনাৰ ভাও ধৰিবলৈ বাধ্য হ'লো, কিন্তু আচলতে তেওঁলোকৰ এটা কথাও মোৰ কাণত নোসোমাল। ভিক্ষাৰিণীজনীৰ 'একটা কথা' নো কি তাকে শুনিবৰ কাৰণে তাইৰ ফালে নোচোৱাকৈয়ে মই উৎকৰ্ণ হৈ ৰ'লো। কাৰণ, পঞ্চায়ত সভাপতিৰ গৰ্জ্জনলৈ ভ্ৰুক্ষেপ নকৰি তাই তেতিয়াও একে ঠাইতে নিশ্চল হৈ থিয় হৈ আছিল, আৰু বাৰে বাৰে ক'ব খুজিও কব নোৱাৰা তাইৰ সেই 'একটা কথা'ৰ অপ্ৰকাশৰ যন্ত্ৰণাত তাইৰ ওঁঠ দুখন বাৰে বাৰে কঁপি উঠিছিল। তাইৰ এই এটা কথা শুনোৱাবৰ কাৰণে কিমানৰ ওচৰত তাই এনেকৈ হাত যোৰ কৰি থিয় হৈছেগৈ, আৰু ঠিক এনেকৈয়ে কাকো শুনোৱাব নোৱাৰি কিমান দিন চাগে তাই সেই অপ্ৰকাশ বেদনাৰ ভাৰ নিৰবে বহন কৰি ফুৰিছে —সেই কথা কল্পনা কৰি মই কিছু সময় স্তব্ধ হৈ ৰ'লো।

বহুত পৰ তাইৰ মুখৰ এষাৰো মাত নুশুনি মই এবাৰ কেৰাহিকৈ তাইলৈ চালো। ঠিক সেই মুহূৰ্ত্তটোৰ কাৰণেই যেন তাই ইমান পৰে অপেক্ষা কৰি আছিল, মোৰ চকুত চকু পৰা মাত্ৰে তাই আৰম্ভ কৰিলে,— 'বাবা, আপোনালোকে মোৰ কথা নুশুনিলে কোনে শুনিব? মইতো সদায ভিক্ষা কৰি খোৱা নাছিলো। আমাৰ নিজৰ খেতি আছিল বাবা, খেতিত কাম কৰি ঘৰৰ ভাতেৰেই দিনে এসাজ নহলেও এসাজ খাইছিলো। কিন্তু '

ভিক্ষাৰিণীজনীয়ে এইখিনি কথা কয় মানে মোৰ বন্ধুবৰ্গৰ আলোচনা কিন্তু বন্ধ হোৱা নাছিল। তেওঁলোক তেতিয়া পৰম

উৎসাহেৰে বহু-মুখী কৃষি ফাৰ্মৰ খুটি-নাটি আলোচনা কৰাত ব্যস্ত। এনে এটা জৰুৰী আলোচনাৰ মাজতে ভিক্ষাৰিণীজনীয়ে তাইৰ বিননি আৰম্ভ কৰি দিয়াৰ কাৰণে বন্ধু কেইজনৰ বৰ খং উঠিল, আটাইকেউজনে প্ৰায় একেলগে চিঞৰি উঠিল—'এই, মনে মনে নাথাক কিয়? শুনা নাই আমি এটা জৰুৰী বাজহুৱা কথা আলোচনা কৰি আছো?'

তেওঁলোক আকৌ নিজৰ আলোচনাত মগ্ন হ'ল।

আটাইকেইজনৰ পৰা আচম্বিতে এনে এটা ধমক খাই তিৰোতাজনী খন্তেক সময় স্তব্ধ হৈ ৰ'ল। এনেতে হঠাৎ বোধহয় তাই মোৰ চকুৰ নিৰৱ সহানুভূতি আৰু আগ্ৰহৰ একণিকা আভাস দেখা পালে, এইবাৰ তাই কেৱল মোক উদ্দেশ্য কৰিয়েই আগতকৈ সৰু মাতেৰে ক'বলৈ ধৰিলে, –'বাবা, বিশ্বাস কৰক, আমি সদায় ভিক্ষা কৰি খোৱা নাছিলো। আজি এবছৰ চাৰিমাহ হৈছে, ইহঁতৰ বাপেকে এদিন পথাৰত হাল বাই থাকোতে থাকোতে ভৰিত জোঙা বাঁহ এডাল সোমাই গ'ল। বাঁহডাল তেতিয়াই টান মাৰি উলিয়াই তেওঁ কোনোমতে ঘৰলৈ আহি বিছনাত পৰিল। তেতিয়াৰপৰা আজিলৈকে তেওঁ বিছনা এৰিব পৰা নাই, আজি এবছৰ চাৰিমাহ।'

যিমানেই সৰুকৈ নকওক তিৰোতাজনীৰ কথাত মোৰ বন্ধুসকলৰ আলোচনাত নিশ্চয় কিছু ব্যাঘাত জন্মাইছিল। বডা বোলাজনে মাজতে এবাৰ কথা বন্ধ কৰি তাইৰ ফালে বাঘৰ দৃষ্টিৰে চাই পঠিয়ালে। দেশৰ কোটি কোটি দৰিদ্ৰ জনসাধাৰণৰ কাৰণে এটা নতুন ভৱিষ্যত পৰিকল্পনা কৰিবৰ সময়ত সামান্যা এজনী ভিক্ষাৰিণীৰ এই আমনি সঁচাকৈয়ে অসহ্য।

ভৰিত বাঁহ এডাল সোমোৱাৰ কাৰণেই আজি এবছৰ চাৰিমাহ মানুহটো কিয় বিছনাত পৰি থাকিব লগা হৈছে—মই চকুৰ দৃষ্টিৰে তিৰোতাজনীক প্ৰশ্ন কৰিলো।

তাই আকৌ আৰম্ভ কৰিলে,—'বাবা, বাঁহডাল উলিওৱাৰ পাছত বহুত তেজ গ'ল, ঘা শুকাবৰ কাৰণে গাঁৱলীয়া বেজৰ বন-দৰৱ

বান্ধি দিলো। ওচৰতচো ডাক্তৰখানা নাই বাবা, আকৌ দৰৱ ক'ত পাম? কিন্তু ঘাডোখৰ শুকাওক ছাবি দিনে দিনে সি বাঢ়িহে যাবলৈ ধৰিলে। কাম কৰিবলৈ পথাৰলৈ যোৱা দূৰৰ কথা, শোচ-প্ৰস্ৰাৱ কৰিবলৈকো মানুহটো বিছনাৰ পৰা উঠিব নোৱাৰা হ'ল। ঘাডোখৰ বাঢ়ি বাঢ়ি গোটেই ভৰিটো গেলি গ'ল, দুটা আঙুলি ইতিমধ্যে ছিগি গৈছে। এফালৰ পৰা মানুহটো পচি পচি মৰিবলৈ ধৰিছে বাবা, আপুনি যদি দেখিলেহেতেন।'

হঠাৎ এটা অদমনীয় কান্দোনৰ হেঁচাত তিৰোতাজনীৰ মাত বন্ধ হৈ গ'ল, দুয়োখন হাতেৰে মুখখন হেঁচি কান্দোনটো বন্ধ কৰিবলৈ চেষ্টা কৰাৰ ফলত তাইৰ গোটেই গাটো ঠৰ্ ঠৰ্ কৈ কঁপি উঠিল।

নুশুনো বুলিও মোৰ বন্ধু কেইজনে বোধহয় তাইৰ দুই-এটা কথা শুনিবলৈ বাধ্য হৈছিল, ডেকা কৰ্ম্মচাৰী এজনে ঘপৰাই মাত লগালে, 'এই, তোৰ গিৰিয়েৰৰ গেংৰিণ হৈছে হবলা, বুজিছ? ডাক্তৰ লগাই ভালকৈ চিকিৎসা কৰা, আমাৰ আগত এনেকৈ ফেক্ ফেকাই থাকিলে একো লাভ নহব।'

'সেই কাৰণেহে এইৰ ওপৰত মোৰ খং উঠে,' পঞ্চায়ত সভাপতিয়ে লগতে যোগ দিলে, 'গিৰিয়েৰৰ বেমাৰ হৈছে। চিকিৎসা কৰা। তাকে নকৰি ঘৰে ঘৰে বেমাৰৰ কথা গাই-বাই ফুৰিলেই বা ডাক্তৰৰ বদ্‌নাম কৰি ফুৰিলেই তোৰ গিৰিয়েৰ ভাল হ'ব নেকি? বহুত কথা আছে ইয়াৰ ভিতৰত বুজিছে। মই ক'ম বাৰু এদিন। আপুনিও ভাল গোঁহাই, অথনিৰে পৰা তাইৰ পেন্‌পেননি খনকে শুনি আছে। খেদি দিয়ক সেইজনীক। আপুনি কি কৈছিল বডা আলুৰ সঁচৰ বিষয়ে?'

স্থিৰ অশ্ৰু সজল দৃষ্টিৰে তিৰোতাজনীয়ে মোৰ বন্ধু কেইজনৰ ফালে চাই ৰ'ল। নিজৰ কাণকেই যেন বিশ্বাস কৰিব পৰা নাই তাইৰ চকুৱে-মুখে এনে এটা বিস্ময়ৰ ভাব ফুটি উঠিল। সিমান পৰে মোৰ বন্ধু কেইজনে বিষয়ান্তৰলৈ গমন কৰিছে। সামাজিক

প্ৰগতিৰ বিষয়ে আলোচনাৰত মোৰ বন্ধু কেইজনৰ মুখৰ ফালে চাই চাই তাই বোধহয় অৱশেষত সিদ্ধান্ত কৰিলে তেওঁলোক নিশ্চয় মানুহ নহয়, অন্ততঃ তাইৰ দৃষ্টিত। বিদ্যুত চমকাৰ দৰে এটা আতঙ্কৰ ভাব তাইৰ ওপৰেদি ঢৌ খেলি যোৱা মই দেখিবলৈ পালো।

আকৌ তাইৰ দৃষ্টি মোৰ মুখলৈ ঘুৰি আহিল। মই মনে মনে বৰ অস্বস্তি অনুভৱ কৰিবলৈ ধৰিলো। আমাৰ আটাইকেউজনৰ ভিতৰত তাই মোকেই বোধহয় অতি দুৰ্ব্বল বুলি চিনি পাইছে। তদুপৰি মোৰ বন্ধু কেইজন যি সময়ত সমগ্ৰ সমাজৰ ভবিষ্যতৰ চিন্তাত নিমগ্ন, সেই সময়ত মই এজনী মাত্ৰ তিৰোতাৰ দুখ-কষ্টৰ বিষয়ে ইমান ভাবপ্ৰৱণ হোৱা উচিত নহয়। কিন্তু মোৰ অস্বস্তিলৈ ভ্ৰূক্ষেপ নঁকৰি তাই আকৌ ক'বলৈ আৰম্ভ কৰিলে, 'বাবা, ডাক্তৰৰ ওচৰলৈ গৈছিলো, এবাৰ দুবাৰ নহয়, অনেকবাৰ। আমাৰ গাৱঁৰ পৰা ডাক্তৰখানালৈ সাত মাইল, ডাক্তৰে কুৰি টকা ফিজ বিচাৰে। কুৰিটা টকা মই মানুহজনীয়ে ক'ৰ পৰা পাম ? কিবা এটা বেচি বা বন্ধকত দি টকা আনিবলৈকো ঘৰখনত একো এটা বস্তু নাই। তদুপৰি প্ৰথম অৱস্থাত ইমান টকা খৰচ কৰি ডাক্তৰ অনাৰ কথা বেছিকৈ চিন্তাও নকৰিলো, কাৰণ গাৱঁৰ মানুহবোৰে ক'লে বোলে গাৱঁলীয়া বেজৰ দৰবতে ঘা শুকাই যাব। সেই আশাতে বৈ থাকোতেই দিনে দিনে ঘা বেছিহৈ যাবলৈ ধৰিলে। পথাৰৰ মাটি আধা চহোৱা হৈ পথাৰতে পৰি ৰ'ল, ঘৰৰ যি এমুঠি আছিল তাকো বহি বহি খাই শেষ কৰিলো। তাৰ পাছত মই ওলালো—ভিক্ষা কৰিবলৈ। আমি বাহিৰৰ পৰা ভাগি অহা বঙালী মানুহ বাবা, ইয়াত আত্মীয়-স্বজন কোনো নাই, কোনে আমাক চাব ? মানুহটোৰ ভৰিটো যেতিয়া বেছিকৈ গেলি যাবলৈ ধৰিলে, আকৌ এদিন গ'লো ডাক্তৰৰ ওচৰলৈ। ডাক্তৰৰ সেই একেই কথা, টকা নাপালে তেওঁ আহিব নোৱাৰে। আহিবতো নোৱাৰেই, মোৰ কথাখিনি

শুনিবলৈকো তেওঁৰ সময় নাই। সংসাৰত মোৰ চিনিনা কিমান লাখ লাখ গৰীব-দুখী আছে, প্ৰত্যেকৰে কথা শুনিবলৈ হ'লে তেওঁ ডাক্তৰী কৰিব কেনেকৈ ? কি আৰু কৰিম বাবা, আকৌ গাঁৱে গাঁৱে বেজৰ দৰৱ বিচাৰি ফুৰিবলৈ ধৰিলো। কোলাত কেচুৱা লৈ এই দুটাক চোচোঁৱাই চোচোঁৱাই চামগুৰি সত্ৰলৈকে খোজ কাঢ়ি দৰৱ বিচাৰি গৈছো বাবা—ঘৰৰ পৰা চৌধ্য মাইল। কিন্তু যিমানেই দৰৱ দিবলৈ ধৰিলো সিমানেই ঘা বেছিকৈহে গেলিব ধৰিলে, দিনে ৰাতিয়ে গাৰ পৰা অৱ মুগুছাই হ'ল। এইদৰেই আজি এবছৰ চাৰি মাহ বাবা। দুটা আঙুলি ইতিমধ্যে ছিগি এৰাই গৈছে, ভৰিটো একালৰ পৰা গেলি আহিছে, এনেদৰে থাকিবলৈ হ'লে চকুৰ আগতে মানুহটো গেলি-পচি একালৰ পৰা খহি যাব, মই কেনেকৈ চাই থাকিম বাবা', (হঠাৎ এনে এটা অমানুষিক অৰ্দ্ধস্ফুট শব্দ কৰি তিৰোতাজনীয়ে কান্দি উঠিল যে মোৰ বন্ধুকেইজনে ভূতৰ মাত শুনাৰ দৰে চক্ খাই উঠিল ) 'এতিয়া মানুহে কৈছে এইটো এন্দুৰীয়া বেমাৰ। ডাক্তৰৰ ওচৰলৈ গৈ তাকে ক'লো আৰু ভৰিত ধৰি কাকুতি কৰিলো মানুহটোক এবাৰ চাই আহিবলৈ। তেওঁ ক'লে, কি বেমাৰ হৈছে তেওঁ নেদেখাকৈয়ে বুজিছে। ভৰিটো কাটি পেলাব লাগিব। সেই কাম তেওঁ ইয়াত কৰিব নোৱাৰে, যোৰহাটলৈ নিব লাগিব। যোৰহাটলৈ মই কেনেকৈ নিওঁ বাবা ? মানুহটোৱে খোজ কঢ়াতো দূৰৈৰ কথা থিয় হবই নোৱোৰে। এখন গাড়ী ভাৰা কৰিব লাগিব। এশ টকাৰ কমে ক'ত পাম ? ইয়াৰ পৰা কিমান জীপ, লড়ী টাউনলৈ গৈ থাকে, ইচ্ছা কৰিলেই যি কোনো এখনে মানুহটোক লৈ যাব পাৰে, কিন্তু তাকে কম বুলি মুখ মেলোতেই গাড়ীৰ মালিকবোৰে একে ধমকতে দূৰ কৰি খেদি দিয়ে। বাবা, আপুনি ডাঙৰ মানুহ, কিবা এটা কৰি আপুনি মোক ৰক্ষা কৰক বাবা। এই কথাখিনিকে আজিলৈকে কাকো শুনাব পৰা নাছিলো, আপুনি আজি শুনিলে। মই মৰি গৈছোঁ বাবা, আৰু

মোৰ শক্তি নাই। পাঁচটা লৰা-ছোৱালীৰে সৈতে খোৱা মানুহ সাতটা। এই সাতখন মুখত কেৱল নিমখ ভাত এমুঠি গুজিবলৈ কোলাত কেচুৱা লৈ মই দিনে দহ-বাৰ মাইল বাট ভিক্ষা খুজি খুজি ঘুৰিব লাগে। ইমান কষ্ট কৰিও ৰাতি এটা মুহূৰ্ত্ত সুখেৰে শুবলৈ নাপাওঁ, কাণৰ কাষতে মানুহটোৱে যন্ত্ৰণাত চীৎকাৰ কৰি থাকে। আপুনি নিজ কাণেৰে নুশুনিলে বিশ্বাস নকৰিব বাবা, কি বুকু কপোঁৱা সেই চীৎকাৰবোৰ। শুনি শুনি মই পাগল হৈ যাওঁ, ঘৰটোত জুই লগাই দি গোটেইবোৰ একেলগে পুৰি মৰো বুলি ভাবো মাজে মাজে। আজিলৈকে তাকে কৰিব পৰা নাই। কিবা এটা উপায় কৰি মোক ৰক্ষা কৰক বাবা। মানুহটো ভাল হ'লেই মোৰ আৰু চিন্তা নাই, যেনে তেনে সি মোক এমুঠি খুৱাব।'

হঠাত মানুহজনী নিৰৱ হৈ গ'ল। মই তাইলৈ মূৰ তুলি চালো। মইয়ে যেন তাইৰ একমাত্ৰ আৰু শেষ ভাৰসা, এনে এটা একান্ত নিৰ্ভৰতাৰে তাই মোলৈ চাই আছে। মই বেছি পৰ তাইৰ সেই দৃষ্টি সহ্য কৰিব নোৱাৰি চকু দুটা মুদি দিলো আৰু তাইৰ সমস্যাটো ভাবিবলৈ ধৰিলো। নিজৰ অজ্ঞতাৰ কাৰণে বেচেৰী তিৰোতাজনীয়ে ভাবিছে যে টকা এশ পালেই গাড়ীত তুলি তাই মানুহটোক যোৰহাটলৈ লৈ যাব পাৰিব, আৰু এবাৰ তাত গৈ পালেই সকলো ঠিক হৈ যাব। হাস্পতালত চিট পোৱাৰ কি সমস্যা, তাৰ কাৰণে কিমান দিন অপেক্ষা কৰিব লাগিব, চিট পাই মানে পাঁচটা লৰাছোৱালী আৰু গলিতাঙ্গ বেমাৰী মানুহটোৰে সৈতে তাই ক'ত থাকিব এইবোৰ কথাৰ বিষয়ে বেচেৰীৰ কোনো ধাৰণাই নাই। হাস্পতালত চিট যে কেতিয়াবা পাব তাৰেই বা কি নিশ্চয়তা আছে ? হাস্পতালবোৰতো আজিকালি 'ঠাই নাই, ঠাই নাই, ছোট সে তৰী'ৰ অৱস্থা। যিমানেই মই তাইৰ সমস্যাটো ভাবিবলৈ ধৰিলো, সিমানেই চাৰিওফালে নিৰাশাহে দেখিবলৈ পালো। নিৰ্ভুল স্পষ্টভাবে যিটো সম্ভাৱনা মোৰ চকুৰ আগত ভাহি উঠিল, সেইটো হ'ল এই যে আমাৰ

তথাকথিত জনকল্যাণমূলক ৰাষ্ট্ৰত এই তিৰোতাজনীৰ গিৰিয়েকৰ দৰে মানুহ, আহত পশুৰ দৰে চীৎকাৰ কৰি কৰি তিলে তিলে পচি পচি মৰাৰ বাহিৰে আন উপায় নাই।

ভাবিলে আচৰিত লাগে, কিমান সামান্য চেষ্টা আৰু ব্যয়তেই এখন সংসাৰৰ পক্ষে মৰ্ম্মন্তুদ এই নিৰ্ম্মম ট্ৰেজেডি সংঘটিত নোহোৱাকৈ বন্ধ কৰিব পৰা হ'লহেতেন।

হঠাৎ মই এটা অস্বস্তিকৰ নীৰৱতা অনুভৱ কৰি চকু মেলি চাৰিওফালে চালো। মোৰ বন্ধু কেইজনে আচহুৱা বস্তু এটা দেখাৰ দৰে ৰ লাগি মোৰ মুখৰ ফালে চাই আছে। মই চকু মেলা দেখি পঞ্চায়ত সভাপতিয়ে সুধিলে, কি হ'ল গোঁহাই মূৰ ঘুৰাইছে নেকি?

মোৰ তেতিয়াহে চেতনা হ'ল যে নিজে ক'ব নোৱাৰাকৈ মই বোধহয় ইমান পৰে এনেকুৱা মুখভঙ্গী কৰি আছো যে বন্ধুসকলে মোৰ মূৰৰ বিষ হোৱা বুলিহে ভাবিছে। মোৰ মনৰ প্ৰকৃত অৱস্থা গোপন কৰিবৰ কাৰণে ময়ো লাহেকৈ কৈ থ'লো, 'হয় মূৰটো অলপ বিষোৱা যেন অনুভৱ কৰিছোঁ।'

'এঃ, তাকে কোৱা নাই কিয়?' তেওঁলোক বহাৰ পৰা প্ৰায় উঠিলেই, 'আমাৰ কথা শুনি শুনি আপোনাৰ মূৰৰ বিষ বেছিহে হ'ল বোধহয়। ভাল, আমি যাওঁ বাৰু এতিয়া। আপুনি অলপ বিছনাত পৰকগৈ।'

'অলপ সময় বহকচোন সভাপতি,' মোৰ মনত হঠাৎ এটা কথা খেলালে, 'আপোনাৰ পঞ্চায়ত পুঁজিৰ পৰা নিঃসম্বল বেমাৰী মানুহক চিকিৎসাৰ কাৰণে আৰ্থিক সাহায্য দিবলৈ ব্যৱস্থা আছে। এই তিৰোতাজনীক টকা পঞ্চাশটামান আপুনি দিব নোৱাৰেনে?' আটাইকেইজন পুনৰ বহি পৰিল। পঞ্চায়ত সভাপতিয়ে এবাৰ তীক্ষ্ণ দৃষ্টিৰে তিৰোতাজনীৰ ফালে চাই পঠিয়ালে, তাৰ পাছত মোৰ ফালে চাই উত্তৰ দিলে, 'এইজনীয়ে আপোনাক ভালকৈ ভুলালে যেন পাইছোঁ। তাইৰ কথা আপুনি কিয় বিশ্বাস কৰিছে? তাইৰ বহুত

উপাৰ্জ্জন, মই জানো নহয়, তদুপৰি নায়েই যেনিবা তাইৰ এক পইচাও উপাৰ্জ্জন, পঞ্চায়ত পুঁজিৰ পৰা মই তাইক কেনেকৈ টকা দিম ? এইবাৰ আমি সকলো টকা উৎপাদন আঁচনিত নিয়োগ কৰিম বুলি ঠিক কৰিছো। আন কামত খৰচ কৰিবলৈ এক পইচাও বাহি নাই।'

অতি বুধিয়ক আৰু অভিজ্ঞ লোকৰ দৰে মুখত হাঁহি ফুটাই বডাই মাত লগালে, 'তদুপৰি এনেকৈ সাহায্য দি একো লাভ নাই on principle, মই কেতিয়াও ভিক্ষাৰীক ভিক্ষা নিদিওঁ। ভিক্ষাৰী দেখিলেই মোৰ স্কুলীয়া দিনতে চোৱা বঙালি ফিল্ম এখনলৈ মনত পৰে, 'উদয়েৰ পথে', চাইছে বোধহয়। তাতে এষাৰ কথা আছে : ভিক্ষা দি কেৱল দাৰিদ্ৰ্যকহে জীয়াই ৰাখিব পাৰি, দৰিদ্ৰক নহয়। অতি খাটি কথা। দৰিদ্ৰৰ প্ৰতি সস্তীয়া চেণ্টিমেণ্ট দেখুৱাই বা দুটা পইচা দলি মাৰি দি আপুনি সিহঁতৰ একো উপকাৰ কৰিব নোৱাৰে। আচল প্ৰয়োজন হৈছে এটা বিৰাট সামাজিক বিপ্লৱৰ। তাৰ অবিহনে

বডাৰ বক্তৃতা কেতিয়া শেষ হ'ল, কেতিয়া তেওঁলোকে মোক মাত লগাই উঠি গ'ল, মই একো ক'বই নোৱাৰিলো। মোৰ চকুৰ আগত ভাহিবলৈ ধৰিলে জৰাজীৰ্ণ এটা জুপুৰি ঘৰ আৰু তাতে শুই শুই অহৰহ চীৎকাৰ কৰি থকা এটা গলিতাঙ্গ পঙ্গু মানুহ। সামান্য সহানুভূতি আৰু এশটা টকা খৰছ কৰিলে সি আজিয়েই নতুনকৈ জীৱন আৰম্ভ কৰিব পাৰে, কিন্তু তাকে কৰিবলৈ কাৰো সময় বা ইচ্ছা নাই। কাৰণ চৰকাৰী কৰ্ম্মচাৰী, পঞ্চায়ত সভাপতি আৰু গাঁৱলীয়া নেতা সকলো ব্যস্ত তাৰ ভৱিষ্যতৰ কাৰণে চিন্তা কৰাত। সি কেৱল মাত্ৰ এটা মানুহ নহয়, সি ভাৰতবৰ্ষৰ চিৰকালৰ সেই দৰিদ্ৰ জনসাধাৰণ। এফালৰ পৰা সি পচি মৰিব ধৰিছে, আৰু মন্ত্ৰ-পৰাশৰে তাৰ কাৰণে ৰচনা কৰিছে পৰকালৰ স্বৰ্গ, এফালৰ পৰা সি পচি মৰিব ধৰিছে আৰু নেহেৰু-শাস্ত্ৰীয়ে তাৰ কাৰণে ৰচনা কৰিছে সমাজবাদী পৰিকল্পনা। সি কোনোদিন মানুহ নাছিল, আজিও সি মানুহ নহয় ;

ভাৰতবৰ্ষৰ দাৰ্শনিকৰ কাৰণে সি চিৰকাল এটা নিৰ্লিপ্ত চিন্তাৰ বিষয়।

তিৰোতাজনীক কি বুলি বিদায় দিওঁ তাকে মই মনে মনে চিন্তা কৰিবলৈ ধৰিলো। এফালৰ পৰা গেলি গেলি খহি যাব ধৰা দেহটোৰ সৈতে তাইৰ গিৰিয়েকটো তাইৰ কাৰণে নিৰ্লিপ্ত চিন্তাৰ বিষয় নহয়, সি এটা জীৱন্ত বাস্তৱ।

তিৰোতাজনীক কি বুলি বিদায় দিওঁ তাকে মই মনে মনে চিন্তা কৰিবলৈ ধৰিলো। এফালৰ পৰা গেলি গেলি খহি যাব ধৰা দেহটোৰ সৈতে তাইৰ গিৰিয়েকটো তাইৰ কাৰণে নিৰ্লিপ্ত চিন্তাৰ বিষয় নহয়, সি এটা জীৱন্ত বাস্তৱ। শাস্ত্ৰী আৰু অশোক মেহতাই তাক দেখা নাই, গতিকে ধীৰে সুস্থিৰে নিৰুদ্বিগ্ন চিত্তেৰে তেওঁলোকে তাৰ ভবিষ্যতৰ কাৰণে চিন্তা কৰিব পাৰে। পঞ্চায়ত সভাপতি বা গাঁৱলীয়া নেতাজনে তাক চাবৰ প্ৰয়োজন অনুভৱ কৰা নাই, কাৰণ কেবা হেজাৰ বছৰ ধৰি সি তেনেকৈয়ে আছে, তাত নতুনত্ব একো নাই। কিন্তু এই তিৰোতাজনীয়ে তিনিটা শিশুৰ সৈতে অভুক্ত দেহটো চোচোঁৰাই চোচোঁৰাই এই বেলি দুপৰত সাত মাইল ৰাস্তা গৈ ঘৰ সোমাই যেতিয়া দেখিব যে তাইৰ অভ্যৰ্থনাৰ কাৰণে ঘৰত আছে মাত্ৰ গিৰিয়েকৰ যন্ত্ৰণাকাতৰ আৰ্ত্ত চীৎকাৰ, মনু-পৰাশৰৰ পৰা জন্ম বা শাস্ত্ৰী-অশোক মেহতা প্ৰতিশ্ৰুত পঞ্চম ফাইভ ইয়াৰৰ সাফল্যই তাইক জানো সান্ত্বনা দিব পাৰিব? কি আশাৰ বাণীৰে মই এই মুহূৰ্ত্তত তাইক সেই নৰককুণ্ডলৈ ঘুৰাই পঠাম? ভাবি ভাবি মই একো ঠিক কৰিব পৰা নাই। বেলি মূৰৰ ওপৰ পালেহি, সকলোৰে দুপৰীয়া আহাৰ খাবৰ সময় হ'ল। কিন্তু তাইৰ সমুখত এতিয়াও পৰি আছে ঘৰলৈ ঘূৰি যোৱাৰ দীঘল বাট, বহুতৰ দুৱাৰত প্ৰত্যাখিত হোৱাৰ সম্ভাৱনা। ভোক পাহৰি, যন্ত্ৰণা পাহৰি, ঠিক এই মুহূৰ্ত্তত তাই অপেক্ষা কৰিছে কেৱল মোৰ উত্তৰৰ কাৰণে। কিন্তু মই একো ভাবি উলিয়াব পৰা নাই। কাৰণ ই এটা অতি ডাঙৰ প্ৰশ্ন।

আমাৰ যুগৰ আটাইতকৈ ডাঙৰ সমস্যা। তাইক মই কি উত্তৰ দিওঁ তাৰ ওপৰতে নিৰ্ভৰ কৰিছে আমাৰ যুগৰ ইতিহাসৰ গতিধাৰা, সভ্যতাৰ ভৱিষ্যত। প্ৰিয় পাঠক, মই অকলে একো ভাবি উলিয়াব পৰা নাই, আপুনিও কথাষাৰ চিন্তা কৰক আৰু মোক সহায় কৰক। মনত ৰাখিব, এই তিৰোতাজনীৰ ঘাডোখৰ এফালৰ পৰা গেলি আহিছে, মাংসবোৰ ছিগি ছিগি এৰাই গৈছে। অহা বাৰ ইলেকশ্যনত উপযুক্ত লোক বা পাৰ্টিক ভোট দি তাৰ চিকিৎসাৰ কাৰণে টকা মঞ্জুৰ কৰাম বুলি মিছা আশা নিদিও। মনত ৰাখিব, যাৰ দেহ গেলি পচি এৰাই গৈছে, সিহে জানে অপেক্ষা কৰাৰ যন্ত্ৰণা কিমান।

---

তিনিৰ তিনি গ'ল

*   *   *   *   *   *   *   *   *

—মহিম বৰা

দেওবাৰ। হাটবাৰ। তাতে হালকোৰবো বিশেষ কাম নাই।

পূৰ্ণকান্তই শোৱাপাটীতে এবাৰ এঙামুৰি দিলে। ডাঙৰ লৰাটোৱে বেৰখনৰ ইফালেই চালপীৰাখনত বহি লৈ কিবা এটা অঙ্ক কৰিব লাগিছে। বোধকৰোঁ বিয়োগ অঙ্ক। দুইৰ পৰা পাঁচ যাব নোৱাৰে, গতিকে ধাৰ কৰিব লাগিব এক। মুঠতে হ'ল বাৰ। বাৰৰ পাঁচ গ'ল থাকিল ছয়। সিপিনে থাকিল তিনি। তিনিৰ তিনি গ'ল অৰ্থাৎ তিনিয়ে তিনিয়ে মিলি গ'ল ।

সি 'আকৌ', 'কিন্তু', 'অৰ্থাৎ' আদি শব্দবিলাক লগাই যায়। ইমান সহজে দহ ধাৰ কৰিব পাৰিলিনে? আৰু এক ধাৰ কৰোঁতে দহ হ'ব কেনেকৈ? এক নহয়, দুই নহয়, পোনেই দহ হেৰ' দিলে কোনে? তিনিয়ে তিনিয়ে মিলি যাব নোৱাৰে, মিলিব পৰা হ'লে ডইঁত ভাই ককাই তিনিটাৰ খাওঁতে বহোঁতে ইমান খকা-খুন্দা নালাগে। তিনিৰ তিনি অৱশ্যে যাব পাৰে।

ইপিনে পাকঘৰত বাকী মাজিউ আৰু সকটো ল'ৰাক লৈ চাহজলপানৰ খোলাত ঘৈণীয়েকৰ যথানিয়মে চিঞৰ বাখৰ আৰম্ভ হৈছে:

"নাই অ', টেকেলিৰ চুকতে অকণমান লাগি আছে। তাকো দি দিলে সেউতাবে চাহটোপা কিহেৰে খাব ? গোটেই জলপানখিনি গুৰেৰে বণ্ডা কৰি লৈছ, আৰু কিমান লাগে ? সেউতাৰ আকৌ হাটলৈ গৈ আনিব নহয়।"

কথা শেষ হওঁতে নৌহওঁতেই আন এটাই টেটুফালি ডবিয়াই কৈ উঠিল : নলবি, নলবি, নলবি সেইকণ। ৰাতিপুৱাই সেউতাবে ফিকা চাহটোপাহে খাবনে ? কৈছোঁৱে, পোৱালীয়ে পিয়ন ছাৰিবৰ হৈছে, গাখীৰ নোলায়। কোনোমতে টানি টুনি সেইকণ উলিয়াই আনিছোঁ, হয় যদি চাহ টোপাকে বগা হওক। খা, খা, গাখীৰ নোহোৱাকৈও পেটলৈ যাব।"

গোটেই কথাবিলাক পূৰ্ণই মনৰ ভিতৰতে আকৌ এবাৰ দোহাৰি গ'ল। হঠাৎ কিবা এটা ৰস পাই মুখখন ডাঙৰকৈ মেলি শব্দহীন হাঁহি এটা মাৰিলে, বেৰৰ জলঙাইদি অহা ৰ'দৰ পৰাই বেলিৰ উমান এটা পাইছিল, তথাপি হাতমেলি মূৰৰ শিতানৰ খিড়িকিখন অলপ ঠেলি দিলে। নগাঢাৰিৰ ওপৰত বাঁহৰ কামী, খৰুৱা দি সজা খিড়িকী, বেতৰ সুতৰ গাঁঠিৰে বাঁহ এডালত ওলোমাই দিয়া হৈছে। অলপ জোৰ দি ঠেলিলে ঘৰ্ ঘৰ্ শব্দ কৰি আঁতৰ হৈ যায়, খিড়িকীয়েদি দেখিলে বেলি বাঁহৰ ওপৰ উঠিল। উঠিব নোৱাৰিছে, কাম আছে গুণেছে উঠিছে, সিনো উঠি কি কৰিব ? বজাৰলৈ নিব কিটো ? ল'ৰা পোনা কিটাক বঞ্চিত কৰি নিয়াতো উচিত হ'বনে ?

মূৰৰ শিতানত হাতেৰেই খেপিয়াই বিড়ি এটা উলিয়াই জলাই লৈ শুই শুইয়ে হুঁপিবলৈ ধৰিলে।

কোনোবা এটা হুপ্ হুপাই সোমাই আহিল, গুৰ বেচিকৈ বিচাৰি কন্দা মাজিউ লৰাটো।

"সেউতা সুঠ কিয় ? বজাৰৰ পৰা গুৰ নানিবি নেকি আজি ?" তাৰ মুখে হাতে জলপান লাগিয়ে আছে।

যেৰৰ সিফালৰ পৰা তিনিয়ে তিনিয়ে মিলাই থকা দ্বিতীয় শ্ৰেণীত পঢ়া বৰটো ল'ৰাই মাত দিলে :

'বজাৰলৈ গ'লে মোক কাগজো এক দিস্তা লাগিছিল অ' দেউতা,'—বিৰিৰামপুৰী, ভূগোলৰ বহীৰ পাত নাই যাইবে মৰিয়াব।

একেবাৰে পেট মচাটো জলপানৰ বাটিটো হাতত লৈ পিঠাগুৰিৰ জলপান গায়ে মূৰে লেটিয়াই চেলেকি চেলেকি সোমাই আহিল। তাৰ ফৰ্ম্মা'চ লুজেনৰ।

"মোলৈ লুজন গুটি এটা আনিবি দে'তা।"

কিন্তু পিছমুহূৰ্ত্ততে ভাবিলে সিনো দেউতাকৰ লগতে বজাৰলৈ নাযায় কিয় ? লুজেন অনা কামটো সিয়ে কৰিব পাৰে দেখোন। গতিকে ক'লে, "ময়ো যাম বজাৰলৈ, তোৰ লগত।"

মাক সোমাই আহিল।

"বেগি গৈ দুপৰ হ'লহি, এতিয়াও উঠিবৰ নাম নাইনে ?" বুলি সৰুটো ল'ৰাক বোধকৰোঁ মুখ ধুৱাবলৈ নিবলৈ এটা বাহুত থাপ মাৰি ধৰিলে। আনটো হাতেৰে আঙুলি তিনিটা মেলি দেখুৱালে,- "তিনি, মই চাইছিলো। তাৰ লগতে আৰু দুই এটা বস্তু বিচাৰকচোন বাৰীখনত।"

শেহৰ কথাখিনি বাটে বাটে কৈ সৰুটো ল'ৰাক মুখ ধুৱাবলৈ লৈ গ'ল।

আঙুলিৰে দেখুৱা বস্তুটো তিনি বুলি সিও জানে। আগদিনাই চাই থৈছে। তাকেইতো কালিৰ পৰাই ভাবি ঠিক কৰিব পৰা নাই কোনটো কৰে।

লৰাটোক ধুৱাই আকৌ উভতি আহি গিৰিয়েকক তেতিয়াও শুই থকা দেখি মাতটো অলপ টানকৈ ক'লে :

"বাঁহ খৰিব জুই পানী ছাই হ'ব এতিয়া, মই আকৌ জুই ফুৰাবগৈ নোৱাৰোঁ, তাতে ঢেকীত 'বৰা' আছে।"

এইবাৰ পূৰ্ণকান্ত সঁচাই উঠি বহিল। পুৱাৰ চাহ গিলাচ এৰিব নোৱাৰি।

মুখহাত ধুই পাছফালৰ ছালিখনত মূঢ়া এটা লৈ বহোঁতে ঘৈণীয়েকে চাহৰ গিলাচটো আগত দি নিজৰ ফৰ্মাচটো দিলে :

"চল্লিছ নম্বৰী সূতা এপোৱাও চাবচোন। সূতাৰ অভাৱত গামোচা কিখন শালতে পচিল। অ' আধাপোৱা কাপোৰ ধোৱা চাবোনো আনিবচোন।"

"কাপোৰধোৱা চাবোন। কিয়, যোৱা দেওবাৰেহে আনিছিলো আধাপোৱা চাবোন। শেষ হলেইনে?"

"ক'ৰ যোৱা দেওবাৰে। মাজতে আৰু এটা দেওবাৰ নগল? আপোনাৰ কাপোৰযোৰ ছুধোৱা নপৰিল? ইহঁতৰ পেন্ট-চোলা অকণ অকণ চাবোন দি অলপ কলখাৰনীও দি সিজাই দিছোঁ গুণেহে ছুসপ্তাহ গ'ল। তাৰ উপৰিও কেতিয়াবা গা-মূৰ ধুবলৈও লাগে।"

"গা ধুবলৈ? নালাগে আমাৰ, চাবোন সানি বিলাতি হ'ব,"—পূৰ্ণই চাহত সোহা মাৰিলে, গা-মূৰ ধোৱা কথাষাৰৰ অৰ্থটো পূৰ্ণই বুবুজিলে বা বুজিবলৈ চেষ্টা নকৰিলে।

"আতাই, আছাঁনে?"—বাহিৰত টঙ্কৰ মাত।

"আতাই, আঁহা, সোমাই আঁহা। এয়া মুখ হাত ধুই চাহত ঢোক এটা মাৰিছোঁ।"—গিলাচটো নমাই থৈ পূৰ্ণকান্তই বেৰৰ ফালে থোৱা চকৃপীৰাখন টানি সম্মুখলৈ আনিলে।

"এতিয়াহে?"—টঙ্কই বজাৰলৈ অনা সৰু ডাঁৰ এখন একাষৰীয়া কৰি থৈ চকৃপীৰাখনতে বহিল।

বিয়াৰ পাছত ছয়োগৈ একেলগে শৰণ লৈছিল। গতিকে আতাই। সম্পৰ্কটো আধ্যাত্মিকো। ঘৰ এমাইলমান দূৰৰ আন এখন গাৱঁত। বজাৰলৈ যাওঁতে এই বাটেই যাব লাগে।

"মই খুব বিহানেই উঠিলো আজি। বাৰীৰ জেওৰা একপালি দিলোঁ, গৰুৱে ভাঙি থৈছিল। বাৰীতে বিচাৰি কলডিল ছুটা, টেঙা

কেইঅঁৰামান পালোঁ, খৰিৰ শুকান বাঁহ ছুটামান বিস্তাৰি খৰি ফালিলোঁ। তাৰ পিচত গা পা ধুই ঘৰৰে পকা চাই আঠিয়া কল চাৰি আৰিও পাই, সকলো সামৰি বজাৰলৈ লৈ আহিছোঁ ভঁাৰখন।"

"খাচ জীৱৰ লক্ষণ দেওঁ।" বুলি পূৰ্ণকান্তই মিচ্‌মিচাই হাঁহি চাহৰ গিলাচটো তুলি ললে।

এনেতে পূৰ্ণকান্তৰ গৃহিণীয়ে ওৰণিৰে মুখখন এফাল ঢাকি বাটি এটাত ফিকা চাহ কাঁহী এখনৰ ওপৰত সজাই আনি টঙ্কৰ সন্মুখত ঠাইখন হাত ফুৰাই থলেহি। আতাইক চাহ বা তামোল যিয়েই দিয়ক, এইটোৱে নিয়ম।

তাৰ পিচত থিয় হৈ ওৰণিখন ঠিক কৰি গিৰিয়েকৰ মুখৰ ফালে চাই হাঁহি হাঁহি কলে, "লোকৰ সেয়া কামৰ লেখ পাবলৈ নাই। আমাৰ কওঁতে কওঁতে কুম্ভকৰ্ণৰ শয়ন ভাগিছেহে। বাৰীলৈ যাবলৈ আছেই, বিচাৰিলে ভাতকেৰেঙা কলডিল আমাৰো ওলাব।"

"বাৰু" বুলি পূৰ্ণকান্তই আৰু এঢোক চাহ গিলি আগৰ দৰেই মিচ্‌মিচাই হাঁহি কলে, "খোৱা আতাই, সুদা চাহ, তাতে ফিকা।"

"গৰুজনীয়ে লথিয়ায় ওহাৰলৈ হাতেই নিবলৈ নিদিয়ে", তেতিয়াও ওচৰত থিয় হৈ থকা গৃহিণীয়ে মাত লগালে, "অলপ আগতে অহা হলে এজনৰ ভাগৰেই দুয়োজনৰ চাহটোপা বগা হ'লহেঁতেন।"

"গৰুজনী বেচি খীৰতী এজনী কিনি পেলোৱাঁ"—চাহত সোহা মাৰি টঙ্কই ক'লে।

"এঃ, পাপ হব আতাই, ধৰ্মই নকয়।"

টঙ্কই এইবাৰ হো হোৱাই হাঁহি উঠিল। ক'লে, "তুমিও আগৰ ধৰণৰেই হৈ আছা আতাই। আজিকালি যুগ বেলেগ হ'লহে। আগৰ কথা বাৰ্ত্তাকে খামুচি থাকিলে নচলিব। যোৱা যুদ্ধত

নেদেখিলা, মিলিটাৰীৰ গৰুৰ ঠিকা লৈছিল ভোঁ ভোঁ হিন্দুৱেই। আমাৰ হালোৱামখাই ধৰ্ম্ম নেৰাখিলেও হ'ব। ল'ৰাছোৱালীক গাখীৰ লাগে, তেহে সিহঁতৰ মগজ হ'ব· ।"

মাজতে গৃহিণীগৰাকীয়ে মাত দিলে, "ক'ৰনো ল'ৰাছোৱালীয়ে গাখীৰ পাব? যেতিয়া গাখীৰ ওলাইছিল, অকণমান চাহলৈ ৰাখি বাকী মহৰীৰ ঘৰত উঠনা দিলোঁ। সেই পিনেই খাজনাৰ টকাত কাটিবলৈ। মহৰীয়ে খাজনাও জমা দিলোঁ দিলোঁ বুলি টু-টুৱাই থাকি শেহত আছিল কোবাকি। ভালবো ভাল খাটী গাখীৰকণ দিওঁ, আনৰ পৰা কিনিবলৈ গ'লে এটকা সেৰ, আমাক যাচে ছ অনা ”

একে সুৰতে এইখিনিলৈকে কৈ অলপ ৰৈ, যুগে যুগে মানুহে কৈ অহা চিৰন্তন সত্য এটা নিজৰ অভিজ্ঞতাৰ মাজেৰে সুঁৱৰিলে, "হলা গছ দেখিলে ৰাগী কুঠাৰ মৰা হয়, অতি সত্য কথা।" আশা কৰি মহয়, আৰু আতাইবো অৱস্থা প্ৰায় তেওঁলোকৰ দৰেই,—মাত্ৰ মন পাতলাবলৈ আপোন মানুহৰ আগত কোৱা।

পূৰ্ণকান্তই আতায়েকক তামোল ধপাত খাবলৈকে চোতালৰ পৰাই আৰম্ভ হোৱা বাৰীখনত কোৱাকুৰিকৈ সোমাল।

ইতিমধ্যে আতায়নীয়ে তামোলৰ বটাটো আৰু ধপাত এচিগিম লগাই আনি টঙৰ আগত দিলেহি। তাৰ পিচত ওচৰৰ দুৱাৰখনত ধৰি থিয় হৈ বাৰীখনলৈ চাই চাই ক'লে "বজাৰলৈ নিবলৈ বস্তুৰ ভিতৰত আছে মালভোগ কল কেই আখিমান, তাকো দৰিদ্ৰৰ কপালত হাঁহকনীতো কুহুম নাইকিয়াৰ নিচিনা গোটেই ঠোকটোত তিনি আখিহে মজবুত কল ওলাল। বাকীবিলাক লিবিকা-লিবিক। ল'ৰাহঁতে দেখা পাই বুলি ভৰালত সুমুৱাই থৈছিলোঁ, ভাল তিনি আখিয়ে পকি মলমলাই আছে। বাৰীৰ ভাল বস্তু বোলা গোসাইৰ থাপনাতে এআখি দিওঁ। ইহঁতৰ দেউতাকে বোলে বজাৰত গোটে এক অনাকৈ পাব, তাৰে বুট আধাসেৰ কিনি আনি গোসাঁইক লগালেই হব। ·পিছে উলিয়াই নিয়াই হৈছে টান, কেনেবাকৈ

শনাহী কেইটাই, যাইকৈ সকটোৱে দেখিলে হ'ল ঙ্কাক। কাহৰ কামোৰ।

ইমান সময় টঙ্কই তললৈ মূৰ কৰি ধঁপাত হুঁপি হুঁপি কথাখিনি শুনি গ'ল। কিবা এষাৰ নক'লেও নহয়, কিন্তু কবলৈ নো আছে কিটো? তথাপি ক'লে, "এবা হওঁতে মালভোগ কল লবাছোৱালীয়ে খালেহে গাত বল শক্তি হয়, চেহেৰা মালভোগ কল হেন হয়। টাউনৰ মানুহবিলাকে কিনি কিনি খুৱায়। সেই গুণেই সিহঁতৰ ল'ৰাছোৱালী পঢ়াশুনাতো চোকা। দেখাতো ধুনীয়া। আমাৰবোৰ লিৰিকা-লিৰিক মালভোগ কল·।" আতায়নীয়ে ব্যৱহাৰ কৰা শব্দটো হঠাতে মনত পৰি তাকে ব্যৱহাৰ কৰিলে।

আতায়নীয়ে তেওঁক তামোল ধপাত খাবলৈ দি ছালীখনৰ এমূৰে থকা ঢেকীটোত চাব দিয়াত লাগিলগৈ।

পূৰ্ণকান্তই বাৰীৰ পৰা খপিয়াই-জপিয়াই কলডিল ছুটা, ভাত-কেৰেলা একুৰিমান আনি পিৰালিত থৈ হুৰমুৰাই পানী একলহ গাত ঢালি যাবলৈ সাজু হ'ল।

যোৱাৰ আগে আগে হাতত ফটাকানি এখন লৈ ভৰালৰ দাং খুলি ভিতৰ সোমাই খেৰৰ মাজৰ পৰা কল তিনি আঘি উলিয়ালে। খামোচে কোনোমতে ঢুকি পোৱা, সেই অনুপাতে দীঘল কল তিনি আঘি দেখিলেই মনটো ভাল লাগি যায়। বাকী সৰু সৰু ছুই এটা আঘি আছে কিন্তু দকচা হৈয়ে আছে। সেইবিলাক কেতিয়াবাকৈ পাকিলেও ঠিহিৰা মাৰি থাকিব। অন্ততঃ নগদ তিনিটা টকা পাব, কাগজ এক দিস্তা, চল্লিছ নম্বৰী সূতা—গামোছা বেচি খনে ডেৰ টকাকৈ পাব পাবে—গুৰ নহলেই নহয়, নিমখ, লুজেন গুটিও লাগিল—দাইল, মাছ বাক নালাগেই ।

চোৰৰ দৰে কলখিনি কাপোৰেৰে বান্ধি ভৰালৰ পৰা নামি আহিছেহে মাজিউটো ল'ৰা কৰবাত খেলি থকাৰ পৰা মৌজাদাৰৰ আগত টেকেলা ওলোৱাদি হাজিৰ।

"দেউতা সেয়া টোপোলাত কি পালি ?"

"একো নহয় " কি বুলি ফাকি দিব তৎক্ষণাত ভাবি উলিয়াব নোৱাৰি ক'লে, যাইক তহঁত খেলিছে আছিলি, খেলগৈ।

সি গৈ থাপ মাৰি টোপোলাত ধৰিলে।

"হে হে এৰ বেয়া হ'ব পাৰে "

"কি বেয়া হ'ব পাৰে ?"

আঁজোৰা ধোহাত কাপোৰখনৰ ফাকেদি কলখিনি কেচাসোনৰ দৰে জিলিকি উঠিল।

"কল কল কল,—ক'ত পালি - দে-এ-এটা-আ মোক।"

'কল কল কল' বুলি প্ৰতিধ্বনি তুলি সকটোও ক'ৰবাৰ পৰা ল'ৰি আহিল।

বুজা-হোৱা ডাঙৰটো ল'ৰাই মাত্ৰ অলপ আঁতৰত চিন্তিত ভাবে থিয় হৈ থাকিল। হুলস্থুল শুনি মাকো ঢেকী এৰি আহিল। ইতিমধ্যে টঙ্কও উঠি আহিছিল।

তাৰ পিচত 'কল দে' 'কল দে' অতাহি চিঞৰ।

মাকে এচাৰি এডাল জোকাৰি ক'লে, "গুবেৰে বাটিটো ৰঙা নহ'লে জলপান নাখাৱ, ভাজি ন'হলে ভাত নোসোমায়, সেই বিলাকনো ক'ৰ পৰা আহে, কলকিটাকে যদি বজাৰত নেবেচেগৈ।"

এচাৰিৰ ভয় সিহঁতৰ নাই—সিহঁতক কল লাগে।

পূৰ্ণই টোপোলাটো মূৰৰ ওপৰত দাঙি লৈ ক'লে, "তহঁতৰ কাৰণে ভৰালত আক আছে নহয, কাইলৈ পকিব খাবি।"

কথাষাৰ কোৱাৰ লগে লগে হাঁহি এটা বমিৰ দৰে ওলাই আহি ডিঙিৰ ওচৰত ৰৈ গল। পুৱাৰ পৰাই আছে সেই হাঁহিটো। ভৰালত কল থকা শুনি মাজিউটো লৰ দিলে। সৰুটো কিন্তু আকোৰগোজ। কোলাৰ এৰি বোকাৰটো সি বিচাৰি নুফুৰে।

ডাঙৰটো ল'ৰা ওচৰ চাপি আহি তাক হাতত ধৰি বুজালে,

"তোমাক দেউতাই বজাবৰ পৰা ধুনীয়া ধুনীয়া লুজেন কিনি দিব নহয়—কল বেচিলেহে লুজেন পাব।"

"লুজেনো লাগিব কলো লাগিব," সি বাপেকৰ ভৰিহালত সাবতি ধৰি থিয় হৈ বাপেকৰ মুৰৰ ওপৰত থকা কলখিনিলৈ চাই চাই পেন পেনায়ে উত্তৰ দিলে।

"আজি জলপানত খাবলৈ গুৰ আনিব নহয়, মোৰ কাগজ আনিব " ডাঙৰটোৱে আকৌ এবাৰ বুজাবৰ চেষ্টা কৰিলে।

"নালাগে" বুলি সি গোজোৰা মাৰি চিঞৰি উঠিল। বুজনি উপদেশে জালুক-জলকীয়া সানে তাৰ গাত।

দেউতাকে মাকৰ চকুলৈ চালে। অৰ্থ—দি দিওঁ এটা। "নিদিব। এটা হ'লেতো নহ'ব, তিনিটাক তিনিটা লাগিব। তিনি অনা পইচা, এসেৰ নিমখ, এপোৱা গুৰ বা আধাপোৱা চাবোন পাম। কল তিনিটা টপক কৰে গিলিহে পেলাব, লগে লগে শেষ [মগজ হ'ব বুলি কৈছিল আতায়েকে তিনিটাৰেনো কি মগজ হ'ব—আজিলৈ বাৰু নালাগে মগজ হ'ব] " বুলি ওচৰ চাপিগৈ সৰুটোক হাতত ধৰি টানি গিৰিয়েকৰ গাৰ পৰা এৰুৱাই আনিলে। "মিছামিছি কল ছিঙিলে আযিটো ঘুনীয়া হ'ব, কোনে কিনিব" বুলি চকুৰে গিৰিয়েকক যাবলৈ ইঙ্গিত কৰিলে।

দুয়ো আতাই ওলাই গ'ল।

ডাঁৰ কৰি নিবলৈ বস্তু কম। তাতে ডাঁৰ নলৈ নলৈ দেখোন অলপ সঙ্কোচ লগা হ'ল। ইংৰাজী স্কুলৰ দুটা শ্ৰেণী তাহানি পঢ়িছিল। অৱশ্যে এতিয়া ইংৰাজী কিয় 'বঙলা' আখৰো জোঁটাই জোঁটাইহে পঢ়িব পাৰে। 'অনভ্যাসে হত বিদ্যা'। ভগা হওক, ছিপা হওক বাইচ্‌কল এখন আছিল তাকে ঠেলি ঠেলি বজাৰ সমাৰ কৰিছিল। সিদিনা কোবোকি আহি তাকো লৈ গ'ল টকা আঠটাত মাৰি। টকা নিদিলে নিলাম হ'ব হেনো। সুতা আনিলে

গামোছা হ'ব, গামোছা' বেচিলে টকা হ'ব, আজিৰ কল বেচিও ছুটকামান নাই, ক'ত ৰ'ব

বজাৰলৈ প্ৰায় ডেৰমাইল দূৰ, ছুয়ো কোৱাকোবিকৈ আগবাঢ়িল।

বাটত লগ পালে হলধৰ দোকানীয়ে, পেটাল ডটীয়া হলধৰ বুঢ়া বাটত খাপ দি বৈ থাকে বজাৰ বাৰৰ দিনা। বাকী খাই পুলুকা মৰা গ্ৰাহকক ধৰি গালি সোধায় আৰু বস্তু বাহানি আদায় কৰে।

"কি অ' পূৰ্ণকান্ত—কি আনিলি ?"

"কিটোনো আনিব দেদাই ( গাওঁ সম্পৰ্কীয় সম্বোধন ) কল তিনি আৰি, ভাত কেৰেলা ছুটামান, কলডিল ছুটা ইমানেই।"

"ভীমকলৰ ডিল ? চাওঁ চাওঁ। মই বিচাৰিয়ে ফুৰিছোঁ। কিমান কৈছ ? বুলি আগবাঢ়ি টোপোলাত কল কিটা দেখি অবাক হৈ গ'ল। "হেৰ মোকো একাৰি দি যা। কিমান কৈছ দাম ?"

"গোটে একনাকৈ কৈছো। লৰালৰি কৰক, বজাৰ পাব লাগে।"

"গোটে একনা ? এইখন টাউন চহৰ পালিনেকি অ' ? ছুপইচাকৈ দে।"

"নাই নোৱাৰিম, বজাৰত গোটে ছপইছাকৈ পাব পাৰোঁ।"

"ছপইছা কিয়, ছুঅনাকৈ দিব। পিচে গুৰ এসেৰ, নিমখ এসেৰ, মলাধপাত এপোৱাৰ দাম দিবলৈ তিনিমাহ হ'ল, মনত আছোনে ?"

পূৰ্ণৰ মুখখনত যেন কোনোবাই ফাকুৱাৰ তেলি ছাইহে সানি দিলে। হয়তো মচলুম পাহৰিলে। এবাৰ বজাৰত একো বেচিব নোৱাৰাত যাওঁতে বাটতে সোমাই এই দোকানিৰ পৰা মাল বাকী কৰি নিছিল। এনেয়ে অৱশ্যে এইখন দোকানিৰ মাল নাথায়— ওচৰত আন দোকান আছে। তথাপিও যে বুঢ়াই ধৰ্মক গুণি বাকী দিলে।

"নিবৰ বেলিকা সকলোৱে মনত পৰে—দিবৰ বেলিকা নাই" বুঢাৰ বাক্যবাণে তাক জৰ্জ্জৰ কৰিবলৈ ধৰিলে।

শেহত দৰদাম কৰি কল একাষি, ভিল এটা আৰু ভাত কেৰেলা বাৰটা ধাৰত মাৰি দিলে পূৰ্ণই। যি নহক, বোজাটো পাতল হ'ল। তিনিৰ এক গ'ল।

বজাৰৰ মুখ পাওঁতেই টোপোলাতো আতায়েকৰ ভঁৰালে মিলাই দিলে এই কেইটা বস্তুতে আকৌ হাতখোৱা বেলেগে ভুপইচা ভৰিব লাগিব। যথালাভ।

বজাৰৰ মুখ পাত ঠাইবিলাকত বেপাৰী ইতিমধ্যে ঠাই বাছি ৰহিল। সিহঁতে ছঁ। বিচাৰি আওহতীয়া এটা মুৰত পোহাৰ মেলি পূৰ্ণৰ দায়িত্বত বস্তুবোৰ দি টঙ্ক ওলাল বজাৰ চাবলৈ। বিশেষকৈ 'নয়ালক্লট' কাপোৰ এগজ লাগে বোলে ঘৰত, পৰিবাৰক। পইচা সাঁচি সাঁচি টকা ডেৰটা দি পঠিয়াইছে।

পূৰ্ণই অলপ আঁতৰত আহঁত এজোপাৰ পৰা আগবাঢ়ি অহা ডাল এটাৰ তলত থিয় হৈ গ্ৰাহকলৈ বাট চাই ৰ'ল। ৰ'দো বৰ তমোময় হৈ ওলাইছে। তাৰ অলপ আঁতৰতে মাছৰ বজাৰখন। গৰমত নাৰ বাট মাছৰ গোন্ধ ওলাইছে। ভোমাখিয়ে মৌ এজাকৰ দৰে গোঁ গোঁৱাই মাছৰ পাচিবিলাক বেৰি ধৰিছে। মাখিও যদি লেখিব পাৰি চাৰিওফালে মাছ কিনিবলৈ হেঁচাঠেলা কৰা মানুহবিলাকক লেখিব নোৱাৰি।

মাছ কিনাৰতো কথাই নুঠে, এনেয়ে বেহ-ৰূপ চাবলৈকো মাছৰ বজাৰলৈ এপাক মাৰিব বুলি সি মনতে ভাবিছিল। কিন্তু এই হেঁচা-ঠেলালৈ কি গৰজ পৰিছে যাবলৈ। এনেয়ে লোভ লগোৱা। দুসপ্তাহমানৰ আগতে পোহাৰীৰ পৰা ধান এমুঠীয়া দি মাছ লৈছিল ল'ৰাহঁতৰ কুটুৰণিত। তাৰ পিছত বন্ধ, কিয়নো ধানে এইবাৰ সন্দেহ লগাইছে নাটিবও পাৰে।

বগা হাফপেণ্ট চাৰ্ট পিন্ধা চকুত চছমা লগোৱা স্থানীয়

ডাক্তৰজন আহি তাৰ মালৰ সন্মুখত থিয় হ'ল। সি আগবাঢ়ি আহিল।

"বঢ়িয়া কলকিটা, কিমান আনিছিলা ?"

"নাই, এই দুআথিয়ে। মুঠ তিনি আথি মাত্র ভাল কল হৈছিল।"

"ঘৰত একাথিহে ৰাখিলা ? আচলতে ল'ৰাছোৱালীক এইবিলাক খুৱাব লাগে —বৰ ভাল বস্তু। সৌৱা চৰকাৰৰ ঘৰৰ পৰা কাগজ মৰা দেখা নাই।"

ডাক্তৰে আঙুলিয়াই দিয়া ফাললৈ চকু দি সি দেখিলে আইঁত গছজোপাৰ গাত নতুন ছবি এঠোৱা আছে। তাত এগিলাছ গাখীৰ একাথি কল দুটামান ফল-মূল, মাছৰ ছবি আছে আৰু ওচৰতে শকত আৱত, হাঁহি থ'কা ল'ৰা এটাৰ মুখ এখন।

কিতাপত তেনেকৈ লিখেই, ছবিওতো বহুত কথাই দিয়ে। সি লাহে লাহে চকুহাল ঘুৰাই আনি কলৰ ওপৰত ৰাখিলে।

"একাথি লৈ যাওঁক ছাৰ"—কল একাথি দাঙি ডাক্তৰৰ আগত ধৰিলে।

"দাম কিমান কৈছা ?"

"বাৰীৰ বস্তু, নালাগে দাম।" এই ডাক্তৰে সিবাৰ ডাঙৰ ল'ৰাটোৰ অসুখত কেবাবাৰো গৈ ঔষধৰ দামটো লৈ বেজী দিছিল—চিকিৎসা কৰিছিল। ভিজিট বুলি গামোচা এখন মাত্র—ঘৈনীয়েকে দি কান্দি কান্দি কৈছিল, আপুনি দেৱতা—নহ'লে মোৰ ল'ৰা ক'ত বাচিলহেঁতেন। আজি সেই ডাক্তৰৰ পৰা দাম লব পাৰিব জানো ? উচিত নহ'ব।

ডাক্তৰে পইচা আঠ অনা উলিয়াই দিলে। সি ঘুৰাই দিলে। অগত্যা ডাক্তৰে পইচা চাৰি অনা দি কলডিল আৰু কেৰেলা কেইটা ল'লে। লগত অহা চাকৰটোৱে বেগত বস্তবোৰ সুমুৱালে।

তিনিৰ দুই গ'ল থাকিল এক।

যাঃ। একপ্ৰকাৰ সজ কামতে লাগিল। ডাক্তৰজনকো লাগে হাতত। ল'ৰাছোৱালী নাই। আদহীয়া মানুহজন, কিবা ৰহমান নাম। শিৱসাগৰৰ ফালৰ পইচা চাৰিঅনাৰে কাগজকে কিনিব লাগিব।

আকৌ উভতি গছজোপাৰ তললৈ যাবলৈ ধৰিছে, এনেতে ওচৰতে চিনাকী মাত এটা শুনি বৈ ঘূৰি চালে, মহৰী।

"কি অ' পূৰ্ণকান্ত, থিয় হৈ কি কৰিছ ?"

মাজে মাজে বগা হোৱা চুলিবিলাক ধুনীয়াকৈ সেওঁতা ফালি যোৱা, ক'লা চুচি কটা নিমজ মুখখন আৰু গল-গলীয়া মাতেৰে আদহীয়া মানুহজন, মৌজাদাৰতকৈও বেচি প্ৰতাপী, মহৰীবাবু ওচৰ চাপি আহিল। পূৰ্ণই কিবা উত্তৰ দিবলৈ নৌ পাওঁতেই আকৌ মাত লগালে, "কিঅ', মোক দিবলৈ গাখীৰ নোলায়, আনক দিছ কেনেকৈ ?"

উচাপ খাই উঠিল পূৰ্ণকান্ত। 'শ্ৰীবিষ্ণু দাইদেউ, আপোনাৰ আঁৰ হ'বলৈ ৰাতপুৱা ফিকা চাহ খাই আহিছোঁ আতায়ে সৈতে, সুধিব লাগিলে, আতাই পাইছেহি লাগে, কাপোৰ কিনিবলৈ গৈছে।"

মহৰীয়ে অৱশ্যে জানে কথা মিছা। তথাপি জুখিলে, "ওঁ, মই তাকে বজাৰৰ মাজত আতায়েকৰ সোধোঁ, পিচে মই গাখীৰৰ দাম খাজনাত কাটি দিছোঁ—তোৰ আগৰ খাজনাৰ বাবদহে ক্ৰোকী গৈছে। সোনকালে যোগাৰ কৰি নে, নহলে নিলাম হ'ব।"

"আগৰ খাজনা বাকী নাছিল দেখোন," সেমেনা সেমেনিকৈ পূৰ্ণই ক'লে।

জানো আছিলনে নাছিল। চাবি গৈ, কোৱা কথাবাৰ কৈছো, পিচত নেদূষিবি।" তাৰ পিচত সুৰটো সলাই সুধিলে, "এয়া বস্তু তোৰেই নহয় জানো ?"

"মোৰ বুলিবলৈ কল আধিহে। বাকীখিনি আতাইৰ।"

"ওঁ, কল আধি চকুত লগা। এইবিলাক ভাল বস্তুৰ ভাগ আধি

নাপাওঁ। বিপদৰ সময়ততহে দাইদেউ, দাইদেউ। দাম কিমান কৈছ?" বুলি হাতেৰে কলআখি এনেয়ে পিতিকি চালে। ক্ৰমে কল আখি ওপৰলৈ দাং খালে, তাৰ পিচত কল-ঠহুৰা এডাল লৈ তাৰে কল আখি গাঁঠি দিয়াত হাতত ওলমি পৰিল।

"দামনো কিমান বুলি কম?" কল প্ৰসঙ্গত অনাৱশ্যকীয় কথাখিনি হজম কৰি যাই বস্তুলৈ আহি পূৰ্ণকান্তই কলে, "আখি হিচাপে নিলে ডেৰ টকা কৈছিলোঁ।"

"ওঁ। ডেৰ টকা লব ডেৰকুৰি লব, ঘৰত লবিগৈ। এইমাত্ৰ ডাক্তৰক তই এনেয়ে দিয়া নাছিলিনে? মই হ'বলা ডাক্তৰৰ পৰা জনা নাই? তোৰ আলেখলেখটোহে চাইছোঁ। হুঃ। দেশকাল উলটিল। ডাক্তৰে পানী এসোপা বেজীত ভৰাই দিয়ে, তাতে ইমান খাতিৰ। আৰু মই ম'হো নিলামৰ পৰা ৰাখি দিওঁ কাৰণে আমাক বুঢা অঙ্গুষ্ঠ দেখুৱাই যায় মানুহে।

"নহয় দাইদেউ, বোৱাৰীয়েকৰ ,·

"হুঃ" বুলি বাধা দি মহৰীয়ে মাত দিলে, "বাক, বাকী যি দাম লব খাজনাত মাৰি লবি। নিলামৰ দিনা মই সেইপিনেই কাটি দিম।"

কৃত্ৰিম খং দেখুৱাই ফোঁ ফোঁৱাই গুচি গল মহৰী। তেওঁ যে এজন লেখৰ মানুহ, তেওঁৰো যে মানুহৰ ওপৰত এক্তিয়াৰ আছে এনে এটা আত্মসন্তুষ্টিৰ ভাৱ তেওঁৰ মুখত কৃত্ৰিম খঙৰ মাজেদিও ফুটি উঠিল।

সিফালৰ পৰা ঘামি-জামি টক্ক আহি পাইছে। হাতত সৰু কাপোৰৰ টোপোলা এটা—মুখত বিৰক্তিৰ টোপোলা।

"আও গোটেইবিলাক তেজপীয়াৰ দল হ'লহে। সাতখন দোকানত ঘুৰিলোঁ এটকা বাৰঅনাৰ কমে কাপোৰ এগজ নিদিয়ে, দোকানীৰ পৰা বেপাৰীলৈ, এম্-এল-এৰ পৰা মন্ত্ৰীলৈ সকলো এই হালোৱা কিটাৰ ওপৰতে ৰবমতা, চাৰা আভাই, কমুনিচে ঠিকেই কৈছে, মানুহ কমুনিচহে হ'ব লাগিব, ক'লো এই গেন্ধেলাই, অ' তোমাৰ কল হুআখি গ'ল হ'বলা?"

'লক্ষালৈ গলে সকলো ৰাৱণ আতাই, চ'চালিষ্টেই হওক বা কমুনিষ্টেই হওক। দুখীয়াৰ দুখ ক'তো মুগুচে। দেশ স্বাধীন হৈছে, কিন্তু ক'ৰবাতহে হৈছে,—কলৰ কথা কৈছা? ওঁ, বোজা পাতলিল যেনিবা। একদম তিনিয়ে তিনিয়ে মিলি গৈ খতম," বুলি পূর্ণই মহৰীৰ কথাখিনি বিবৰি ক'লে।

বাওঁকা চলাৰে একে কোবে ঠাইতে লম্বা কৰি দিব নোৱাৰিলা? তুমি কিহে আতাই? লৰাছোৱালীৰ মুখৰ পৰা কাঢ়ি আনি এনেদৰে অথলে গ'ল? চ্ছাঃ—ছিছঃ—ইছ্ ইছ্ ইছ্ ইছ্ মোৰ গাটোত লাই সৰিয়হ ফুটিছে। মই থাকিব লাগিছিল, আজি। মহৰীক "

"খাবলৈ দিয়াহে আতাই। ভাগ্যখন কোনে কাঢ়ি নিয়েহে? স্বয়ং ৰজায়ো নোৱাৰে।" বুলি ল'ৰালৰিকৈ পূর্ণই ছাতিটো আতায়েকক দি ক'লে, "তুমি ৰোৱাচোন, মই বজাৰৰ পৰা পাক মাৰি আহোঁ।" লগে লগে পূর্ণ আতৰিল। কাৰণ টঙ্কৰ যিহে খং, পাৰিলে কল আৰি কাঢ়ি আনিবগৈ, আনকি পূর্ণকো সুদাই নেৰিলেহেঁতেন, আতাই বুলি, একো উচ্চবাক্য কৰিব নাপায় বুলি সাৰিল।

পিছে সি এতিয়া কিনে কি? প্রথমে কাগজ ল'বই লাগিব। কিতাপ-কাগজৰ দোকান নামৰ বজাৰৰ ছালিখনলৈ আগবাঢোতে এঠাইত দেখিলে নমোৰামে গুৰ বেচিছে। নমোৰাম তাহানি পাঠশালাত একেলগে পঢ়া। হৰিণাৰ আগমণ্ডহ যেন গুৰখিনি দেখি বহুত মানুহ গোট খাইছে। নমোৰামৰ লগত বোধকৰোঁ ভায়েক, ওচৰত বহি পইচা সামৰিছে। নমোৰামৰ উশাহ ঘুৰাবলৈ সময় নাই, গুৰ জুখিছে। সি অলপ সময় থিয় দিলে।

এবাৰ হঠাৎ চকুৱে চকুৱে পৰিল।

"পূর্ণ নেকি হে? বহুত দিন দেখা নাই।"

"এৰা তোমাকো, ভাল নহয়?"

"আছো দিয়া। তোমাকো গুৰ লাগিব নেকি?"

"নাই হৈ, চাইছোঁহে।" কথাবাৰ কৈ ঘামি গ'ল পূৰ্ণ।

কেনেকৈ নমোক কয় গুৰ আধাসেৰ বা এসেৰ বাকীকৈ লাগে? কেতিয়াও বাকী খোজা নাই। তাহানি স্কুলত নমোৰামে গুৰৰ দিনত লেকেটীয়া গুৰ, পকা বহ, ডাবৰিৰ মিছা আদি আনি বিলাইছিল। পূৰ্ণক সৰহ দিছিল, অঙ্ক শিকাই দিবৰ কাৰণে। এতিয়া ইমান মানুহৰ মাজত, তাতে ভায়েকো । বাৰু পিচত এবাৰ আকৌ চেষ্টা কৰিব, নমোৰাম আকৌ গুৰ জোখাত ব্যস্ত হ'ল। পূৰ্ণও এখোজ দুখোজকৈ কিতাপৰ দোকানলৈ গ'ল।

"শ্ৰীৰামপুৰী কাগজ লাগিছিল হে, দিস্তা কিমান?"

"এটকা।"

"ৰাম ৰাম, কেনেকৈ ল'ৰাছোৱালী পঢ়োৱা হে?"

"নকৰা আৰু, তোমাক কিমান লাগিব?"

"আধা দিস্তা লাগিছিল—পিচে নহ'বগৈ নহয়। দুই চাৰি অনা বাকী দিবাঁ জানো?

দোকানীয়ে চিৰতা পানী খাবলৈ লোৱাৰ দৰে মুখৰ ভাঁজ কৰি ক'লে, "বাকীৰ কথা আৰু নকৰা। কতৰ ল'ৰা-ছোৱালী ডাঙৰ ডাঙৰ হৈ আকৌ ল'ৰাছোৱালীৰ মাক বাপেক হৈ সেই ল'ৰাছোৱালীক স্কুলত দি আকৌ সেই সিহঁতলৈকে [ এইখিনিতে উশাহ লৈ তৎক্ষণাত দুগুণ ডাঙৰকৈ আৰম্ভ কৰি ] কিতাপ কাগজ বাকী কৰি নিবলৈ আকৌ মোৰ ওচৰলৈকে, এই ঠাইৰ এইখন দোকানলৈকে, বুজিছা, এতিয়াও খাতাত, "

"বাৰু তেনেহলে হয়ো দিযা,"—পূৰ্ণই আৰম্ভ কৰিলে, "পিছে পইচা আছে চাৰি অনা। তাৰেই দিয়া তেনেহ'লে।"

কাগজলৈ আৰু এপাক ঘূৰোঁতে এখন দোকানত দেখিলে ডাক্তৰে ডাঙৰ ডাঙৰ খাচীয়া আলু কিনিছে। আলুকেইটা দেখিলেই খাবৰ মন যায়, ডাঙৰ ল'ৰাটোৱে কাৰবাৰ বিয়াঘৰত বহৰ দাইল, খাচীয়া আলুৰে লুচি খাই আহি মাকক বহুদিন

ভেনেকুৱা বান্ধিবলৈ কুটুৰি আছিল। পিছে কেনেকৈ! ইমান দাম।

ডাক্তৰৰ চকুত নপৰোঁতেই আঁতৰিল। বেলিও বহুত হ'ল। আতায়েকৰ বস্তু ছাগে বিক্ৰী হ'ল। তথাপি আকৌ এপাক নমোৰামৰ ওচৰলৈ নমোৰামে বস্তু সামৰিছে, গুৰ বেচা শেষ হ'ল।

"কিহে নমো আজি দাও মাৰিলাঁ।"

"দাও আৰু কি মাৰিবাঁ তথাপি গুৰকণ ভাল আছিল।"

"এৰাহে মোকো লাগিছিল, অথনি মানুহৰ আগত কবলৈও ভাল নালাগিল বুইছানে তুমি বা কি ভাবাঁ" বুলি পূৰ্ণ একেবাৰে ওচৰ চাপি গৈ নমোৰামৰ ওচৰতে বস্তাখনৰ চুক এটাত বহিলগৈ।

"কিয় ? নকলাঁ কিয় ?"

"বাকী।"

"এঃ তথাপি মোলৈ এসেৰ থবাঁ বুলি কথাষাৰো তোমাৰ মুখৰ পৰা সৰি নপৰিলনে ? ছেঃ কি মানুহহে তুমি।"

"টিংটোকে ৰুকি যি হয় দিয়া, তোমাক নকৈ কি কম, মোৰ এক পইচা নাই।"

নমোৰামে অলপ আঁতৰত বস্তু সামৰি বৈ থকা ভায়েকে নেদেখাকৈ টিপতে পইচা চাৰি অনা দি ক'লে, "টিংটোত কি পাবাঁ ? যোৱাঁ কাৰবাৰ পৰা পোৱা যদি লৈ যোৱাগৈ।" তাৰ পিচত ফুচফুচাই ক'লে, "মোক পাচত মনত পেলাই দিবাঁ।"

গদগদ হৈ পূৰ্ণ আঁতৰিল।

দুয়ো আতাই ঘৰলৈ উভতিল।

লুজেন লোৱা নহ'ল, সূতা নহ'ল, চাবোন নাই। বিভিন্ন ৰূপবোৰ পূৰ্ণৰ চকু আৰু কাণৰ পৰা অস্পষ্ট হৈ গ'ল। স্পষ্ট হৈ উঠিল কল এটালৈ বুলি তাক আঁকোৱালি ধৰি কান্দি থকা সৰু ল'ৰাটোৰ ছবিটো, টপটপকৈ পূৰ্ণৰ ভৰিত পৰি থকা তাৰ

চকু পানীৰ টোপালবিলাক স্পষ্ট হৈ উঠিল শেঁতা মুখেৰে কৰুণ চকুৰে থিয় হৈ ডাঙৰ ল'ৰাটোৰ ছবিটো কাণত পৰিল তাৰ বুজনিখিনি আৰু কল বিচাৰি ঘুৰমটিয়াই যুৰা মাজিউ ল'ৰাটো ·

আকৌ এবাৰ মাৰাত্মকভাবে হাঁহিবলৈ গৈ সি বৈ গ'ল। বাটৰ মানুহে বলিয়া বুলি নকবনে ?

——

## ফানুচ

* * * * * * * * * *

—নিৰোদ চৌধুৰী

ঘটনাটো ঘটিছিল অলপ সময়ৰ ব্যৱধানত।

গা ধুবলৈ যোৱা অলকাই গা ধুবলৈ আহি, কোঠালিটোত সোমাই চুলিত বান্ধি থোৱা গামোচাখন খুলি লৈ মূৰটো ডুবাৰমান মচি বিচনাখনতে বহিছিল। মূৰটো ধুই আজিহে পাতল পাতল লাগিছে। এইকেইদিন এইটো মূৰত কেইবাৰ যে তেল, কেইবাৰ যে সেন্দুৰ দিবলগীয়া হৈছে তাৰ ঠিক নাই। তিতা গামোচাখনতে লাগি অহা নতুন সেন্দুৰৰ ৰঙাখিনিলৈ চাই চাই অলকাৰ মনটো এক অজান আনন্দত ভৰি আহিল।

মূৰটো মচি অলকাই চুলিখিনি আঁচুৰি পেলালে।

বেৰত আঁৰি থোৱা আইনাখনৰ ওচৰ চাপি সুন্দৰকৈ খোপা এটা বান্ধিলে। খোপাৰ লগতে মিহলাই মাৰি লোৱা নতুন ফল্‌চ হেয়াৰখিনিৰ ৰঙটো চুলিৰ লগত বৰকৈ নিমিলা যেন পাই এবাৰ খুলি থৈ পুৰণিখিনিকে মাৰিব নেকি বুলি ভাবি, আকৌ পিচ মুহূৰ্তত আগৰ দৰেই খকাটোৱে ভাল যেন লাগিল।

সেন্দুৰখিনি উলিয়াই শিৰত সানিলে।

সানি উঠিও অলপ সময় অলকাই সেইখিনিলৈ চাই ৰ'ল।

নতুন সেন্দুৰখিনি তেজ জিলিকাদি জিলিকিছিল। নিজৰ ওঁঠত এক অজান মিঠা হাঁহিৰ বেশ বাগৰি গ'ল অলকাৰ।

তাৰ পাচত ঘূৰি লৈ অলকাই বিচনাখনৰ তলতে থোৱা চুটকেছটো মেলিলে। প্ৰথমতে ওপৰতে থোৱা বুলি ভাবিছিল।

হাতেৰে খেপিয়াই নোপোৱাত বাকচটো উলিয়াই আনিলে।

এখন এখনকৈ কাপোৰবোৰ গুচাই চালে। প্ৰথমে লাহে লাহে। পিচলৈ অধৈৰ্য্য হৈ। ব্যস্ততাৰ স'তে। আৰু এটা সময়ত গোটেইটো বাকচ খেলি-মেলি কৰিও যেতিয়া বাকচটো চকুত নপৰিল, তেতিয়া বিস্ময়ত অলকাৰ চকু কপালত উঠিল।

কিন্তু যাব ক'লৈ ?

অলকাৰ বেছ মনত আছে।

গা ধুবলৈ বুলি ওলাই যাওঁতে প্ৰথমতে নেকলেছডাল ডিঙিতে আছিল। কিন্তু কিবা ভাবি অলকাই উভতি আহি নতুন নেকলেছডাল খুলি লৈ বাকচটোৰ ভিতৰতে থকা ৰঙা ভেলভেটৰ জুৱেলাৰী দোকানৰ বাকচটোতে থৈ গা ধুবলৈ গৈছিল। অথচ এতিয়া, এইকণ সময়ৰ ভিতৰতে নেকলেছডাল যাব ক'লৈ ?

চাৰিওফালে সিঁচৰিত হৈ থকা নতুন পাটৰ আৰু ৰঙ-বিৰঙৰ কাপোৰৰ মাজত বহি বহি হঠাতে অলকাৰ ভাব হ'ল যে শুদা নেকলেছডালেই নহয়, নেকলেছডাল থোৱা বাকচটোও নাই।

অসহ্য এক শোকত অলকাৰ মনটো কান্দি উঠিল।

ভনীয়েক নিভা সোমাই আহিছিল।

আহিয়ে বায়েকক তেনেদৰে কাপোৰ-কানি সিঁচৰিত কৰি বহি থকা দেখি তাই অবাক হ'ল।

ভয়ে ভয়ে ওচৰ চাপি সুধিলে, 'কি হ'ল বাইদেউ ?'

অলকাই নিভাক কথাষাৰ ক'লে। নিভাই ক'লে যে অলকাই গা ধুবলৈ যোৱাৰ পিচত তাইও এবাৰ কোঠালিটোত সোমাইছিল।

বাইদেৱেকক নেদেখি তাই ওলাই গুচি গৈছিল। তেতিয়া তাই বিচনাৰ তলৰ বাকচটোলৈ অৱশ্যে মন কৰা নাই।

কিন্তু নেকলেছডাল যাব ক'লৈ ?

ঘৰখনত মানুহ বুলিবলৈনো কেইজন ?

অলকা, নিভা আৰু দেউতাক। তাৰ বাহিৰে বিয়া বুলি অহা আৰু এতিয়াও নোযোৱা দুই এজন আত্মীয় মানুহ। তাৰ বাহিৰেতো কোনো নাই। বাহিৰৰ কোনো মানুহ এই সময়খিনিৰ ভিতৰত ভিতৰ কোঠালি এটাত সোমাই এনেদৰে ইমান ডাঙৰ কাম এটা কৰিব পাৰিবনে ? নিভা দৌৰি ওলাই গ'ল।

অলকাই কাপোৰ-কানিখিনি আকৌ বাকচটোত ভৰাই থলে। দুবাৰমান মনে মনে অলকাই আকৌ ভাবি চালে, তেওঁ নিজেই ভুল কৰি অইন কৰবাত থৈ পাহৰি যোৱা নাইতো ?

নাই। অলকাৰ স্পষ্ট মনত আছে, নিজে বিচনাৰ তলৰ বাকচটো খুলি ভেলভেটৰ কেচটো মেলি ডিঙিৰ পৰা নেকলেছডাল খুলি, সযত্নে কেচটো বন্ধ কৰি, বাকচটো সামান্য তললৈ ঠেলি দি গা ধুবলৈ গৈছিল।

হঠাতে অলকাৰ ভাব হ'ল যে নিভা কোঠালিটোত নাই।

অলকাৰ চেতন হ'ল।

বাকচটো তাতে এৰি অলকা ওলাই আহিল। বাৰান্দাতে নিভাক পালে। অলকাই চকুৰ ইঙ্গিতেৰে, নিভাক নিজৰ কোঠালিলৈ মাতি আনি সুধিলে, 'তই দেউতাক কথাটো কলি নেকি ?'

নিভাই কলে, 'কবলৈ গৈছিলো, দেউতা নাই।'

অলকাই যথেষ্ট দৃঢ়ভাৱে ক'লে, 'দেউতাক এই কথাটো নকবি।'

নিভা আচৰিত হৈ বায়েকৰ মুখলৈ চাই ৰ'ল। আৰু কথাবাৰৰ গুৰুত্ব দুবুজিয়ে হয়তো সুধিলে, 'কিন্তু কিয় বাইদেউ, দেউতাক কিয় ক'ব নালাগে ?'

এইবাৰ অলপ খঙৰ সুৰত অলকাই নিভাক ক'লে, 'নালাগে বুলি কৈছো, নালাগে। অইনকো ক'ব নালাগে।'

নিভাই কথাষাৰ বৰ ভাল নাপালে। ইমান দামী বস্তু এটা হেৰাইছে অথচ সেই বিষয়ে কাকো নজনোৱাকৈ মনে মনে থাকিবলৈ দিয়াৰ অৰ্থ কি হ'ব পাৰে ?

নিভাই মুখখন ওফোন্দাই ওলাই গ'ল।

অলকাই কোঠালিটোৰ দুৱাৰখন এনেয়ে বন্ধ কৰি আকৌ এবাৰ প্ৰতিখন কাপোৰ মেলি মেলি চালে। কিজানি ক'ৰবাত আছেই।

অলকাৰ মনটো এক অজান আশঙ্কাত কঁপি উঠিল। এই আশঙ্কা, এই সঙ্কোচ, অলকাৰ নিজৰ বাবে নহয়। এই ভয়, এই সঙ্কোচ একমাত্ৰ দেউতাকৰ বাবে। অলকাই জানে, এই কথাটো যদি দেউতাকৰ কাণত পৰে তেন্তে তেওঁ কিমান আঘাত পাব। অলকাই জানে দেউতাকৰ মন। অলকাৰ প্ৰতি থকা সীমাহীন মৰম। অইনে নেজানিলেও অলকাই জানে, তাইৰ বিয়াৰ বাবে দেউতাকে কি অমানুষিক চিন্তাৰ মাজেদি দিন কটাবলগীয়া হৈছিল। বিয়াৰ দিন ঠিক হোৱাৰ দিনাৰে পৰা আৰম্ভ কৰি মানুহজন কেনেদৰে দিনে নিশাই মাথোন ঘুৰি ঘুৰি এপদ এপদকৈ বস্তু গোটাইছিল। অলকাই নিজে কেতিয়াবা এই দৃশ্য চাই থাকিব নোৱাৰি বাধা দি কৈছিল, 'দেউতা, তুমি অলপ. জিৰণি লোৱাচোন। চব ঠিক হৈ যাব।'

অলকাৰ মূৰটোৰ মাজত হাত বুলাই জীৱেশ্বৰ বৰুৱাই কৈছিল, 'তোক মই জয়ন্তৰ তালৈ পঠিয়াব নোৱাৰালৈকে মোৰ জিৰণি নাই মা।'

সামান্য হাঁহি লাজ পাই আঁতৰি গৈছিল অলকা।

জীৱেশ্বৰ বৰুৱাই মিছা কোৱা নাছিল। মাক নোহোৱা দুযোজনী ছোৱালী লৈ তেওঁৰ চিন্তাৰ শেষ নাছিল। অভাৱৰ সংসাৰ। পোষ্ট-অফিচৰ সাধাৰণ কেৰাণীৰ কাম কৰি কোনোমতে সংসাৰ

চলে। অলকা পঢ়াত ভাল আছিল, অথচ মেট্রিক পাছ কৰি ঘৰতে বহি থকা অলকাক পঢ়ুৱাৰ সামৰ্থ্য নাছিল জীৱেশ্বৰ বৰুৱাৰ। অলকাইও দেউতাকৰ অৱস্থা ভালদৰেই জানিছিল। গতিকে জোৰ কৰা নাছিল একোতে, আপত্তিও কৰা নাছিল। এবাৰ নে দুবাৰ চাকৰি কৰাৰ ইচ্ছা কৰিছিল অলকাই। কিন্তু জীৱেশ্বৰ বৰুৱাই সেই কথাটোত বৰ গুৰুত্ব নিদিয়াত কথাষাৰ তেনেদৰেই তল পৰি গৈছিল।

দিনে দিনে বাঢ়ি অহা অলকাক লৈ জীৱেশ্বৰ বৰুৱাৰ চিন্তাও বাঢ়ি গৈছিল। এনেতে সৌভাগ্যই বুলিব লাগিব, ভাল লৰা এটা পালে জীৱেশ্বৰ বৰুৱাই।

এই যোগাযোগ অৱশ্যে জীৱেশ্বৰ বৰুৱাহঁতৰ অফিচৰে হেড্ ক্লাৰ্কে কৰি দিছিল। লৰাটো ভাল, বয়স মাত্ৰ অলপ বেছি হৈছে। অইল কোম্পানীৰ চাকৰি। থাকে দুলিয়াজানত।

জীৱেশ্বৰ বৰুৱাই প্ৰথমতেই এই কথা শুনি সঙ্কোচত কঁপি উঠিছিল।

ইমান ডাঙৰ ঘৰৰ লগত সম্বন্ধ পতাৰ সাহস নাই জীৱেশ্বৰ বৰুৱাৰ। কিন্তু হেড্ক্লাৰ্কে কৈছিল যে ভয়ৰ কাৰণ নাই, কাৰণ তেওঁ দৰাৰ দেউতাকৰ লগতো কথা হৈছে। আনুষ্ঠানিকভাবে যিখিনি নিদিলে নহয় মাত্ৰ সেইখিনি দি ছোৱালীজনী উলিয়াই দিলেই হ'ব। তাৰ পাচত আৰু চিন্তা নাই।

হেড্ক্লাৰ্কে হাঁহি কৈছিল, 'মই কৈছো জীৱেশ্বৰ, ছোৱালী তোমাৰ ৰাণীৰ সুখত থাকিব। তাহাঁতৰো মাত্ৰ ছোৱালীজনীক পছন্দ হৈছে। গতিকে তুমি একো চিন্তা নকৰিবা।'

'চিন্তা নকৰিবা' বুলি ক'লেই চিন্তাৰ শেষ নহয়।

এদিন সকলো ঠিক হৈ গ'ল। জয়ন্তই নিজেই আহি অলকাক চাই গ'ল।

তাৰ পিচৰে পৰা জীৱেশ্বৰ বৰুৱাই মাত্ৰ ঘূৰি-ফুৰি য'ত যেনেকৈ

পাবে ধাৰ কৰি, আত্মীয়-স্বজনৰ ওচৰত হাত পাতি, প্ৰভিডেণ্ট ফাণ্ডৰ সকলোখিনি পইচা উলিয়াই লৈ বিয়াৰ যোগাৰ কৰিলে। আৰু যেতিয়া কইনাৰ গহনাৰ কথা আহিল, তেতিয়া জীৱেশ্বৰ বৰুৱা আকৌ নতুন চিন্তাৰ মাজত পৰিল।

এইবাৰো অৱশ্যে ৰক্ষা কৰিলে হেড্‌ক্লাৰ্কে। তেৱেঁ ক'লে যে বিশেষ গহনা একো নালাগে। হাতৰ বা ডিঙিৰ কিবা এপদ দিলেই হ'ব। সেয়াও মাত্ৰ মানুহক দেখুৱাবলৈহে। দৰাঘৰীয়াৰ পৰা গহনা দুটা ছেট পাবই। গতিকে সেই বিষয়ে মূৰ ঘমোৱাৰ একো প্ৰয়োজন নাই।

উশাহ লৈছিল জীৱেশ্বৰ বৰুৱাই।

তাৰ পিচত আৰম্ভ হৈছিল আকৌ সেই একেই সমস্যা।

সেই এপদ গহনাই বা যোগাৰ হয় কেনেকৈ ?

অলকাই এইবোৰ সকলো নিৰৱে মন কৰি আছিল। গভীৰ ৰাতি ক্লান্ত, চিন্তান্বিত দেউতাকক যেতিয়া আলফুলে খোৱা যতনাই দিয়ে তেতিয়াও ভাত মুখলৈ নিয়া জীৱেশ্বৰ বৰুৱাৰ গভীৰ চিন্তাক্লিষ্ট শুকান মুখখনলৈ চাই চাই অলকাৰ চকু পানী ওলাব খোজে। কেতিয়াবা অনুশোচনা আহে, ছোৱালী হৈ জন্ম ললে কিয় ?

কিন্তু এদিন জীৱেশ্বৰ বৰুৱাই হাঁহি হাঁহি ঘৰ সোমাল। নিভাৰ নাম ধৰি দুবাৰমান চিঞৰিলে। নিভা দৌৰি আহিল। আহিয়ে দেখিলে, দেউতাকৰ হাতত এটা টোপোলা। সযত্নে সেই টোপোলা খুলি ভেলভেটৰ কেছৰ পৰা জীৱেশ্বৰ বৰুৱাই উলিয়ালে চিকমিকাই থকা ধুনীয়া ৰঙা বাখৰ খটোৱা নেকলেছডাল।

নিভাই দেখিয়ে অলকাক হাতত ধৰি টানি আনিলে।

তাৰ পিচত 'দেউতা ইমান ধুনীয়া হৈছে' বুলি নিভাই অলকাৰ ডিঙিত সেইডাল পিন্ধাই দিলে। লাজতে অলকাই তলমূৰ কৰিছিল।

জীৱেশ্বৰ বৰুৱাইও জীয়েকৰ সেই আনন্দ সহ্য কৰিব নোৱাৰিয়ে হয়তো ধীৰ খোজেৰে কোঠালিটোৰ পৰা ওলাই গৈছিল।

আৰু মিছা মাতিলে কি হ'ব, দেউতাকে সাৱধানে থবলৈ দিয়া সেইডাল নেকলেছ বিয়াৰ আগতেই অলকাই বন্ধ কোঠালিত আইনাৰ সমুখত থিয় হৈ কেইবা বাৰো পিন্ধি পিন্ধি নিজকে চাইছিল।

ইমান সুন্দৰ ডিজাইন।

বাখৰবোৰ ইমান উজ্জ্বল। আৰু অলকাৰ গাখীৰ বগা বুকুত ওলমি থকা সেইডাল যেন তৰাবৰহে এধাৰ মালা। অথচ ।

অথচ সেইডাল নেকলেছ এনেকৈ আজি হেৰুৱাবলগীয়া হোৱাতো কম দুখৰ কথা নহয়। অলকাৰ ভাব হৈছিল, তাই কি বুলি এই কথা দেউতাকৰ আগত ক'ব ?

বিযাৰ পিচত এয়া প্ৰথম অলকা দেউতাকৰ ঘৰলৈ আহিছে। জয়ন্ত অহা নাই, চাৰিদিনমান পিচত আহিব। এদিন থাকি তাৰ পিচত অলকাক লৈ যোৱাৰ কথা। ছুটীৰ হেনো এতিয়া অসুবিধা আছে।

অলকাৰ মনটো যি উৎসাহ আৰু আনন্দেৰে ইযালৈ আহোতে পূৰ্ণ হৈ আছিছিল, সেয়া থাউকতে নোহোৱা হৈ গ'ল।

ক'ৰবাত যেন এটা অদৃশ্য শক্তিয়ে অলকাৰ ভাগ্যৰ স'তে লুকাভাকু খেলিছে। অস্পষ্টভাবে মনত থকা মাকৰ কথা মনত পৰি অলকাই ক'ব নোৱাৰাকৈয়ে হুকহুকাই কান্দি দিলে।

নিভা সোমাই আহি বায়েকক কন্দা দেখি তাইবো প্ৰায় কান্দোন ওলাবলগীয়া অৱস্থা। কোনোমতে চম্ভালি লৈ মাত্ৰ ক'লে, 'দেউতা আহিছে বাইদেউ।'

জীৱেশ্বৰ বৰুৱা আগবদবে হাঁহি-মাতি ঘৰ সোমাল। চকুপানীখিনি মচি নিজকে যিমান পাৰে সংযত কৰি অলকা ওলাই গ'ল। নিভাক ক'লে, 'দেউতালৈ চাহ একাপ আনগৈচোন।'

নিভা পাকঘৰলৈ খোজ দিছিল।

অলকাই উঠি নিজেও যাবলৈ সাজু হ'ল।

কিবা ভাবি আইনাথনৰ ওচৰত থিয় হৈ এবাৰ নিজৰ ডিঙিটোলৈ চালে। বৰ শুদা শুদা লাগিছে। চাদৰখনেৰে যিমান পাৰে ঢাকি লৈ অলকা ওলাই গ'ল।

পাৰ হৈ যোৱা দিন কেইটাত কোনোৱে এই বিষয়ে আৰু একো কথাৰে আভাস নিদিলে।

অলকা এনেদৰে হাঁহি-মাতি থাকিল যেন একো হোৱাই নাই। জীবেশ্বৰ বৰুৱাৰ চিন্তান্বিত মুখলৈ চাই চাই অলকাক কিবা এক অজান ভয়ে কেতিয়াবা কঁপাই তোলে।

নিভাই কেতিয়াবা হঠাতে কথাৰ মাজতে দেউতাকক কথাটো কৈ দিয়া নাইতো? তাইৰ আকৌ যিহে মুখ। নিভাক সোধোতে তাই অৱশ্যে কাকো কোৱা নাই বুলিয়ে কৈছে। মাত্ৰ এটা কথাই নিভাই কৈছে যে দূৰ সম্পৰ্কীয় তাইঁতৰ মাহীযেকৰ ছোৱালী নমিতাক তাইৰ অলপ সন্দেহ হৈছে। বিয়ালৈ অহা নমিতা আৰু নমিতাৰ মাক কেইদিনমান অলকাইঁতৰ ঘৰতে আছে। মাহীয়েকে কামাখ্যাত পূজা এভাগ দিব। নমিতা নিভাৰ লগৰে। কিন্তু অলপ চতুৰ। কথাই কথাই হেনো নিভাক কিবা কিবি কৈও থাকে।

অলকাই একো মন্তব্য দিয়া নাছিল।

নিভাৰ কিন্তু সন্দেহ যোৱা নাছিল।

আৰু এদিন সাতদিন থাকিম বুলি ঘৰলৈ অহা অলকাই আৰু বেছিকৈ কেইদিনমান জয়ন্তক জোৰ কৰি থাকি যোৱাৰ কথা ক'ব বুলি ভবা স্বত্তেও জয়ন্ত অহাৰ পিচদিনাই যাবলৈ ওলাল। জীৱেশ্বৰ বৰুৱাই অৱশ্যে আৰু দুদিনমান জোৰ কৰিছিল থাকিবলৈ। কিন্তু অলকাই ক'লে, 'তেওঁৰ হেনো কামৰ অসুবিধা হ'ব।'

বিদায় লবলৈ বুলি আহি দেউতাকক সেৱা কৰি উঠি অলকাই কান্দি পেলাইছিল। বুকুত সজোৰে সাৱটি লৈ জীৱেশ্বৰ বৰুৱাই

থোকাথুকি মাতেৰে মাত্ৰ কৈছিল, 'ভগবানে তইঁতক কুশলে ৰাখক।'

এটা সময়ত বৈ থকা বিস্ময়াত উঠি অলকা-জয়ন্ত আঁতৰি গ'ল। ট্ৰেইনৰ সময় প্ৰায় হৈছে। নিভাই বাহিৰৰ দুৱাৰমুখতে বৈ বায়েকলৈ চাই হাত জোকাৰিলে। ওলাই অহা চকুপানীখিনি মচি তাই দেউতাকৰ কোঠালিত সোমাল।

নিভাই দেখিলে খিৰিকীখনৰ ওপৰেদি দেউতাকে বাহিৰলৈ চাই আছে। মাতিব খুজিও নিভাই নামাতিলে। নিভাই জানে বায়েক গুচি যোৱাৰ বেদনাই দেউতাকক কেইদিনমানলৈ কেনেকৈ অস্থিৰ কৰি ৰাখিব।

খিৰিকীয়েদি জীয়েক-জোঁৱায়েক যোৱা ৰিক্সাখন চাই চাই এটা সময়ত জীৱেশ্বৰ বৰুৱাৰ চকু দুটা ভৰি আহিছিল। এনে বাপেক হোৱাৰ তেওঁৰেবা কি অধিকাৰ আছে?

জীৱেশ্বৰ বৰুৱাই কিবা ভাবি দুৱাৰখন বন্ধ কৰিলে। তাৰ পিচত বিচনাৰ তলত কাপোৰ এখনেৰে মেৰিয়াই থোৱা টোপোলা এটা উলিয়ালে। ৰঙা ভেলভেটৰ কেছ এটা। মেলি চালে জীৱেশ্বৰ বৰুৱাই। চিক্‌মিকাই উঠিল সোণৰ বাখৰ খটোৱা নেকলেছডাল।

জীৱেশ্বৰ বৰুৱাৰ অজ্ঞাতেই হুমুনিয়াহ এটা ওলাল। চকুৰ কেইটোপালমান পানী কেছটোৰ ভিতৰৰ কোমল ভেলভেটৰ ওপৰত পৰি জিল্‌মিলাই উঠিল। তৎক্ষণাত সেইয়া মচি দি, কেছটো বন্ধ কৰি জীৱেশ্বৰ বৰুৱাই ভাবিলে, বাৰ বজাৰ বাছত নগাওঁলৈ গৈ নেকলেছডাল প্ৰদীপক দি থৈ আহিব লাগিব।

জীৱেশ্বৰ বৰুৱাই ভাবিলে প্ৰদীপক গৈ তেওঁ ক'ব, 'তোমাৰ এই ঋণ মই আজীৱন পৰিশোধ কৰিব নোৱাৰো।'

আৰু মনে মনে ভাবিলে জীৱেশ্বৰ বৰুৱাই, কিয় জীয়েকক এই কথা এবাৰো কোৱাৰ সাহস নহল যে তাইৰ ডিঙিৰ নেকলেছডাল

প্ৰকৃততে তেওঁৰ পুৰণি বন্ধু প্ৰদীপ দত্তৰ পৰা খুজি আনিছে। কিন্তু সাহস নহল কোৱাৰ যে—কোনোফালে একো ঠিক কৰিব নোৱাৰি জীৱেশ্বৰ বৰুৱাই পুৰণি স্কুলীয়া বন্ধু প্ৰদীপ দত্তৰ ওচৰ চাপি গৈ কৈছিল এই বিপদৰ পৰা উদ্ধাৰ কৰিবলৈ। কিন্তু কেনেকৈ ?

তোমাৰ টকা-পইচা সা সম্পত্তিৰ একোৰে অভাৱ নাই প্ৰদীপ। ভগবানে তোমাক সকলো দিছে। মোক একো দিয়া নাই। অথচ পঢ়া শুনাত মই আছিলো ভাল, তুমি আছিলা বেয়া। পৰিশ্ৰমো তোমাতকৈ মই একো কম কৰা নাছিলো। তথাপি মোৰ একো নহল। তাৰ বাবে মোৰ আক্ষেপ নাই। ছোৱালীজনীক সামান্য গহনা দিবলৈও মই অসমৰ্থ। তুমি মোক সহায় কৰা।'

প্ৰদীপ দত্তই দিব খোজা নগদ টকাখিনিৰ উপৰিও জীৱেশ্বৰ বৰুৱাই কৈছিল, 'তোমাৰ চাৰিজনী ছোৱালী। দুজনী বিয়া দিলাই। তাৰে কোনোবা এজনীৰ ডিঙিৰ এডাল নেকলেছ মোক ধাৰলৈ দিয়া। এয়া তোমাৰ মোৰ গোপন কথা। বিয়াত মাত্ৰ মানুহক দেখুৱাবলৈ, সমাজৰ আগত মুখ ৰক্ষা কৰিবলৈ। আকৌ মই ওভতাই দি থৈ যামহি। কোনোৱে একো গমকে নাপাব।'

বহুত তৰ্কৰ পিচত সন্মত হোৱা প্ৰদীপ দত্তক আকৌ এবাৰ মনে মনে শ্ৰদ্ধাৰে সুঁৱৰি জীৱেশ্বৰ বৰুৱাৰ আজি নিজৰে হাঁহি উঠিল।

নিজৰ ছোৱালীক শুদা ডিঙিৰে ঘৰৰ পৰা উলিয়াই দিয়াৰ পিচতো জীৱেশ্বৰ বৰুৱাই ভাবিলে, এনে বাপেক হোৱাৰেবা ভগৱানে তেওঁক কিয় শক্তি দিলে ?

যাবলৈ ওলাই সেৱা কৰিবলৈ হালি যোৱা অলকাৰ শুদা ডিঙিটো জীৱেশ্বৰ বৰুৱাৰ চকুত নপৰাকৈ নাছিল।

হঠাতে এনে লাগিল যেন, অলকাৰ ডিঙিটোৰ উপৰিভাগ হঠাতে এডাল সাপ হৈ ফণা মেলি তেওঁৰ ফালে আগুৱাই আহিছে।

---

# মনোভঙ্গী

*   *   *   *   *   *   *   *   *   *

—লক্ষ্মীনন্দন বৰা

শান্থা অর্থাৎ শান্থা আপালাস্বামী তালৈ মাকৰ লগত যাব। অৱশেষত শান্থা সন্মত হ'ল। তাই বাপেক-মাকৰ কথা উলাই কৰা বিধৰ মদগৰ্বী ছোৱালী নহয়। কিন্তু শিক্ষিতা ছোৱালী হিচাপে নিজৰ বিচাৰ বুদ্ধিৰ বিপৰীতে তাই মাক-বাপেকৰ সকলো কথা মানি চলিবলৈ তাই সন্মত নহয়। তথাপি কিছুমান যুক্তি নথকা আদেশো পালন কৰে, তেওঁলোকক সন্তোষ দিবলৈকে।

এৰা তাই আজি শিৱ স্থানলৈ যাব। লগত মাকো যাব। তাত হয়তো শিৱৰ মূৰ্ত্তি বা শিৱৰ অঙ্গ-বিশেষ আছে। তাত সষ্টাঙ্গে প্ৰণিপাত জনাই প্ৰত্যেকে নিজৰ নিজৰ প্ৰয়োজন অনুসৰি বৰ মাগিব। প্ৰস্তৰ শিৱই শঙ্খ-ঘণ্টাৰ মুখৰতাৰ মাজেদি হয়তো সেই বৰত মৌনতাৰে 'তথাস্তু' জনাব।

মাকে বাৰু কি বৰ মাগিব? নিশ্চয় নিজৰ কাৰণে একো বৰ নেমাগে। ঘৰখনত এটাই সমস্যা। সেয়ে হ'ল শান্থা। মাকে ক'ব—হে সদাশিৱ, হে ভোলানাথ, হে কৈলাসপতি, তুমি সুপ্ৰসন্ন হোৱা, ছোৱালীটিৰ যাতে সোনকালে হৰ-গৌৰী বসতি হয়, তাৰে

আশীস্ দিয়া। বহুত চেষ্টা কৰিলো, অথলে গ'ল। ল'ৰাহঁতৰ মানত স্ত্ৰীধনতকৈ চৰকাৰে ছপা কৰা ধন ডাঙৰ হ'ল। যৌতুক, যৌতুক

সচাঁকৈয়ে নাৰীত্বৰ অৱমাননা। শান্তাই ভাৱে, এই শিক্ষিত ডেকাবোৰৰ পঢ়া-শুনা কৰাৰ মূল্য কি থাকিল? সিহঁত সংৰক্ষণশীলনে, বিয়া কৰোৱাটো সিহঁতৰ কাৰণে এটা বেপাৰ? প্ৰথম আৰু শেষ বেপাৰ? পঞ্জীযকৰ কাৰ্য্যালয়ত কাম কৰা গণপতি সঞ্জীৱাযাই অ'টৰিক্সাচালক বুঢা শহুৰেকটোৰ পৰা গণি গণি পাঁচ হেজাৰ টকা ললে। অথচ ছোৱালীৰ ৰূপৰ লগত গণপতিক ৰিজালে, তাক তাইৰ চাকৰ যেনহে লাগিব।

ভূগোল বিজ্ঞানৰ স্নাতকোত্তৰ শ্ৰেণীত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ সম্প্ৰতি তিনি শ টকীয়া গবেষণা বৃত্তি লৈ অনুৎসাহেৰে গবেষণা কৰি থকা শান্তা আপালাস্বামীয়ে ভাবিলে, হিন্দু ধৰ্মটো যিমানে বছৰে বছৰে পুৰণা হৈ আহিছে, সিমানে তাত বেছি মামৰে ধৰিছে। এইখন অন্ধ্ৰপ্ৰদেশ। মঠ মন্দিৰৰ দেশ। নিজ নিজ সময়ত অখণ্ড প্ৰতাপ থকা দুজন ছাই বাবাৰ দেশ। মন্দিৰৰ পৰা পোৱা ধনেৰে কোটি কোটি টকা ভেংকটেশ্বৰ বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠা কৰিব পৰা ধৰ্মগুৰু তেলেগু ভাষীৰ দেশ। ইয়াত সকলো সম্ভৱ। এফালে মহাকাশ গবেষণা, এফালে উৎকট বৰ্ণবিদ্বেষ। এফালে বিজ্ঞান আৰু কাৰিকৰী বিদ্যাৰ প্ৰতি চাকৰী সংক্ৰান্ত প্ৰবল অনুৰাগ ইফালে উৎকট ধৰ্ম্মভীকতা, কুসংস্কাৰ আৰু জীৱনবিৰোধী মনোভাৱ। ইয়াত পদাৰ্থ বিদ্যাৰ বিশিষ্ট অধ্যাপকে ছাইবাবাই ভেলেকী কৰি দিয়া "চেইন" পিন্ধে, মনোবিদ্যাৰ প্ৰথিতযশা অধ্যাপকে মন বেয়া লাগিলে তিৰিপুতিলৈ গৈ ভেংকটেশ্বৰৰ মন্দিৰত মূৰটো খুৰাই আহেগৈ। অথচ এই ঈশ্বৰবিশ্বাসী মানুহবোৰ যে ইমান স্বাৰ্থপৰ: ঈশ্বৰ বিশ্বাসৰ অন্তৰালত কি প্ৰেম প্ৰীতিৰ স্থান নাই? কিজানি নাই। সকলো বিধিমতে চলে। কিঞ্চিৎ অবৈধ মিলনৰ সুখ, প্ৰকৃত প্ৰেম, আৰু কিছুমান মানবপ্ৰায় গুণ বোছিতে সৃষ্টি কৰা ধৰ্মৰ অনুশাসনে দিব-

নোৱাৰে। এই অনুশাসনবোৰে আমাক স্বাৰ্থপৰ আৰু বেছি বস্তুবাদী কৰি তুলিছে। অথচ প্ৰকৃত ধৰ্মৰ উদ্দেশ্য হ'ল—নিৰাসক্ত কৰ্ম প্ৰচেষ্টাৰে নিজক আৰু দেশক সুখী কৰা।

তাৰ প্ৰমাণ? বহুত আছে। কোনোবা ডেকাৰ কেতিয়াবা গুণী গাভৰুৰ প্ৰতি আকৰ্ষণে দুয়োৰে মিলা-প্ৰীতি গাঢ় কৰে। কিন্তু মুৰকৰ পৰত কোনে মুৰ পোলোকা দিয়ে? নিশ্চয় ডেকাই। তাৰ কাপুৰুষালিৰ কাৰণে এনে হয়। সি ভাবে, কিজানি বেছি আগবাঢ়িলে আন কোনোবা ধনী বাপেকৰ পৰা ভাগ্য পৰিবৰ্ত্তন কৰিব পৰা বিধৰ যৌতুক হেৰুৱাবলগীয়া হয়। এয়া কি ডেকাশক্তিৰ ক্লৈব মনোভাব নহয়? নিজৰ উপাৰ্জ্জন কৰিব পৰা ক্ষমতাৰ প্ৰতি তাৰ আত্মবিশ্বাস নাই কিয়?

অথচ তাইৰ সেই আত্মবিশ্বাস আছে। তাই জানে যে তাই নিজৰ ভৰিত নিজে খোজ দিব পাৰিব। আজি দুমাহৰ আগতে ডেৰাডুনত পৰীক্ষা দি আহিল। এসপ্তাহৰ আগতে নিযুক্তি-পত্ৰও আহিল। মাটি সংৰক্ষণ বিভাগৰ "ভৌগোলিক সহায়কাৰী"—জিওগ্ৰাফিকেল এচিছটেণ্ট। ভাল কাম। পইচাও ভাল পাব। এই বিষয়ে তাই কাকো কোৱা নাই। এইটো ডাঙৰ কথা নহয়। নাৰী হিচাপে তাই ব্যক্তিগত উন্নতি নিবিচাৰে। তাই বিচাৰে যুগ্ম জীৱনৰ সুখ—যি সুখে জীৱনক গতি দিয়ে। আজি অথচ সেই মনৰ মানুহজন তাইৰ সন্ধানৰ পৰা বহু নিলগত। এনে স্থলত ঘৰখন এৰি ডেৰাডুনলৈ গৈ 'কেৰিয়াৰ ৱ'মেন' হোৱাৰ লাভ কি? অথচ ইয়াত থাকি পি, এইচ-ডি হোৱাৰনো লাভ কি? ইয়াত নিউক্লিয়াৰ পদাৰ্থ-বিজ্ঞানৰ পৰা আৰম্ভ কৰি সামুদ্ৰিক প্ৰাণীবিদ্যালৈকে বিভিন্ন বিষয়ত গণ্ডা গণ্ডা পি, এইচ-ডিয়ে আনকি ৰিচাৰ্চ এচিছটেণ্টো হ'ব পৰা নাই। বিজ্ঞানী হ'ব নোৱাৰা পি, এইচ-ডি বোৰৰ গবেষণা জীৱনবোধৰ বৈৰী। অথচ শাম্বাই যৌৱনৰ সুন্দৰ তিনি বছৰ এনেকৈ নষ্ট কৰিব লাগিব—এজন মনৰ মানুহৰ অভাৱত। আৰু তাৰ পিছত? অধীৰ

অপেক্ষা। তাৰ পাছত? "জ্যেথিশ্মামা, তোমাৰ ছোৱালীৰ বিয়াখন নহ'ল আৰু "।

মাক জ্যেথিশ্মামাই কাষৰ কোঠাটোৰ পৰা মাত লগালে, "শাম্বা, তোক অথনিয়েই ক'লোঁ, অথচ তই এতিয়াও বিছনাতে পৰি আছ। কিমান ভবাগুণা কৰি থাক। অসন্তোষ মনেৰে সদাশিৱৰ তালৈ যাব নেপায় নহয়। ওলা।"

মাকৰ কথা শুনিহে তাইৰ সম্বিত আহিল। ইমান পৰে তাই চিন্তাৰ ক'লা-বগা ডাৱৰৰ পিঠিত বিচৰণ কৰি আছিল। কিন্তু এই বিচৰণ সুখৰ নাছিল। এৰা, তাইৰ শিৱস্থানলৈ যাবলৈ সময় হ'ল। মাকে গা-পা ধুই ওলালেই কিজানি।

তাই ড্ৰেচিং টেবুলৰ আগত থিয় হ'ল। শাৰীখন কঁকালৰ তললৈ খহাই দিলে। কেৱল ব্ৰেচিয়াৰ থকা শৰীৰটো চাই তাইৰ আত্ম-বিশ্বাস হ'ল। তাইৰ ৰূপ আছে, যৌৱন আছে। অথচ, এনে এজনী গাভৰুৰ জীৱনটো সাৰ্থক হ'বৰ বাবে প্ৰাণহীন শিৱমূৰ্ত্তিৰ আগত বৰ মাগিব লগীয়া হৈছে। তাৰ প্ৰত্যাহ্বান?

শিৱস্থানত বহুত মানুহ। বেছিভাগেই মাইকীমানুহ। ছোৱালীও যথেষ্ট আছে। তাত মানুহৰ কথা-বাৰ্ত্তাবোৰ শুনি ভাব হ'ব—ইয়াত যেন সঁচাকৈয়ে শিৱৰ আবিৰ্ভাৱ হৈছে। দক্ষিণে বিশাল বঙ্গোপসাগৰৰ অশান্ত উৰ্ম্মিৰ কোলাহল। প্ৰকৃতিৰ অসীম শক্তিৰ চিনাকি হ'ল এই সাগৰখন। তাৰ পাৰত বান্ধ। বান্ধৰ অলপ আঁতৰত সুন্দৰ পিচ্ দিয়া আলি। আলিৰ দুয়ো কাষে ওখ-চাপৰ টিপ, টিলা আৰু মাজে মাজে একোটা টকলা পাহাৰ। এই টিপ, টিলা আৰু পাহাৰবোৰ সজীৱ হৈ উঠে মৌচুমীৰ পৰশতহে।

ইয়াত হেনো শিৱৰ আবিৰ্ভাব হৈছে—প্ৰায় দুবছৰৰ আগৰ পৰা। এইবোৰ শুনা কথা। দুটা টিলাৰ মাজত শিলৰ সমতলত এদিন মানুহে দেখা পালে যে এজন সন্ন্যাসীয়ে তাত পূজা কৰিছে। মানুহে সোধাত তেওঁ কৈছে যে সেই ঠাইত শিৱৰ আবিৰ্ভাৱ হৈছে। মানুহবো

বিশ্বাস হৈছে। কাৰণ এডোখৰ শিলে অলপ দিনৰ ভিতৰতে শিৱলিঙ্গৰ আকৃতি ল'লে আৰু তাকে ৰক্ষা কৰাৰ বাবে তাৰ চাৰিওফালে জোপোহা বন গজিল। যিমানেই দিন যাবলৈ ধৰিলে সিমানে মিহি হৈ শিলটো সঠিক আকৃতি ল'লে। সন্ন্যাসীজন কয় "মই বহুত আঁতৰৰ মানুহ। এদিন সপোনত শিৱই আহি মোক কলেছি মই আবিৰ্ভাব হৈছোঁ। তাত তোমাৰ দৰে ভক্তহে লাগে। এই ঠাই-ডোখৰৰ হুবহু বৰ্ণনা দিলে। মই আহি দেখিলোঁহি, এই আকৃতি। তাকে ৰক্ষা কৰি আছে এহাল সাপে। "

কথাটো প্ৰচাৰ হ'ল। ফলত এই ঠাই শিৱস্থানত পৰিণত হ'ল। ইয়াত পূজা সেৱা কৰি উপকৃত হোৱা মানুহ বহুত ওলাব।

শাস্থাই শাৰীত থিয় হৈ ভাবিলে,—শিৱস্থানৰ কৰ্তৃপক্ষৰ বাৰু কিজানি বহুত উপাৰ্জ্জন? অলপতে নিশ্চয় ইয়াত ভাল মন্দিৰ হ'ব। কেবা ট্ৰাকো শিলৰ চটা আৰু বালি পৰি আছে। নিশ্চয় কোনোবা গুণমুগ্ধ ভক্তৰ দান।

এতিয়া শিৱই সমাজিক দেখুওৱা সন্ন্যাসীজনৰ আৰু কেবাজনো সহায়কাৰী সন্ন্যাসী আছে। এই প্ৰধান সন্ন্যাসীজনৰ এই দুবছৰতে বহুত পৰিবৰ্ত্তন হ'ল। তেওঁ ডাঙৰ মানুহ আহিলেহে দেখা দিয়ে।

শাৰীত থিয় দি দি শাস্থাৰ আমনি লাগিছে। তাই ভাবিছে—ধৰ্ম্মই আমাক শান্তি দিছেনে? শান্তিয়েই দিয়ক বা অশান্তিয়েই বেছি কৰক, ধৰ্ম্ম কিন্তু এটা ডাঙৰ ব্যৱসায়। তাই ইয়ালৈ অহাৰ প্ৰধান কাৰণ হ'ল—মাক বাপেকক সন্তোষ দিয়া। তেওঁলোকৰ একমাত্ৰ চিন্তা—তাই হে। তাইৰ বিয়াখন হৈ গ'লেই তেওঁলোকৰ সমস্যা শেষ। তেওঁলোকৰ মতে তাইক পঢ়ুৱাই ডক্টৰেট কৰাতকৈ বিয়া দিব পাৰিলেহে আচল কৰ্ত্তব্য পালন কৰা হয়। ইয়াত কিজানি ডেকাবোৰে ছোৱালীৰ শিক্ষাক আদৰৰ চকুৰে নেচায়। আদৰৰ চকুৰে চায়,—বিয়াৰ সময়ত হোৱা বন্দৰস্তটোকহে। এবাৰ তাইৰ কাৰণে এজন লেকচাৰাৰ পাইছিল। লবাজনৰ ছোৱালীৰ

ৰূপ গুণ আৰু শিক্ষা বেচ পছন হৈছিল। কিন্তু সি বংশৰ ঐতিহ্য ৰক্ষা কৰি বিশ হেজাৰ টকা যৌতুক বিচৰাৰ কাৰণে বিয়াখন হৈ নুঠিল। এবাৰ আৰু এটা ল'ৰা পাইছিল। সি উদ্ভিদ বিজ্ঞানৰ পি, এইচ-ডি। তাক পাঁচ হেজাৰ টকা যৌতুকো লাগে আৰু কামো এটা বিচাৰি দিব লাগে। শাস্থাৰ বাপেক উকীলহে, তেওঁতো অকস্মাতে কাম দিব পৰা মন্ত্রী মহোদয় নহয়।

'মুকলি ঠাইত প্রায় এঘণ্টা শাস্থা আৰু মাক শাৰীত থিয় দি আছে। এতিয়াও শিৱস্থানৰ শিৱলিঙ্গৰ ওচৰ পাবলৈ প্রায় ছয় সাত মিটাৰ বাকী। আৰু কিমান সময় হয় ঠিক নাই। শাস্থাৰ বৰ আমনি লাগিছে। এনেতে জীপ-বাচ আহি সেই ঠাইত ৰ'লহি। শাস্থাই জীপখনৰ গাত লিখা শব্দ কেইটা পঢ়িলে: ভূতত্ত্ব বিভাগ: অন্ধ্র বিশ্ববিদ্যালয়, ৱাল্টায়াৰ। তাই দেখিলে, জীপ-বাচখনৰ পৰা পাঁচজন ছাত্র, দুজনী ছাত্রী আৰু বীডাৰ ডঃ এ, এচ্ পি, এন্ এচ্ আৰ ভৱনাৰায়ণ ওলাই আহিল। ছাত্রী দুগৰাকীৰ এগৰাকীক শাস্থাই বিশ্ববিদ্যালয়ৰ পুথিভঁৰালত প্রায়ে দেখে। শাস্থাৰ বুজিবলৈ বাকী নেথাকিল যে এই ছাত্র-ছাত্রীৰ দলটোক ডঃ ভৱনাৰায়ণে শিল দেখুৱাবলৈ আনিছে। তাইৰ অনুমান সঁচা। কাৰণ সিহঁত এটা শিলৰ ওচৰত থিয় হৈ আছে আৰু ডঃ ভৱনাৰায়ণে কিবা বুজাইছে। অলপ পাছত শাস্থা থিয় দি থকা ঠাইৰ পৰা প্রায় দুহাত আঁতৰৰ ডাঙৰ চটা চটে এৰোৱা শিল এটাৰ ওচৰত ছাত্রছাত্রীবোৰ থুপ খালেহি।

শিৱস্থানত শাৰী পাতি থিয় দিয়া মানুহ আৰু গোট খাই থকা মানুহে সকলো কথা বুজি পায় বুলি ডঃ ভৱনাৰায়ণে ইংৰাজীতে কৈ গ'ল, "এই চটা চটে এৰাই যোৱাকে, ঠিক পিয়ঁাজৰ বাকলিৰ দৰে এৰাই যোৱাকে বোলে এক্সফলিয়েচন। ইয়াৰ ফলত শিল এটাই বিভিন্ন ৰূপ ল'ব পাৰে। কেতিয়াবা শিলে হাতিটোৰ আকৃতি লয়, কেতিয়াবা জন্তুৰ আকৃতি ল'ব পাৰে। তাৰ কাৰণ তোমালোকে

জানাই। আকৌ কওঁ—কাৰণ দুটা—এক, শিলৰ সংকোচন আৰু সম্প্ৰসাৰণ—বিভিন্ন উষ্ণতাৰ ফলত। দুই, শিলৰ খনিজ পদাৰ্থৰ লগত পানীৰ ৰাসায়নিক প্ৰক্ৰিয়া।"

এই বুলি কৈ তেওঁ শিৱস্থানৰ সৰু মন্দিৰটোলৈ চালে আৰু কৈ গ'ল, "তিনি বছৰৰ আগতে লোৱা এই ঠাইৰ ৰঙীন ফটো মোৰ হাতত আছে। এতিয়া শিৱমন্দিৰত থকা শিৱলিঙ্গ তেতিয়া এটা দীঘলীয়া শিল আছিল। 'এক্সফলিয়েচন'ৰ ফলত সি শিৱলিঙ্গৰ আকৃতি ল'লে। ধৰ্ম্ম কৰা মানুহে তাৰ চান্স ল'লে।

"আমি নিশ্চয় ভিতৰত চাব লাগিব।" ল'ৰাকেইটাই একে মুখে তেলেগু ভাষাত ক'লে। ডঃ ভৱনাৰায়ণে আকৌ ইংৰাজীত ক'লে, "ডু এজ্ দি ৰোমান্চ ডু। শিৱলিঙ্গৰ সৃষ্টি ৰহস্য জানিলা বুলিয়েই ঘপ ঘপ্ কৈ সোমাই যাবানে ? কিউত থিয় হোৱা।"

শান্থাই লক্ষ্য কৰিলে যে অলপ অৰ্থব্যঞ্জক মিচিকনি মাৰি আনকি ছোৱালী দুজনীও শাৰীত থিয় হ'ল।

শান্থাই ভাবিলে, মাকে ডঃ নাৰায়ণৰ কথাবোৰ বুজাহেঁতেন ভাবিলেহেঁতেন এইবোৰ মিছা। এৰা, তাই আজি নিজক বুজি পাইছে। তাই যাবগৈ। ঠিক দুদিনৰ পাছতে। ডেৰাডুনলৈ। অন্ততঃ তাত এটা আশা আছে। সেয়া কিজানি ৰক্ষণশীল ঠাই নহয়। তাত যৌতুক নিবিচৰা এটা মনৰ মানুহ পাই যাব পাৰে।

———

## লতিৰ মন

* * * * * * * * *

—স্নেহ দেৱী

"কওঁকচোন বাইদেউ, এনেকৈ অশান্তি কৰি থাকিলে মই বাৰু কি কৰিব পাৰো ?"

কোলাত পৱনক লৈ, উদ্বেগ বিষণ্ণ মনেৰে যুতিমাই আহি আশালতাৰ ওচৰত থিয় দিলে। আশালতাই আজৰি পৰত ঘৰৰ আগৰ ফুলনিখনত ফুলগছৰ গুৰিত হোৱা এডাল দুডাল বন গুচাইছিল।

জাৰকালিৰ আবেলি।

আশালতাই এবাৰ যুতিমাইৰ মুখলৈ চাই পুনৰ নিজৰ কামত মন দিয়া দেখি যুতিয়ে ভাবিলে তেওঁ কোৱা কথা চাগে ডাক্তৰ বাইদেউৰ কাণত নোসোমাল। অলপ উচপিচাই, এবাৰ উভতি নিজৰ ঘৰৰ ফালে চাই লৈ আকৌ মাত দিলে যুতিয়ে "শুনিছে বাইদেউ—"

"শুনিছো, ৰবা। এই বন কেইডাল গুচাই লৈ হাত ধুই ভিতৰত বহিমগৈ। বাৰু কোৱাচোন লতিয়ে আজি আকৌ কি কৰিছে ? নে আজিও মূৰ কামুৰিছে বুলি কৈছে ?"

"জানো বাইদেউ, মই ক'ব নোৱাৰো, দুৱাৰ মাৰি কোঠাত গোসাই আছে, সেই দহ বজাৰে পৰা। মাতিলেও নামাতে। শুই আছে।"

"শুই আছে বুলি কেনেকৈ জানিলা ?"

"দুৱাৰখনত ফাক এটা আছে, সেইফালেদি দেখিলো।"

"অ'—" বুলি ডাক্তৰ আশালতা মনে মনে থাকিল।

যুতিমায়ে ভাবিলে ডাক্তৰ বাইদেৱে চাগে বৰ আমনি পাইছে। পাবইতো। লতিমাইৰ নিজৰ ভনীয়েক হৈও যুতিমায়ে নিজে জানো লতিৰ ব্যৱহাৰত কম আমনি পায়। ডাক্তৰ বাইদেৱে ইফালে টকা পইচা দিলেও নলয়। কয় বোলে লতিক ভাল কৰিব পাৰিলে লম। গিৰিয়েক ভুৱনৰ কথা মতে এদিন টকা যাচি লাজহে পালে যুতিমাই।

যুতিমাই থিয় হৈয়ে আছিল। আশালতাই কাম কৰি উঠিল। এটা দীঘল নিশ্বাস এৰি যুতিমাইৰ মুখলৈ চাই ৰ'ল। ক'লে "তোমাৰ মুখ শুকান কিয় ? ভাত খোৱা নাই, নহয় ?" দোষ কৰি ধৰা পৰাৰ দৰে যুতিয়ে মাথো ক'লে, "ওহো।"

"কিয় ভাত নোখোৱাৰ কাৰণ কি ?"

"তাই তেনেকৈ নাখাই নবৈ পৰি থাকিলে মই কেনেকৈ খাওঁ।"

"অ'। পিছে এটা কথা যুতি। লতিয়ে মাজে মাজে উপবাস দিয়া ভালেই, কিন্তু তুমি হৈছা কেচুৱাৰ মাক—তুমি খোৱা বোৱা নিয়মমতে কৰিব লাগে।"

যুতিয়ে ভেবা লাগি লেডি ডাক্তৰ কুমাৰী আশালতাৰ মুখলৈ চাই ৰ'ল। মাজে মাজে যুতিয়ে তেওঁক যেন বুজিবই নোৱাৰে।

"বাক ব'লা ভিতৰলৈ।" আশালতাই যুতিক ভিতৰত বহিবলৈ দি হাত ধুই আহিলগৈ। মালতীক মাতি যুতিলৈ চাহ আৰু অলপ কিবা-কিবি খোৱা বস্তু আনিবলৈ ক'লে। আশালতাৰ কোঠাৰ পৰা যুতিহঁতৰ ঘৰটো দেখা যায়। ডাঙৰকৈ কোৱা কথা, হাঁহি, পৰুনৰ কান্দোন ইয়ালৈকে শুনা যায়,—যুতিৰ সমুখত চকী এখনত

ৰহি তেওঁ সুধিলে—"অ' কোৱা। কি হ'ল আজি? কালি দেখোন বহুত ৰাতিলৈকে তোমালোকৰ মাত শুনিছিলো। লতিয়ে ইঁহাও শুনিছিলো।"

"হয়, কালি তেখেত ঘৰত নাছিল, মফচললৈ গৈছিল—"এনেতে মালতী সোমাই অহা দেখি আশালতাই ক'লে—"বাৰু চাহতাহ খাই লোৱা। তাৰ পাচত শুনিম। মই আহিছো -তুমি খোৱা চোন।" "এতিয়ানো অসময়ত কিয় বাৰু—" "নোখোৱা যদি আজি মই তোমাৰ কথাও নুশুনো। মালতী, পৰনক তুমি অলপ সময় ৰখোৱাগৈচোন।" বুলি কৈ আশালতা সিটো কোঠালৈ সোমাই গ'ল।

যুতিৰ স্বামী থানাৰ অ'-ছি। তেওঁ আগদিনা মফচললৈ গৈছিল। ঘুৰি অহাৰ সম্ভাব্য সময় উকলি যোৱাত যুতিৰ চিন্তা লাগিছিল, অথচ যুতিয়ে যিমানে চিন্তা কৰিছিল সিমানে যেন লতিৰ আনন্দ বাঢ়িছিল। যুতিক যেন বিদ্রূপ কৰিছিল। সেইদিনা গোটেই দিনটো লতি প্ৰফুল্ল মনে আছিল, গধূলি, চঞ্চলা সৰু ছোৱালী এজনীৰ দৰে ভনীয়েকক টানি নিলে কেৰম খেলিবলৈ। যুতিৰ খেলিবৰ মন যোৱা নাছিল। ভুৱনৰ পলম হোৱা বাবে ক্ৰমে চিন্তা বাঢ়িছিল। লতিয়ে ক'লে—"থ, থ, তোৰ চিন্তাখন! গিৰিযেৰক কোনেও নামাৰে। যেতিয়া মাৰিব কোনেও ৰখাবও নোৱাৰে।"

এদল অপৰাধীৰ সৈতে সংঘৰ্ষত এঠাইত এজন পুলিচ বিষয়া গুৰুতৰভাবে আহত হৈছিল। গতিকে লতিৰ কথাৰ ধৰণত যুতিমাই কঁপি উঠিল। চিন্তা কৰৰ দূৰৰ কথা পুনৰ কৰলৈকো ভয় কৰিলে। ভাবিছিল লতিয়ে সচাঁ কথাই কৈছে, তথাপিও নিজৰ ভনীয়েক জনীক এইদৰে কবলৈ সঙ্কোচ নালাগিলনে?

ৰাতি দহ বজালৈকে দুজনীয়ে খেলিলে। তাৰ পাছত ভাত খালে। কাৰণ বৈ থাকিবলৈ ভুৱনৰ মানা, তাৰোপৰি লতিৰ বাবেই অনিচ্ছাতো যুতিয়ে খাব লগা হয়।

ভুৱন ঘৰ পাওঁতে ৰাতি ভালেখিনি হৈছিল। তেওঁ জিৰাই শঁতাই, খাই বৈ উঠিল। লতি বাৰাণ্ডাত বহি আছিল। লতি বহা ঠাইৰ পৰা দুইটা কোঠাৰ ভিতৰলৈকে দেখা যায়। এবাৰ ভুৱনে কৈছিল—"লতি বাইদেউ, ইমান ৰাতিখন বাৰাণ্ডাত বহি আছা কিয়? নিয়ৰত থকা ভাল নহয়।" যুতিয়েও ক'লে, "লতি, শুই থাকগৈ যা।" লতিয়ে ক'লে, "শুমগৈ, টোপনি ধৰা নাই।"

লতি বাৰাণ্ডাৰ পৰা উঠি নোযোৱালৈকে যুতিও শুব পৰা নাছিল। দুৱাৰখন বন্ধ কৰিবলৈ বেয়া লাগিছিল। লতিয়ে কিবা-কিবি খুচ্-খাচ্ কাম কৰি ঘুৰি ফুৰিছিল।

ৰাতি যথেষ্ট হৈছিল। ভাগকুৱা ভুৱনৰ টোপনিত নাক বাজিছিল তেতিয়া।

সেইজনী লতিয়েই,—ৰাতি সেই যে "টোপনি ধৰা নাই" বুলি ক'লে তাৰ পিছৰ পৰা আজি এই আবেলিলৈকে প্ৰায় নীৰৱ হৈ পৰিল। ৰাতিপুৱা অৱশ্যে ভালেই আছিল। একেলগে চাহ খাবলৈ বহিছিল তিনিও। চাহ খাওঁতে ভুৱনে ক'লে—"থিয়েটাৰলৈ যোৱাৰ যে কথা আছিল আজি ওলাবাহঁক।" লতিয়ে কাৰো মুখলৈ নাচাই মাজতে প্ৰশ্ন কৰিলে "কোনেনো কৈছিল?" উৎফুল্ল হৈ যুতিয়ে ক'লে "মই, মই কৈছিলো, ভাল হ'ব। আজিয়েই যাম হঁক, কেইবজাৰ পৰা হ'ব?" ভুৱনে ক'লে "প্ৰগ্ৰেমখন আছে নহয়, চাই, লবা। মই গাড়ী এখনৰ বন্দবস্ত কৰো ইতিমধ্যে।"

অফিচত ভুৱনৰ কাম সৰহ আছিল। সেইবাবে লৰা-লৰিকৈ গ'লগৈ। দুপৰীয়াৰ ভাত অফিচলৈকে পঠাই দিবলৈ কৈ গ'ল।

পুৱাৰে পৰা লতিমাইক গম্ভীৰ দেখি যুতিমাই আচৰিত হৈছিল। এবাৰ থিয়েটাৰৰ কথা উলিয়ালে। লতিয়ে কঠুৱাকৈ ক'লে "মই নাযাঁও থিয়েটাৰ চিয়েটাৰলৈ, তহঁত যা যলৈ যাব।"

"তই নাযাবি কিয়?"

"নাযাওঁ মোৰ ইচ্ছা" এই বুলি কৈ লতিয়ে কোঠাত সোমাই

দুৱাৰত হুক লগাই বিচনাত পৰি থাকিল। এতিয়ালৈকে ওলোৱা নাই। মাতিলেও উত্তৰ নিদিয়ে। এনেকৈ বিনা কাৰণত কেচুৱাৰ দৰে ঠেঁহ পাতিলে কি কৰিব পাৰে যুতিমাই ?

এই কথাখিনি যুতিৰ পৰা জানি লৈ আশালতাই ক'লে "এৰা থিয়েটাৰখন বৰ ভাল হৈছে বুলি শুনিছো। মোৰো এদিন যাবৰ মন আছে। আজি তোমালোকে চাই আহাচোন, কেনে দেখা, ক'বা।"

লতিৰ অসুখতকৈও থিয়েটাৰকহে প্ৰাধান্য দিয়া দেখি যুতি আচৰিত হ'ল। ক'লে—"আমাৰ আৰু ক'ত যোৱা হ'ব।"

"কিয় ?"

"লতিক এৰি থৈ আমি কেনেকৈ যাম।"

আশালতাই অলপ বৈ কিবা চিন্তা কৰি মাথো ক'লে, "বাইদেউৰালৈ তোমাৰ মৰমটো অলপ কম হ লেই সকলো ফালে মঙ্গল আছিল।"

আশালতাৰ কথাষাৰ শুনি যুতি কাতৰ হ'ল। দুখ পালে। ভাবিলে, ডাক্তৰ বাইদেৱেতো সকলো জানে, সকলো কৈছো।

এবছৰৰ ডাঙৰ সৰু বাই-ভনী, অভিন্ন হৃদয়া যেন। অকালতে মাকক হেৰুৱা বাবে মৰমৰ বান্ধোন আৰু দৃঢ় হৈছিল। এতিয়াও সেই মৰম আছে। লতি দেখিবলৈ অতি সুন্দৰী। যুতিতকৈ দুই তিনি বছৰৰ সৰু যেনহে দেখি। যুতি ওখ ডাঙৰ। সকৰে পৰা বায়েকক যুতিয়ে নাম কাটিয়েই মাতি আহিছে। লতিৰ সমান ধুনীয়া নহয়। বৰণটোও লতিতকৈ ময়লা। এতিয়াও বাইদেউ বুলিব নোৱাৰে। সৰু ভনী যেন লাগে। লতিক বৰ কম বয়সতে বিয়া দিছিল। দুই বাই-ভনীৰ বিচ্ছেদ হ'ল, কিন্তু কেইমাহমানৰ কাৰণেহে, বিধবা হৈ লতি ঘুৰি আহিল। যুতিয়ে হৰ্ষ বিষাদেৰে লতিক সাৱটি ধৰিছিল। জীৱনলৈ কি চৰম দুৰ্ভাগ্য নামি আহিল, সেই কথা বুজা নাছিল লতিয়ে। বুজিবৰ বয়সো হোৱা নাছিল।

তাৰ পিচত, আজি ছুবছৰৰ আগতে যুতিৰ বিয়া হৈ গ'ল। একেখন চহৰতে ভুবনবো ঘৰ। সৰহভাগ দেউতাকৰ ঘৰতে আছিল যুতি। বুঢ়া দেউতাক আৰু লতিৰ কথা ভাবি ভুবনৰ ঘৰতেও আপত্তি নকৰিছিল। পৱনৰ জন্মৰ পাচতে ভুৱন বদলি হৈ এই সৰু ঠাইখনলৈ আহিল। তাৰ পাচত যুতিহঁতকো লৈ আহিল। পৱনৰ এতিয়া বয়স আঠ মাহ।

যুতিয়ে লগতে লতিকো লৈ আহিল। দেউতাকেও আপত্তি নকৰিলে। ভাবিলে, যুতি নাথাকিলে তাই মন বেয়াকৈ থাকিব। তাতকৈ নিব খুজিছে, যাওক।

ভুৱনে একো মতামত প্ৰকাশ নকৰিলে, নিৰ্ব্বিকাৰ হৈ থাকিল, সম্মানিতা আত্মীয়াৰ দৰে লতিক আদৰি ললে।

ইয়ালৈ অহাৰ পিছৰ পৰাই লতিৰ গা মন দিনে দিনে বেয়া হৈ যাবলৈহে ধৰিলে। আগৰ লতি যেন নহয়। সকলো সময়তে অসন্তোষ, বিৰক্তি। পৱনৰ ওপৰতো কেতিয়াবা খং উঠে। কেতিয়াবা কাচিংহে মুকলি মনেৰে থাকে। কেতিযাবা বৰ গহীন হৈ পৰে। মাজে মাজে ভীষণ মূৰ কামুৰিছে বুলি পৰি থাকে। মৰমৰ ভনীয়েককো কেতিয়াবা কঠোৰ কথা কৈ কন্দুৱায়। ভুৱনে কেতিয়াবা যুতিক কয়,—"তোমাৰ বাইদেউৰাই বোধকৰো ইয়াত থাকি বেয়া পাইছে হে?" যুতিয়ে উত্তৰ নিদিয়ে। ভাবে: লতিজনী এনে হব বুলি কোনে জানিছিল! এখেতে কৰইতো। লতিৰ বিমৰ্ষ আৰু বিৰক্ত ভাবটোহে প্ৰায়ে দেখা পায়হি। দেউতাযো ইফালে চাগে ভাবি আছে লতিৰ মন গা ভালে আছে।

লতিৰ মূৰ কামোৰে বুলি সদায়ে শুনি যুতিয়ে ভুৱনৰ লগত পৰামৰ্শ ক ৰি ডাক্তৰক দেখুৱাৰ ব্যৱস্থা কৰিলে, পিছলৈ কিজানি কিবা ডাঙৰ অসুখেই হযগৈ কি ঠিক।

ইয়ালৈ অহাৰ পৰাই কুমাৰী লেডি ডাক্তৰ আশালতাৰ নাম শুনিছে। শুনিছে, এই ঠাইৰে ছোৱালী আশালতাই মেডিকেল পাচ

কৰি আছি চাকৰি কৰিবৰ ইচ্ছা নকৰি নিজৰ ঠাইখনৰে দহ জনৰ যি পাৰে উপকাৰ কৰিবৰ মানসেৰে ঘৰতে থাকি প্ৰেকটিচ কৰিবলৈ ললে। দিনে দিনে তেওঁ নাম কৰিছে। ঘৰৰ একাংশত, সৰু যদিও সুবিধা আৰু ধুনীয়াকৈ চেম্বাৰ পাতি লৈছে। জীয়েকৰ এই ব্যৱস্থাত মাকো সুখী হ'ল। নহলে স্কুলত পটি থকা সৰু ল'ৰা ছোৱালী হাল লৈ তেওঁ অকলশৰীয়া হ'ব লাগিলহেঁতেন।

যুতিহঁতৰ ভাড়া ঘৰটো ডাঃ আশালতাৰ ঘৰৰ ওচৰতে। এদিন দুপৰীয়া যুতি অকলে আহি আশালতাৰ লগত চিনাকি হৈ গ'লহি। কথা বতৰা পাতি 'ডাক্তৰ বাইদেউক' বৰ ভাল লাগিল যুতিৰ। পিছদিনা লতিকো লগত লৈ আহিল। ক'লে—"বাইদেউ। এইৰ সদায় হেনো মূৰ কামুৰি থাকে। কি হৈছে কওকচোন।" আশালতাই দুয়োক বহিবলৈ দি লক্ষ্য কৰিলে দুয়ো বাই-ভনীৰ সাজ পাৰ একেই, মাত্ৰ লতিৰ কপালত সেন্দুৰৰ ফোটৰ সলনি কাজলৰ ক'লা ফোট এটা। তেওঁ লতিৰ ফালে চাই ভাবিলে: ইমান ধুনীয়া ছোৱালীজনী। বেছ স্বাস্থ্যৱতীও। কিন্তু মনৰ কথা প্ৰকাশ নকৰি তেওঁ লতিক নিতান্ত ঘৰুৱাভাবে আৰু মৰমেৰে কিবা কিবি প্ৰয়োজনীয় কথা সুধিলে। বহি থকাতে ওপৰে ওপৰে অলপ পৰীক্ষাও কৰিলে। লগে লগে তেওঁ গভীৰ দৃষ্টিৰে লক্ষ্য কৰিছিল লতিক, যেন অন্তৰলৈকে চাবলৈ চেষ্টা কৰিছিল।

সেইদিনা তেওঁ মূৰ কামোৰণি উপশমৰ বাবে ঔষধ এটা খুৱাই দিছিল মাত্ৰ। তাৰ পাছত আন এদিন ভালকৈ পৰীক্ষা কৰিও চালে। কিন্তু ঔষধ খাব লগা তেনে কোনো অসুখ নাই বুলি ক'লে। যুতিক ক'লে "মইতো ওচৰতে আছো, যেতিয়াই কিবা প্ৰয়োজন হয় ক'বা, আহিবলৈ সঙ্কোচ নকৰিবা।"

তাৰ পাছত প্ৰায় প্ৰত্যেক দিনেই যুতিক লগ পাইছে। যুতিৰ মুখেই লতিৰ খবৰ সদায় শুনিছে। কেতিয়াবা দুই এপালি ঔষধো দিছে। কিন্তু যুতি ভিতৰে ভিতৰে হতাশ হৈ পৰিছে। কাৰণ

যুতিয়ে ইফালে দেউতাকলৈ এখন চিঠিও লেখিলে যে লতিৰ গা ভাল নথকা বাবে যুতিয়ে ইয়াৰ লেডী ডাক্তৰৰ ওচৰলৈ নি চিকিৎসা কৰাইছে , দেউতাকে যেন লতিৰ বাবে অকণো চিন্তা নকৰে। এৰা, দেউতাকে চাগৈ ভাবি আছে, লতিৰ গা বেয়া হৈছিল যদিও এতিয়া ভাল হ'ল , কিন্তু যুতিয়েহে জানিছে—লতিজনী দিনে দিনে সলনি হৈ পৰিবলৈহে ধৰিলে দেখোন।

ডাক্তৰ বাইদেৱে নিশ্চয় আমনি পাইছে , কিন্তু আমনি পালেও, দুই বাই-ভনীৰ মিলৰ কথা জানিও কিয় বাইদেৱে তেনেকৈ ক'লে! "বাইদেৱাৰলৈ তোমাৰ মৰমটো অলপ কম হ'লেই সকলো ফালেই মঙ্গল আছিল।" লতিলৈ থকা মৰমে অমঙ্গল মাতি আনিছে নেকি? বাইদেউৰ কথাৰ অৰ্থ কি?

যুতি নিমাতে বহি আছিল। আশালতাই ক'লে "মোৰ কথাত বেয়া পালা নেকি যুতি?"

"বেয়া পোৱা নহয়—আপোনাৰ কথাৰ অৰ্থ মই নুবুজিলো।"

"বুজিবা। সময়ত বুজিবা। বাৰু এটা কথা নহয়—তুমি এদিন মোক কৈছিলা যে দেউতাৰাই লতিক আকৌ বিয়া দিয়াৰ ইচ্ছা কৰিছিল। পিছে—"

"অ',– পিছে লতিয়ে আপত্তি কৰাত দেউতাই সেই চেষ্টা এৰি দিলে।"

"মই হ'লে কওঁ—লতিক আকৌ বিয়া দিব লাগে।"

"তাই মান্তি নহয়– নহয়।"

"পাঁচ-ছয় বছৰৰ আগতে নহৈছিল বাবেই যে এতিয়াও নহব, তাৰ কি মানে আছে?"

যুতিয়ে খপকৈ একো উত্তৰ দিব নোৱাৰিলে। অলপ বৈ ক'লে—"কিন্তু আকৌ কোনে তাইৰ মতামত সুধিবলৈ যাব।"

"সিবাৰ কোনে সুধিছিল?"

"ময়ে সুধিছিলো। এতিয়া আকৌ সেই কথা ক'লে তাই মোক খাব।"

আশালতাই হাঁহি ক'লে—"লতিয়ে মানুহ খায় নেকি? বাক এইবাৰ ময়ে সুধিম।"

যুতিৰ ভয় লাগি গ'ল, আশালতাই সুধিবলৈ গৈ লতিৰ পৰা টান কথা শুনিলে বৰ বেয়া কথা হ'ব। সেইবাবে কথাটো আনফালে নিবলৈ ক'লে—"কিন্তু বাইদেউ, লতিকনো বিয়া কৰাব কোনে?"

"কিয়? আশালতাই মিচিকিয়াই হাঁহি ক'লে—তুমিও ধুনীয়া, লতি কিন্তু তোমাতকৈও ধুনীয়া হৈ আছে।"

"ইস মইনো ক'ত ধুনীয়া বাইদেউ? লতি সকলে পৰাই ধুনীয়া, তাইৰ ৰূপৰ প্ৰশংসা আটায়ে কৰে। তাইৰ গুণো আছে। নহয় বাইদেউ, ৰূপ গুণৰ কথা মই কোৱা নাই, কিন্তু লতি—লতিয়ে বিধবা।"

"অঁ লতি বিধবা, কিন্তু আজিকালি বিধবাৰ বিয়া বহুত ঠাইত হৈছে। লতিৰ নিচিনা ছোৱালীক বিয়া কৰাবলৈ প্ৰগতিবাদী পাত্ৰৰ অভাব নিশ্চয় নহব। দেউতাৰায়ো কোনো পাত্ৰ নিশ্চয় ঠিক কৰিছিল।"

"সেইটো ক'ব নোৱাৰো। হয়তো তাইৰ মতটোহে সুধি চাইছিল আগতে।"

"তথাপিও মই ভাবো, দেউতাৰাই লতিৰ সন্মতি পোৱা হ'লে কি কৰিলেহেঁতেন সেই বিষয়ে স্থিৰ কৰি থৈছিল। আৰু লতিৰ বিয়া হোৱা নিতান্ত উচিত।"

'কিয় বাইদেউ?"

"ইমান কম বয়সীয়া আৰু সন্তান নথকা বিধবাৰ বিয়া হ'ব লাগে।"

অলপ বৈ যুতিয়ে ক'লে—"বাইদেউ, কম বয়সীয়া বিধবাৰ যদি বিয়া হ'ব লাগে তেন্তে দেখোন আপোনাৰ মালতীৰো হ'ব লাগিছিল। মালতীৰ কথা আপুনিতো মোক সকলো কৈছেই।"

"মালতী ? মালতীৰ কথা সম্পূর্ণ স্বকীয়া। তথাপিও যদি তাইৰ তেনে ইচ্ছা যেন দেখো—তাৰ ব্যৱস্থা মই কৰিম।"

অলপ হাঁহি ধেমেলীয়াভাবে যুতিয়ে সুধিলে, "বাইদেউ, আপুনি দেখোন কুমাৰী হৈয়ে থাকি গ'ল।" "কোনে কলে তোমাক, যে মই চিৰদিন কুমাৰী হৈ থাকিম ?" বুলি কৈ আশালতাও হাঁহি দিলে। অলপ বৈ তেওঁ ক'লে—"বুজিছা যুতি, আটাইবে মন একে পদাৰ্থৰে গঢ়া নহয়, হ'ব নোৱাৰে। লতি, মালতি তুমি মই আটাইবে মন বেলেগ বেলেগ। বুঢ়া লোকে নকয় জানো— 'ধানটোৱে প্ৰতি কণটো, মানুহটোৱে প্ৰতি মনটো" আমি জানো মানুহ নহওঁ ?"

আৰু অলপ বহি যুতি যাবলৈ ওলাল। ক'লে—"যাওঁ বাইদেউ, বহুত পৰ বহিলো, লতি উঠিছে নে নাই চাওঁগৈ।" আশালতাই ক'লে—"বাৰু যোৱা। তুমি ব্যস্ত নহবা। লতি উঠিব, হয়তো থিয়েটাৰলৈকো ওলাব। এসাজ ভাত নোখোৱাৰ বাবে নাভাবিবা। তোমাৰোতো আজি লঘোন গ'ল।" পৱনক কোলাত লৈ ওলাই যাব খোজা যুতিক আকৌ ক'লে আশালতাই, "শুনা যুতি, তোমাৰ লগত বহুত কথা পাতিলো, কিন্তু মোৰ অনুৰোধ এই কথাবোৰ তোমাৰ স্বামী বা লতিৰ আগত নকবা।" যুতিয়ে একেথৰে আশালতাৰ মুখলৈ চাই থাকি ক'লে—"নকওঁ বাইদেউ, কাকো নকওঁ।"

যুতিক বিদায় দি তেওঁ এই বিষয়েই ভাবিলে—যুতিক কোৱা কথাবোৰ ঠিক যুক্তিৰ নহল, কিন্তু লতিৰ ক্ষেত্ৰত তেওঁ যি বুজিছে সেই কথা খোলাখুলিকৈ যুক্তি দেখুৱাই বুজাব নোৱাৰা বিধৰ।

দুদিন পাচত ডাক্তৰ আশালতাই দুয়ো বাই-ভনীক চাহ খাবলৈ নিমন্ত্ৰণ কৰিলে। তেওঁ যি সময় দিছিল সেই সময়ত ভুৱন অফিচত থাকে। তথাপি লতি যুতি দুইজনী আহিল। ঘৰত কাম কৰা বুঢ়ীজনীৰ হাতত পৱনক থৈ আহিল।

চাহ খোৱাৰ পাছত আশালতাই ক'লে - "অকল চাহ খাবলৈকে আজি তোমালোকক মতা নাই বুইছা? আজি জিৰণি লব খুজিছো। সদায় কিমান কাম কৰিবা। আজি তোমালোকৰ লগত কেৰেম খেলিম। অভ্যাস আছে নে নাই চাব খুজিছো। লতিয়েতো বৰ ভাল খেলা?" লতিয়ে তলমূৰকৈ ক'লে—"মিছা। কোনে ক'লে আপোনাক? এই?" বুলি যুতিৰ ফালে আঙুলিয়াই দেখুৱালে।

"নকলেও মই জানো। তুমি অকলে হোৱা। যুতি আৰু মই।"

আশালতাৰ উৎসাহ দেখি দুইজনী বাই-ভনী উৎফুল্ল হৈ পৰিল। কেৰেম খেলা গম পাই আশালতাৰ ভায়েক ভনীয়েক ওচৰ চাপি আহিছিল খেলিবলৈ। আশালতাই 'আজি তোমালোক নহয়' বুলি মৰমেৰে বুজাই সিহঁতক আঁতৰাই পঠালে।

ভুৱন অফিচৰ পৰা আহিল। খিৰিকিৰে তিনিও দেখা পালে। যুতিয়ে ক'লে—"বাইদেউ, মই যাওঁ দেই" আশালতাই একো নজনাৰ ভাও ধৰি ক'লে, 'কিয় যাবা?'

"তেখেত অফিচৰ পৰা—"

"অ' আহিল নেকি? আহক। নোৱাৰা এতিয়া যাব। এদিন আধা ঘণ্টা পলমকৈ চাহ খালে দাৰোগা চাহাবৰ একো ক্ষতি নহয়। কি কোৱাহে লতি?" লতিয়ে লাহেকৈ হাঁহি এটা মাৰি ক'লে—"ঠিকেইতো।"

অগত্যা যুতি আকৌ বহিব লগা হ'ল, খেল চলিল। যুতিয়ে খেলিছে অনিচ্ছাত। খেলত মন বহুৱাৰ পৰা নাই। লতিয়ে এই সুযোগতে হৰুৱাবলৈকে হয়তো, অধিক উৎসাহেৰে খেলিবলৈ ধৰিলে। আশালতাই কয়—"কি কৰিছা যুতি, তোমাৰ পৰাই হাৰিব লাগিব।

আশালতাই এবাৰ উঠি—"পিয়াহ লাগিছে ৰ'বা, দেই" বুলি গৈ সেই কোঠাৰে এচুকত থকা ফিলটাৰটোৰ পৰা পানী এগিলাচ আনি

ললে। পানী গিলাচ হাতত লৈয়ে তেওঁ যুতিব ওচবত থিয় হৈ, কোনটো গুটি মাবিব দেখুৱাই দিব খুজি অলপ চাপবোতেই, গিলাচব আধাখিনি পানী হঠাৎ যুতিব গাত পবি গ'ল। আশালতাই ইচ্ আচ্ কবিবলৈ ধবিলে। যুতিয়ে ক'লে, "নাই, একো নহয় বাইদেউ।"

"একো নহয় কি? এই জাবত তিতা কাপোবেবে থাকিব নালাগে। যোৱা সলাই আঁহাগৈ।" যুতি তথাপি মুঠা দেখি তেওঁ ক'লে "উঠা। মই সৌজন্য দেখুৱাই কোৱা নাই। এইয়া ডাক্তবব আদেশ, যোৱা।"

যুতি উঠিল। লতিয়েও উঠি ক'লে "ময়ো যাওঁ আক।" আশালতাই ক'লে—'তুমি কিয় যাবা? বহা। আমাব খেল শেষ হোৱাই নাই। বৰ্ড এনেকৈয়ে থাকক। যোৱা যুতি, কাপোব সলাই তোমাব তেখেতক চাহ দি আহিবলৈ আধাঘণ্টা সময় দিলো। পৰনে আমনি কৰে যদি অৱশ্যে বেলেগ কথা।' লতিয়ে ক'লে 'নহয, পৰনে আমনি নকৰে। তাব গাখীব খাবব সময় হোৱা নাই।''

ধীৰে ধীৰে খোজ দি ঘৰলৈ যোৱা যুতিলৈ দুয়ো চাই আছিল। আশালতাই ক'লে ''তোমালোকব বাই-ভনী দুজনীক দেখিলে মোব বব ভাল লাগে।" লতিয়ে নীৰৱে এবাৰ মাত্ৰ আশাব চকুলৈ চাই পুনব তলমূৰ কৰিলে। প্ৰথমব পৰাই আশালতাই লক্ষ্য কৰিছে লতিয়ে তেওঁৰ চকুৰে চকুৰে নাচায়। কিবা এক সংকোচে যেন আবৰি থৈছে লতিক।

আশালতাই চকিখনত আউজি বহি ভাগকৰাব দৰে এঙামুৰি এটা দি ক'লে—''সদায় একে ধৰণে কাম কৰি কৰি বৰ আমনি লাগিছে বুজিছা লতি।"

লতিয়ে লাহেকৈ উত্তৰ দিলে—"ইচ্ছা কৰিলে জিৰণি লব পাৰেতো আপুনি।"

"ওহো। ইয়াত থাকিব নোৱাৰো। ক'ৰবাত ফুৰিবলৈহে যাবৰ মন গৈছে। তোমালোকৰ নগৰখন শুনিছো বৰ ধুনীয়া। এবাৰ চাবৰ মন গৈছে।"

"গ'লে পাবেতো।"

"যাম। তোমাৰ বিয়াতে যাম,—যদি নিমন্ত্ৰণ পাওঁ" আশালতাই হাঁহি ক'লে, লতি চকখাই উঠিল।

"মোৰ বি-য়া!" আশ্চৰ্যত কঁপা মাতেৰে লতিয়ে উচ্চাৰণ কৰিলে —"মোৰ বিয়াত!"

'অ' তোমাৰ বিয়াতে। নামাতা নেকি মোক?'

অলপ বৈ নিজকে স্থিৰ কৰি লতিযে ক'লে "এইবোৰ আপুনি কি কথা কৈছে বাইদেউ?"

"কিঁয় তোমাৰ বিয়া নহব নেকি?"

"মোৰ—মোৰ, মই যে" লতিয়ে আৰু একো ক'ব নোৱাৰিলে।

"বুজিছো তুমি কি ক'ব খুজিছা। মই সকলো শুনিছো। অতীতৰ সেইটো এটা দুৰ্ঘটনা—পাহৰি যোৱা। জীৱনক আকৌ নতুন ভাৱে গঢ় দিব লাগিব।"

"নহয়, বাইদেউ নহয়, নকৰ, নকৰ।"

"কিয়?" আশালতা দৃঢ় হ'ল। এই এটা মুহূৰ্ত্ত এনে একোটা মুহূৰ্ত্ততে হঠাৎ কেতিয়াবা অন্তৰৰ দুৱাৰ মেল খায়, চাব জানিলে দেখা পোৱা যায়, উলিয়াব জানিলে অন্তৰৰ কথা উলিয়াব পৰা যায়।

"কিয় নকৰ? তোমাৰ নিচিনা এজনী ছোৱালীৰ সুখৰ জীৱন দেখা পাবলৈ আশা কৰাটো স্বাভাৱিক কথা। তোমাৰ দেউতাৰাই তাকে ইচ্ছা কৰে। মই শুনিছো তেখেতৰ ইচ্ছাত এদিন তুমি অমান্তি হ'লা, হয়নে নহয়?" লতিযে মুখ দুপিয়াই জনালে "হয়।" কিন্তু কিয়? কিয় তুমি মত নিদিয়া? কোৱা, মোৰ কথাৰ এটা উত্তৰ দিয়া লতি।"

"বাইদেউ। মানুহে মোক কি বুলিব!"

আশালতাৰ মুখত এটা নীৰৱ হাঁহি বিৰিঙি আকৌ মাৰ গ'ল। "মানুহে মোক কি বুলিব!" এই এষাৰ কথাতে সকলো সোমাই আছে। ইমান দিনে অসংখ্য ৰোগীৰ ৰোগ নিৰ্ণয় কৰোতে প্ৰায় প্ৰতি ক্ষেত্ৰতে নিৰ্ভুল হোৱাদি লতিৰ ৰোগো আজি নিৰ্ণয় কৰিব পৰা যেন লাগি আত্মতৃপ্তিত তেওঁৰ মন ভৰি পৰিল। ক'লে—"মানুহে কি ক'ব। দেউতাৰাৰ দূৰদৰ্শিতাৰ শলাগ লব। আনৰ কথা তুমি বাদ দিয়া, নিজৰ অন্তৰলৈ চোৱা। লতি! তোমাৰ কোনো ইচ্ছা নহয় যুতিৰ দৰে স্বামী পুত্ৰ লৈ এখন সুখৰ সংসাৰ পাতিবলৈ? তোমাৰ নাই কি? ৰূপ আছে, গুণ আছে, বয়স আছে। দেউতাৰ আশীৰ্ব্বাদ আছে, যুতিৰ মৰম আছে, আটাইৰে শুভ ইচ্ছা আছে। সকলো আছে। আটাইৰে ইচ্ছাত তুমি বাধা নিদিবা। লতি! মোৰ আগত সংকোচ নকৰিবা, তুমি মোক স্পষ্ট উত্তৰ দিবা।"

উত্তৰ দিব কি? এক অজান উত্তেজনাত লতিয়ে কান্দি পেলালে। আশালতাই বাধা নিদিলে। এইয়া আত্মৰক্ষা মিহলি বেদনা, কিবা নোপোৱাৰ বেদনা, কিবা পাই হেৰুৱাৰ নহয়।

লতিৰ মূৰত তেওঁ হাত ফুৰাই দিলে মৰমেৰে, নীৰৱে তেওঁ ভাবিছিল—লতিৰ পুনৰ বিবাহৰ কথা দেউতাকেও এদিন ভাবিছিল, চেষ্টাও কৰিছিল। তেন্তে তেওঁ আজি ভুল কৰিব খুজিছে নেকি? নহয়, নহয় লতি মালতী নহয়। তেওঁৰ মনত যে ধাৰণা হৈছে, লতিৰ সেই মন আজি সলনি হৈছে। বঞ্চিত জীৱনৰ বুভুক্ষিত আশা, আকাংখা হেঁপাহবোৰে আজি বিদ্ৰোহ কৰি উঠিল। নীতিৰ দোহাই দি দুৰ্ভগীয়া জীৱনৰ কথা বাৰে বাৰে সোঁৱৰাই দিও সিহঁতক দমাব পৰা নাই। অবুজ মনে বুজনি মানিব নোখোজে। অন্তৰ্দ্বন্দ্বত ভাগৰি পৰা লতিমাইৰ কামনাই বিকৃতৰূপে ওলাই আহিছে। অভিন্নহৃদয়া ভনীয়েক যুতিমাইৰ হাঁহি সহিব পৰা নাই, সুখ দেখিব পৰা নাই। যুতিৰ মুখৰ পৰাই তেওঁ শুনিলে লতিৰ বিবাহিত জীৱন সুখৰ নাছিল। হয়তো লতিৰ অতীতৰ এনে কোনো

মধুৰ স্মৃতি নাই—যাক লৈ জীৱন কটাই দিব পাৰে। যিজনী ছোৱালীয়ে পৰিপূৰ্ণভাবে জীৱন উপভোগেই কৰিবলৈ নাপালে, তাইক ত্যাগৰ শিক্ষা দিবলৈ যোৱাৰ সাৰ্থকতা ক'ত ?

গতিকে তেওঁ লতিৰ বিষয়ে নিৰ্ভুল পথেই আগবাঢ়ি যাব পাৰিলে যেন লাগিল।

পিছদিনা ডাঃ আশালতাই যুতিক খুজি তেওঁৰ দেউতাকৰ এড্ৰেচটো আনিলে, ক'লে "তোমাৰ দেউতাবালৈ মই এখন চিঠি লেখিব লাগে, প্ৰয়োজনীয় চিঠি।"

---

# কলম

* * * * * * * * * *

—মেদিনী চৌধুৰী

সি যিটো ভয় কৰিছিল সেয়ে হ'ল। গা ধুই মূৰত ফণিৰ আঁচোৰটো দিয়েই দেখিলে টেবুলত কলমটো নাই। চুনীৰ ওপৰত তাৰ ভীষণ খঙ উঠি গ'ল। সি জানে কলমটো তাইয়ে নিছে, তথাপি কলমটো তেনেদৰে তাক নোকোৱাকৈ লৈ যোৱাটো যে ভীষণ অন্যায় হৈছে তাকে দেখুৱাবৰ বাবে সি চিঞৰি উঠিল, 'মা, কলমটো কোনে নিলে? এইমাত্ৰ ইয়াতে থৈ গা ধুবলৈ গ'লো! ঘৰখন ভইঁত হালে লগ লাগি একেবাৰে বাঁহতল কৰি পেলালি।'

চাদৰত হাত মোহাৰি মোহাৰি মাক পাকঘৰৰ পৰা ওলাই আহি তাৰ ফালে চাই নীৰৱে থিয় হৈ ৰ'ল। তাৰ খঙ উঠিলে মাক বা চুনীয়ে এনেদৰেই কৰে। নীৰৱে ওচৰত থিয় হৈ থাকে।

মাকৰ সেই ভঙ্গীটো সিদিনা তাৰ কাৰণে এটা বিৰাট চেলেঞ্জ যেন লাগিল। সি গৰ্জ্জি উঠিল। 'মোৰ পেনটো?' মাকে এনেয়ে টেবুলখনত আধা লিখা হৈ পৰি থকা তাৰ কাগজবোৰ লুটিয়াই চালে।

'আকৌ সেইবোৰ নষ্ট কৰ নেকি ?' কথাষাৰ কৈয়েই গহীন হৈ মাকৰ আলেখ-লেখ চাই থাকিল। ঘৰখনত কোনেও তাক অকণো সহায় নকৰে। সহায় নকৰক ক্ষতি নাই। কিন্তু দস্তুৰমত বিধি-পথালি দিয়ে। সি টেবুলত থকা ঘড়ীটোলৈ চালে আৰু আধালিখা কাগজবোৰ ঠিক কৰি লৈ ওপৰত শিলগুটি এটা থৈ দিলে।

মাকে ড্ৰয়াৰবোৰ টানি টানি চাই এটা সময়ত পোনহৈ থিয় হ'ল। তাৰ গহীন মুখখন দেখি মাকৰ হাঁহি উঠিল। 'ইমান খং উঠিছেনে ? তাই কলেজলৈ লৈ গ'ল হ'বলা ?"

"কলেজলৈ লৈ গ'ল হ'বলা। লৈ গ'লেই হ'ল ? নবাবৰ জীয়েক নহয়। পেন নহলে কলেজত পঢ়াই নহয়।"

তাৰ ভেকাহি শুনি মাকে তাৰ চকুলৈ ক্ষন্তেক চাই ৰ'ল, তাৰ পিচত হাঁহি হাঁহি ক'লে, "এইয়া সাংবাদিকৰ নতুন 'কইন' নেকি ?" মাকৰ এই সাৱধানবাণীবোৰ শুনিলেই সি সংযত হৈ পৰে। লাহেকৈ ক'লে, "শিক্ষা বিভাগৰ মা।"

মাকৰ মনত পৰিল দুদিন আগতে জীয়েকক 'নবাবৰ জীয়েক' বুলি গালি পৰাৰ কথা। মাকে একো নকলে এই বিষয়ে—মাত্ৰ তাক ভাত খাবলৈ মাতি ভিতৰলৈ সোমাই গ'ল। মাক যোৱাৰ লগে লগে তাৰ আকৌ কলমটোৰ কাৰণে খং উঠিল চুনীৰ ওপৰত। চুনীক ওচৰতে পোৱা হ'লে ভাল কাণটাহা এটা শোধালেহেতেন। আহককচোন আজি তাই কলেজৰ পৰা। তাইৰ ওপৰত সম্ভাব্য প্ৰতিশোধটোৰ কথা ভাবি তাৰ মনটো পাতলিল। যেন এইমাত্ৰ এটা জটিল সমস্যাৰ সমাধান হৈ গ'ল, এনে এটা অনুভূতি লৈ সি ড্ৰয়াৰত পৰি থকা কাঠ পেন্সিল এডালকে জোঙালি ললে। ভাত খাই আহি অৰ্দ্ধসমাপ্ত ৰিপৰ্টটো পূৰা কৰাত লাগিল।

"মা"

মাকে পাকঘৰত ব্যস্ত হৈ আছিল। তাৰ পৰাই মাত লগালে।

"এইকালে আহা না।"

মাক আহি তাৰ ওচৰতে লেতু-সেতু হৈ বহি লৈ সুধিলে, "কি, ক।"

"পিকেটিঙৰ অসমীয়া কি চোৱাচোন।"

পৰি ভাষাৰ কিতাপখনৰ পাতবোৰ লুটিয়াই চাই তেওঁ পঢ়ি দিলে এটা এটাকৈ, " 'কৰ্ম্মনিৰোধ', 'পিকেটিং', 'বখীয়া দিয়া'।"

সি লিখি গ'ল, 'নতুন কলোনীৰ সস্তীয়া দোকানখনত বাদে সকলো ঠাইতে পিকেটিং শান্তিপূৰ্ণভাৱে হৈ যায়। এই ৰিপৰ্ট লিখাৰ সময়লৈকে আৰু কোনো শান্তিভঙ্গৰ বাতৰি আমাৰ হাতত পৰাহি নাই। অফিচ, বজাৰ সকলোবোৰ বন্ধ। ৰাস্তাবোৰ গাৰঁৰ মাজৰ পথকৰা ৰাস্তাৰ দৰে শান্ত আৰু যানবাহন শূন্য হৈ পৰি থকা দেখি কিবা স্বপ্নপুৰী স্বপ্নপুৰী যেন অনুভূতি হয়। ৰাস্তাৰ চ'কবোৰত পুলিচ পিকেট থকাৰ উপৰিও " তাৰ মনে মনে হাঁহি উঠে। মূৰ তুলি চাই মাকক দেখিলে হাতদুখনত মোহাৰি মোহাৰি তেল ঘঁহিছে, পাকঘৰৰ জুইৰ তাপত শুকাই খৰখৰীয়া হোৱা হাতকিখন অলপ তেজাল কৰি তোলাৰ মনেৰে। সি ক'লে, "মা, এটা চোৰে যদি এতিয়া আমাৰ ঘৰত সোমাই আমাক একো মাৰধৰ নকৰাকৈ টেবুলত থকা ঘড়ীটো লৈ যায়, তুমি কি কৰিবা মা ?"

"পুলিচত কেচ দিম।"

সি মাকৰ মুখলৈ চাই সেমেকা হাঁহি এটা মাৰি ক'লে, "পুলিচেতো একো কৰিব নোৱাৰে। আজি কালিৰ আইনমতে সি শান্তিপূৰ্ণভাৱে কৰিছে যদি কিবা অপৰাধো কৰিছে।"

মাকে কথাষাৰৰ শ্লেষখিনি উপলব্ধি কৰিলে আৰু এটা হুমুনিয়াহ এৰি কাপোৰকানি পিন্ধাত লাগিল। অলপ পাচতে তাক দুৱাৰত তলা মাৰিবলৈ কৈ মাক স্কুললৈ ওলাই গ'ল।

প্ৰেছত গৈ বহাৰ লগে লগে মেধি আৰু দত্তই তাক হেঁচা মাৰি ধৰিলে। মেধিৰ হাতত ধৰি থকা পেনটো দেখি তাৰ আকৌ মনটো

খুটখুটাই উঠিল। মেধিয়ে নিজে লিখা ৰিপৰ্ট এটা তাৰ আগত দাঙি ধৰিলেছি, "এই ৰিপৰ্টটো যাব লাগে ভাই।"

"এইখন তাৰ ফটো ব্লকত দিছোঁ।" দত্তই ফটোখন তাৰ সন্মুখত পেলাই দিলে। তাৰ কপালখন থূপ খোৱা দেখি মেধিয়ে ধৰা পৰাৰ দৰে হাঁহি এটা মাৰি ক'লে, "অফিচাৰজন আমাৰ বিশেষ বন্ধু। সিদিনা সেই যে তুমি নগলা পম্ পমৰ পাৰ্টি। সিয়ে থ্ৰো কৰিছিল। চৰৰে এটা উন্নতিৰ আশা আছে দিয়াচোন। ফটো-চটো ছপা হৈ গ'লে মন্ত্ৰীৰ নজৰত পৰিব। আমাৰনো কি হে? সাংবাদিক মানুহ সংবাদ দি যাম।"

মেধিৰ কথাখিনিত সি একো উত্তৰ বিচাৰি নাপালে। মাত্ৰ ক্ষীণ এটা আপত্তি তুলিলে, "তেনেহলে নিতৌ গণ্ডাই গণ্ডাই অফিচাৰৰ বাতৰি ছপাব লাগিব।"

"আমি আকৌ যাৰে-তাৰে ছবি ছপাম কেলেই?"

দত্তই কথাষাৰ শেষ সিদ্ধান্ত এটাৰ দৰে উচ্চাৰণ কৰিলে। সি অৱস্থাৰে বাতৰিটোৰ টাইপবোৰ ঠিক কৰি দিবলৈ ল'লে। এচৰত ফোনটো বাজি আছিল। দত্ত, মেধি ইতিমধ্যে বাহিৰলৈ ওলাই গৈছিল। সি বাতৰিটো লিখি অঁতাই ফোনটো দাঙি লব খোজোতেই এদিতিয়াকৈ মেল খাই থকা দুৱাৰৰ ফাকেদি এডিটৰৰ টেবুলত সজাই থোৱা পেন ষ্টেণ্ডত তাৰ চকু পৰিল। এজাক ছোৱালীৰ মাজত চুনীৰ হাঁহি থকা মুখখন তাৰ চকুৰ আগত ভাঁহি উঠিল। সেই মুখখনত তাৰ চৰটো যেতিয়া পৰিব কি দৰে যে ওন্দোলি পৰিব তাইৰ মুখখন। কথাষাৰ ভাবি তাৰ মনটোত সকাহ পোৱা যেন লাগিল।

ফোন মেছেজটো লৈ সি অলপ উত্তেজিত হ'ল। সি এডিটৰলৈ ফোন কৰিলে—"চাৰ, তালুকদাৰ ঢুকাল।"

"কোন? ডেপুটি মিনিষ্টাৰ তালুকদাৰ?"

"নহয় চাৰ, দেৱ চন্দ্ৰ তালুকদাৰ।"

"অ হয় নেকি ?" এডিটৰৰ স্বস্তিৰ নিশ্বাস সি ফোনত স্পষ্টকৈ শুনিলে।

"দিবা এক কলম, লোকেল নিউজত থাৰ্ড পেজত। আৰু কিবা আছে নেকি ? অ' এটা কথাহে, কালি এল এছ জি মিনিষ্টাৰৰ নিউজটো তলত গ'ল। আজি ব্লকেৰে সৈতে ডবল কলম দি দিবা। কালিৰ নিউজটোকে অলপ বহলাই দিবা।"

"ঠিক আছে ছাৰ, আৰু এডিটৰিয়েল ?"

"দিবাহে কিবা ইণ্ডিয়ান প্ৰব্লেম এটাৰ কথা লিখি। ষ্টেটছমেন খন চাই ল'বা।"

ফোনটো থৈ সি ভোৰভোৰাই উঠিল। দত্তই টেবুলৰ সিটো মূৰে এজন বন্ধুৰ লগত প্ৰেছত কাম কৰা একমাত্ৰ ছোৱালীজনীৰ বিষয়ে কিবা গোপনীয় কথা পাতি আছিল। তাৰ ভোৰ ভোৰণি শুনি তুয়ো মূৰ দাঙি চালে। দত্তৰ কৌতুহলী প্ৰশ্নত সি সেইদিনাৰ বাতৰি কাকতখন তেওঁৰ আগলৈ দলিয়াই দিলে—"চোৱাচোন এডিটৰৰ কথা, আজিৰ মন্ত্ৰীৰ নিউজটো আকৌ কাইলৈও হেনো যাব লাগে।"

"ব্লক দি কলম বঢাই দিবলৈ। কোৱা নাই জানো ?"

"তুমি কেনেকৈ জানিলা ?"

"চব জানো ভাই, ৰিলেশ্যন আৰু ভৱিষ্যত। এই মন্ত্ৰী এডিটৰৰ খুৰা আৰু ইলেকশ্যন কমিটিৰ মেম্বাৰ। ৰিলেশ্যন আৰু ইলেকশ্যন চমঝা ?" দত্তৰ এনে কথা শুনিলেই সি বিৰক্ত হয়। চৰকাৰী চাকৰিতকৈ অলপ সংভাৱে থকাৰ উপায় বুলি ভাবিছিল জাৰ্নেলিজ্‌মক। কিন্তু ইয়াত দেখিলে এখোণ চৰাহে। পাৰ্টি দিলে ব্যক্তিগত কথাও ছপাবা, ৰিলেশ্যন হ'লে নিউজ এলিমেণ্ট নথকা কথা এটাও ফ্ৰণ্ট পেজত ব্লকেৰে সৈতে তুলি দিবা—এইবোৰ উৎকোচ গ্ৰহণৰ নামান্তৰ মাথোন। তাৰ হঠাৎ বৰ বিতৃষ্ণা হৈ গ'ল তাৰ এই নতুন জীৱনটোৰ প্ৰতি।

সি ভাবিছিল চৰকাৰী চাকৰী এৰি আহি অকণ উৎসাহ পাব। যিয়ে নহলেও মুকলি মন এটা লৈ কাম কৰিব পাৰিব। কিন্তু এইবোৰ যে কি আনডিউ প্ৰেছাৰ। লোকৰ ঘোচ লৈ বহুজনক ঘোচ দি জীৱন নিৰ্ব্বাহ কৰিবলগীয়া হ'লে চৰকাৰী চাকৰি বহুত ভাল।

এনেতে এডিটৰৰ খোজৰ শব্দ শুনি সি হঠাৎ ব্যস্ত হৈ পৰিল। ষ্টেটছমেনখন খুলি লৈ সাত পৃষ্ঠাখন এনেয়ে এবাৰ চাই গ'ল।

চাপৰাছীটোৱে সি আশা কৰামতেই ক'লেহি যে চাহাবে তাক মাতি পঠিয়াইছে। এডিটৰৰ গহীন মুখভাৱ দেখি তাৰ আশংকাত বুকু কঁপি উঠিল।

"এই নিউজটো কোনে দিছিল ?"

সি মনেই কৰা নাছিল বক্স নিউজটো প্ৰথম পৃষ্ঠাৰ তললৈ সকলৈ দিয়া। সি অৱশ্যে শুনিছিল মেধিয়ে তেনে এটা নিউজ দিয়া বুলি।

"মেধিয়ে দিয়া বুলি শুনিছো।"

"শুনিছো মানে ?"

"তেওঁ আগতে দি গৈছে , মই পিচত শুনিছো।"

তেওঁ তাৰ চকুলৈ গোমোঠা মুখেৰে চাই থাকিল। সি যেন তেওঁ আশা কৰাতকৈ বেছি প্ৰগল্‌ভ হ'ল তেনে এটা অনুভূতিয়ে তাক আৰু বেছি সংকুচিত কৰিলে।

"চোৱা, পেপাৰত কাম কৰা আৰু চৰকাৰী চাকৰী কৰা একে কথা নহয়। ইয়াত ৰেচ্‌পন্‌ছিবিলিটি বোলা এবাৰ কথা আছে। তাক মন কৰি নচলিলে ইয়াত পদে পদে বিপদ।"

এই একেষাৰ কথাকে সি এডিটৰৰ মুখত বহুবাৰ শুনিছে। আজি কিন্তু কথাষাৰ তাৰ মনত এটা প্ৰত্যাহ্বান যেন লাগিল। এই নিউজটো নিউজ হিচাবে যথেষ্ট মূল্যবান। এখন কিম্মক কোনো ঠাইতে কৰ ৰেহাই দিয়া হোৱা নাই, অথচ ইয়াত দিয়া হ'ল। দিয়াৰ কিবা যথাৰ্থ কাৰণ থাকিলেও এটা কথা। সেইটোও নাই।

ইয়াত দিলে ; আকৌ প্ৰযোজকৰ কথাত নহয়, ডিষ্ট্ৰিবিউটৰৰ খাটিৰত। এই নিউজটো দিয়াত কি মহাভাৰত অশুদ্ধ হ'ল সি ভাৱি নাপালে।

এডিটৰে কথা শেষ কৰি বাজি থকা টেলিফোনটো তুলি লোৱাতো সি বিমুঢ়ৰ দৰে এডিটৰৰ মুখলৈ চাই থাকিল। ফোনৰ কথা শুনাৰ লগে লগে এডিটৰৰ মুখৰ পৰা হতাশা, বিতৃষ্ণাৰ ধ্বনি প্ৰকাশ হ'ল। ফোনটো থৈ নাকৰ ওপৰত নামি অহা চছমাযোৰ অকণ হেঁচুকি দি তেওঁ কিছুপৰ নীৰৱে তালৈ চাই ৰ'ল। যেন ঘাগু দাৰোগা এটাই অপৰাধ স্বীকাৰ নকৰা এটা গভাইত চোৰলৈহে চাই আছে।

"মেধিক কৈ দিবা, জধে-মধে কথাবোৰ ছপালেই বাতৰি নহয়। এইবাৰৰ পৰা চৰকাৰী বিষয়াৰ বিষয়ে কিবা লিখিবলগা থাকিলে মোৰ নটিচলৈ আনিবা।"

এনেতে সি দেখিলে তেওঁৰ মুখভাৱ হঠাৎ কোমল হৈ পৰিল। নাকত ভেকেচ কৰে মদৰ গোন্ধ এটা সোমালেহি। সি লাহেকৈ ঘুৰি চালে। ইতিমধ্যে তাৰ ওপৰেদি কথাৰ ভয় লগা সোঁত এটা অহাৰ গম পালে। সি থিয় হ'ল।

"চলিহা, বাগানৰ সেই মেনেজাৰৰ বিষয়ে যে নিউজটো পঠাইছে, দেউতাই গধূলি আপোনাৰ লগত ডিছকাছ্ কৰিব। দেউতাৰ পৰা একো নুশুনালৈকে নিউজটো নিদিব। আচ্ছা, ফিল্মৰ একজেম্প্‌শ্যনৰ নিউজটো আপুনি নেচালে নেকি ?"

এডিটৰ চলিহা চাহাব ইতিমধ্যে থিয় হৈছেই। তেওঁ এইবাৰ এখোজ আগবাঢ়ি আহিল। মালিকৰ পুতেকৰ ওচৰ চাপি আৰু মুখখন যিমান পাৰে বিৰক্তিৰে বিকৃত কৰি ক'লে,

"তাকেইতো এওঁক কৈছোঁ মই যোৱাৰ পাছত মেধিয়ে দি দিলে হেনো। ইমান ইৰ্‌ৰেছ্‌পন্‌ছিব্‌ল আজিকালিৰ লৰাবোৰ।"

মালিক পুত্ৰ হাজৰিকাই আজি কালিৰ লৰা সম্পৰ্কে সাধাৰণ

মন্তব্যখাৰ কিদৰে ল'লে সি নাজানিলে, কিন্তু আগতকৈ অলপ শান্ত সুৰত ক'লে, "ক'ব, ভৱিষ্যতত যাতে সেইবোৰ আপোনাক নেদেখুৱাকৈ নছপায়।"

"হয়, মইও ঠিক তাকেই কৈছোঁ। হেৰি নহয়, এইমাত্ৰ ফোনত খবৰ পালোঁ আমাৰ ৰামবচনৰ গাড়ীখন চক বজাৰত মানুহে পুৰি পেলালে বোলে।"

"কেতিয়া ?" মালিক-পুত্ৰ উচপ্ খাই উঠিল।

"এইমাত্ৰ, এই ধৰক পোন্ধৰ মিনিট আগতে।"

"ছিঃ ছিঃ মানুহবোৰৰ যে কি হ'ল। নিউজটো ভালদৰে ক'ভাৰ কৰাব।"

মালিক-পুত্ৰ যোৱাৰ পিচত এডিটৰে আকৌ মুখৰ গাম্ভীৰ্য্য ঘূৰাই আনি তাক ক'লে, "লিখাচোন"।

সি জেপত এনেয়ে এবাৰ পেনটোৰ বাবে খেপিয়াই চালে। চুনীৰ ওপৰত তাৰ খং উঠি গ'ল। কিযে দিগ্দাৰ এখন। সি পেন নোলোৱাকৈ বি-এ পাছ কৰিলে, মাত্ৰ পৰীক্ষাত লোকৰ লৈছিল। আজি কালি এই চবৰহে পেন নহলেই নহয়। দুদিন পিচতে ক'ব হয়তো এটা টেপ-ৰেকৰ্ডাৰ আৰু এটা টাইপৰাইটাৰো লাগে। আজি দিব নহয় পেন লোৱাৰ মজাপালি।

"কি হ'ল ?" এডিটৰৰ ধমকত তাৰ হুঁচ হ'ল।

"পেনটো থাকি আহিল ছাৰ," খণ্ডতে তাৰ ভয়টো পাতলিছিল গুণে সি সেইদৰে ক'ব পাৰিছিল।

"জৰনেলিজ্ম আৰু পেন দুয়োটা ইণ্টাৰ-ৰিলেটেড দেই। লোৱা সেইটোকে।" সি টেবুলৰ পৰা পেনটো তুলি লৈ সন্তৰ্পনে সাঁফৰটোত টান এটা মাৰি চালে। নহলে ধৰিব নোৱাৰি, টানি নে পকাই খুলিব লাগিব। পেনটো তাৰ খুব ভাল লাগিল, বোধকৰো খুব দামী পেন। ওপৰটো গোটেই সোনালী ৰঙৰ। তাৰটো সুলেখাৰ নতুন মডেল। চুনীয়ে আকৌ কয় 'লেডী চাইজ',

—কুকুৰণী ক'ববাব। কিবা কিনি কবি নিজৰ কৰি লোৱাৰ মতলব।

"লিখা, আজি আবেলি চ'ক্ বজাবত দিলদাৰ ৰেষ্টোৰ'াৰ মালিক বামবচন সিঙৰ কাৰখন উন্মত্ত জনতাই পুৰি পেলায়। নামৰ আগত 'শ্ৰী'টো দিবা আকৌ।"

পোন্ধৰ মিনিট জোৰা ডিক্টেশ্যনৰ শেষত তেওঁ ক'লে, "ঠিক নিউজৰ লেংগুৱেজ হোৱা নাই দেই লবালবিতে। তুমি ঠিক কৰি ল'বা। ফাৰ্ষ্ট পেজত যাব দেই।"

"চাৰ।"

"কি হ'ল ?"

"তালুকদাৰৰ নিউজটোও ফ্ৰণ্ট পেজতে ।"

তাৰ বাক্যটোৰ শেষ কৰাৰ আগতেই এডিটৰৰ মুখভাৱৰ সলনি হ'ল। তেওঁ অলপ পৰ নীৰৱে ৰৈ তাক যেন তাৰ অৰ্ব্বাচীনতাৰ গুৰুত্ব বুজিবৰ অৱকাশ দিলে। "যোৱা মই যেনেকৈ কৈছো তেনেকৈই কৰিবা। তোমালোকৰ জানিবলৈ এতিয়াও বহুত বাকী।"

আনদিনা হোৱা হ'লে কথাষাৰ তাৰ গাত নেলাগিলহেতেন। সিদিনা কিন্তু সি আত্মমৰ্য্যাদাত আঘাত লগা যেন পালে। মনে মনে এটা সংকল্প লৈ সি লাহে লাহে ওলাই আহিল। কাণমুৰ তাৰ গৰম হৈ গৈছিল। এডিটৰৰ শেষ কথাষাৰ তাৰ কাণত বৰ ডাঙৰ ডাঙৰকৈ বাজি উঠিছিল।

মেধিৰ কথা ইমান পৰে তাৰ কাণতে নোসোমাল। গাত ঢকা মাৰি দিওঁতেহে তাৰ চেতনা হ'ল, "কি ক'লেহে এডিটৰে ?"

এডিটৰে তালৈ চাই থকাৰ দৰে সিও গহীন হৈ মেধিৰ মুখলৈ খন্তেক চাই ৰ'ল। তাৰ পিচত ক'লে, "নাই কোৱা একো।"

"নাই কোৱা মানে ?"

টেবুলৰ চাৰিওফালে বহি থকা চাব-এডিটৰসকল তাৰ ওচৰ চাপি

আছিল কৌতূহল সামৰিব নোৱাৰি। সি কাৰো কালে নোচোৱাকৈ সিদিনাৰ বাতৰিখনৰ বক্স নিউজটো। দেখুৱাই সুধিলে, "এইটো কোনে দিলে ?"

"কিয়, মই দিছোঁ," মেধি আগবাঢ়ি আহিল। তেওঁৰ মুখখনলৈ চাই সি মিচিকিয়া হাঁহি এটি মাৰিলে।

"চাওঁ কি খবৰ ?" দত্তই ইমান পৰে বাতৰিখন পঢ়াই নাছিল। পঢ়ি এটাই সি ককায়েকৰ সাক্ষাতত অশ্লীল কথা এবাৰ শুনাৰ দৰে কৰিলে আৰু ক'লে, "ধেত্‌তেৰি এই খবৰটো আকৌ কেলেই দিলা ! মালিকৰ চকুত নিশ্চয় পৰা নাই, নহলে খাব।"

আটাইযে দত্তৰ ফালে শংকিত দৃষ্টিৰে চালে। তেওঁ একেবাৰে নির্লিপ্ত ভাৱে কৈ গ'ল, "ফাইনেন্সৰ জইণ্ট চেক্ৰেটেৰীয়ে ডিল কৰে এই মেটাৰবোৰ। আৰু তেওঁ কোন জানিছানে নাই ? মালিকৰ শ্যালক হেমন্ত ঠাকুৰ। এইচ পি ঠাকুৰ।"

এডিটৰৰ খঙৰ কাৰণটো স্পষ্ট হৈ যোৱাৰ লগে লগে মানুহজনৰ প্ৰতি তাৰ অপৰিসীম ঘৃণা হ'ল। সি ভেকাহি মাৰি দিলে যেতিয়া ষ্টাফ ৰিপ'র্টাৰ অৰুণ দাসে সিঙৰ মটৰ পুৰি যোৱা দুৰ্ঘটনাটোৰ কথা আকৌ তাক ক'লেহি। সিঙৰ সেই আধা খুন্দা ৰংশধ্বজে কলেজৰ ছোৱালী দেখি বলিয়া হৈ মটৰ চলাই মানুহ মাৰিব, তেতিয়া মানুহ উত্তেজিত হৈ মটৰ পোৰাটো একো অস্বাভাৱিক কথা নহয়। ভগবানে ভাল বচালে। মানুহকো যে জীয়াই জীয়াই চিতাত মুতুলিলে। পেপাৰৰ এডিটৰে আকৌ মানুহৰ উন্মত্ততাত বাইজৰ উচ্ছৃঙ্খলিত ক্ষোভ প্ৰকাশ কৰিছে।

কথাটো ভবাৰ লগে লগে তাৰ বিৰাট অনুশোচনা হ'ল। কিয় মিছামিছি সি চৰকাৰী চাকৰিটো এৰি আহিলে বাৰু ! তাত অন্ততঃ এটা নিৰাপত্তা আছিল। ইয়ালৈ আহি তাকো হেৰুৱালে।

"বাবু, আপোনাক চাবে কৈছি, মটাৰবোৰ নিউজটো ফাচ্ পেজ'ত দি চাউলোৰ পৰ্‌চেচন'ৰ মাৰামাৰিটো লকেল'ত দিবা

কৈছিল। জাগা নহালি তালুকদাৰৰ মৰা খৰবটু কালি দিলিও হবু বেলেই।"

ঘনাই কাই তাৰ একদম কাণৰ কাষলৈ আহি ক'লে, "সিঙে চাৰক ইণ্ডেই ফন কৰ্চিল। চাকচু বাপাহেৰে, তালুকদাৰ হেন মানুহটুৰ এনায় হেন খবৰ এটা আজিনু দিবা নাপায় না। চাহদোকানীটুহে ডাঙৰ হ'ল।"

সি নীৰৱে তালুকদাৰৰ নিউজটো লিখি গৈছিল। কাঠ পেন্সিলৰ আখৰ কিছুমান অস্পষ্ট হৈ পৰাত হঠাৎ তাৰ পেনটোলৈ মনত পৰিল। চুনীৰ প্ৰতি তাৰ খংটো তেতিয়াও শাম কটা নাছিল। সি পেন্সিল ডাল থৈ ঘনাই কাইক হেণ্ডেল এডাল আনিবলৈ ক'লে।

ঘনাই কাৰ শেষৰ কথাষাৰ যে কিমান অৰ্থব্যঞ্জক সি ভাবি চালে। পেপাৰত সঁচাকৈ চব ওলট-পালট হৈ যায়। ইয়াত ডাঙৰ মানুহৰ সংজ্ঞা বেলেগ। মেধাবীৰ সংজ্ঞাও বেলেগ। মালিক-পুত্ৰকে ধৰা য'ক। কলেজত তাৰ না আছিল প্ৰতিভা, না আছিল তেনে কোনো কৃতিত্ব। মিডিঅ'কাৰো নহয়, এজন চাব-ষ্টেণ্ডাৰ্ড ল'ৰা। কিন্তু আজি সি এজন কৃতী পুৰুষ। চৰকাৰে খাটিৰ কৰে আৰু চৰকাৰী অফিচাৰৰ গাড়ীত ঘুৰি পাৰ্টি খাই সংবাদ সেৱা কৰে। বাইজৰ মাজলৈ সাংবাদিক হিচাবে নিমন্ত্ৰণ পায়। চৰিত্ৰহীন অফিচাৰৰ তোষামোদ লাভ কৰে। দত্ত, তাৰোতো একো নাছিল। মাত্ৰ এটা গুণ আছে , তেওঁ মালিক-পুত্ৰ আৰু চৰকাৰী অফিচাৰৰ লগত টেবুলত যোগ দিব পাৰে। আজি কালি চৰকাৰী চাকৰিত মদ খালে তাৰ মৰণ নাই। তেনেদৰে পেপাৰতো। ছাব-এডিটৰৰ ওপৰত কিছু পৰিমাণে কৰ্তৃত্ব বজাই ৰাখিব পাৰিছে দত্তই এই এটা গুণৰ কাৰণেই। সেইবাবে তেওঁ আৰু মালিক-পুত্ৰই কেতিয়াবা মেধিৰ দৰে মানুহকো 'ইডিয়ট' বুলি ক'ব পাৰে—কলেজৰ কৃতী ছাত্ৰ মেধি, দাস আৰু আনকি তাকো। মনটো তাৰ তিক্ত হৈ উঠিল। কাগজ-কলম সামৰি থলে। আজি আৰু এনেদৰে লিখাই নহ'ব।

দূৰত সি শ্মশানলৈ যোৱা প্ৰচেছনটোৰ শব্দ শুনিলে। মনত অপৰাধবোধ হ'ল। আৰু প্ৰেছৰ দুৱাৰমুখ পাওঁতে সি নভবাকৈয়ে প্ৰচেছনটোত সোমাই পৰিল।

তাৰ আগে আগে বহুতো গাড়ী। কিছুমান কাছৰ প্ৰাক্-ঐতিহাসিক সংস্কৰণ যেন লাগিল, শামুকীয়া গতিত গৈ থকা গাড়ীবোৰ দেখি। সি বুজিলে এইবোৰ চব ডাঙৰ মানুহ, কেৱল নিজৰ বিৰাটত্ব বজায় ৰখাৰ মনেৰে একেবাৰে অনান্তৰিক ভাবে প্ৰচেছনত যোগ দিছেহি। ইয়াৰ ভিতৰতে বহুতো হয়তো উচ্চ ৰক্তচাপগ্ৰস্ত ৰোগী। তাৰ দৃষ্টি গৈ গৈ এসময়ত এখন ধুনীয়া ফেলকনত পৰিল। বিস্ময়-বিমূঢ় হৈ সি গাড়ীৰ ভিতৰত ভক্তি গদ্‌গদ্ চিত্তে বহি যোৱা মালিকৰ ফালে চাই ৰ'ল। দাসটো যে ওচৰতে আছিল, গমেই নাছিল তাৰ। পিচফালৰ পৰা ঢকা এটা মাৰি ক'লে, "ৰ'লা। আজি দুপৰীয়াতে ধৰিলে যেন পাইছোঁ। দুৰ্গাপূজাৰ বিসৰ্জ্জন-তিসৰ্জ্জন ভাবি বোধকৰো প্ৰচেছনত সোমাই পৰিল। দেখিছানে নাই, কেনেকৈ বহি গৈছে। একো কবই নোৱাৰে।

সি অৱশ্যে দাসৰ কথাত কোনো ৰস নাপালে। তাৰ মনটোত ইমানপৰে পুঞ্জীভূত হোৱা তিক্ততাবোৰ লাহে লাহে পাতলি আহিছিল মালিকক দেখাৰ পাচৰে পৰা। তাৰ সংকল্পত পৰিবেশে যে এনে অভাৱনীয় ৰূপে সহায় কৰিব সি সপোনতো ভাবিব পৰা নাছিল।

এডিটৰ চলিহালৈ তাৰ অনুকম্পা হ'ল। বেচেৰাই মালিকৰ বিষয়ে কি এটা ভুল ধাৰণা লৈ বহি আছে। এইবাৰ সি লিখিব পাৰিব। তাৰ মনটো মুকলি লাগিছে। কথাটো ভাবি ভাবি আনন্দৰ আতিশয্যত সি প্ৰচেছনটোৰ পৰা ফালৰি কাটি বেগাই খোজ ললে।

অফিচত দত্তক বিচাৰি বিচাৰি উলিয়ালে। দত্ত কিন্তু তাৰ কথাত অমান্তি হ'ল। সি শ্মশান ক'ভাৰ কৰিব নোৱাৰে।

তেনেহলে ৰাস্তাইদি লৈ যোৱা চব মৰামানুহৰ বাবেই শ্মশান কভাৰ কৰিব লাগিব। এই নিউজটো হয়তো আজি নাযাবও পাৰে, মালিকে সিঙৰ গাড়ীখন পোৱাৰ ব্লক এটা দিব পাৰিলে ভাল হয় বুলি কৈছে। পেপাৰৰ স্পেচ্ বৰ লিমিটেড। তাতে কেইটামান জৰুৰী এড্ভাৰ্টাইজমেণ্টো আছে। দত্তৰ মালিক মালিক লগা কথাখিনিৰ পৰাই সি বুজিলে নিউজপেপাৰ কিনি কোনেও নপঢ়ে। নিউজপেপাৰ বিজ্ঞাপনেহে জীয়াই ৰাখে। সিংজী এগৰাকী ভি আই পি। মালিক যে প্ৰচেছনত গৈছিল খবৰটো নিদিলেও মানুহে যাতে আন্তৰিকতাহীন বুলি দোষ দিব নোৱাৰে সেই উদ্দেশ্যে। আৰু বুজিলে জৰ্নেলিজ্ম মানে মালিকৰ স্বাৰ্থ ৰক্ষাৰ হকে কৰা নিয়ত প্ৰচেষ্টা আৰু অপদাৰ্থ কিছুমানৰ সমাজত মূল্য বঢ়োৱাৰ এটা উপায় অধ্যয়ন। কল্পনা, সুচিন্তা এইবোৰৰ কোন মূল্য নাই জৰ্নেলিজ্মত।

দত্তৰ কথাবোৰ শুনাৰ লগে লগে সি উত্তেজিত হ'ল। দত্ত যোৱাৰ পাচতো ভালেখিনি পৰ নিষ্ক্ৰিয় হৈ বহি ৰ'ল।

দিনৰ কাম শেষ কৰি ঘৰ পায়েই সি দেখিলে চুনী উচাট মাৰি তাৰ আগৰ পৰা গুছি গ'ল। টেবুলত পেনটো পুৱা এৰি যোৱা ঠাইতে পৰি আছে। দুই তিনিবাৰ চুনীৰ মাত শুনি গৈও সি তাইৰ দেখা নাপালে। পিচত তাইক লগ ধৰাৰ আশা পৰিত্যাগ কৰি তাৰ কোঠাত সোমাই পৰিল।

ৰাতিপুৱা সি খুব সোনকালে সাৰ পালে। মনটোত যোৱা দিনৰ কোনো গ্লানি সি অনুভৱ নকৰিলে। বাতৰি-কাকতখন লৈ আৰামী চকীখনত আৰামকৈ বহি ললে আৰু মাক আৰু চুনীক ডাঙৰ ডাঙৰকৈ চিঞৰিলে।

"চা, মা, ঠিক মই দিয়াৰ দৰে ওলাই গ'ল ডাব্ল কলম নিউজ।"

মাক আৰু চুনীৰ ওচৰ চপা মুৰ কেইটাৰ গোন্ধটো তাৰ ভাল লাগিল। মনত অভূতপূৰ্ব্ব এটা ভৰষাৰ অনুভূতি হ'ল। এডিটৰৰ

ক্ৰোধান্বিত মূৰ্ত্তিটোৰ কথা সি ভাবিলে। সোতত বেচেৰা একো নাই হ'ব আৰু তাক বলিয়াৰ দৰে বিচাৰি ফুৰিব। তাৰ মনে মনে হাঁহি উঠিল।

চুনীৰ মাতত তাৰ সপোন ভাগিল, "দাদা, তহঁতৰ বানান-জ্ঞান বৰ কম। তালুকদাৰ জানো মূৰ্দ্ধণ্য'ড' ?"

"আৰে ছি ছি! এই মনিপুৰীৰ কাণ্ড। সি মোৰ আখৰ ধৰিব নোৱাৰে। চাওঁ আনচোন পেনটো।"

সি শব্দটো কাটি শুদ্ধ কৰি পেনটো চুনীক ঘূৰাই দি পেপাৰখন চাই চাইয়ে ক'লে, "পেনটো তয়েই লবি। জৰ্‌নেলিজ্‌ম আৰু পেন হেনো ইণ্টাৰ-ৰিলেটেড্‌, আমাৰ চলিহা চাহাবে কৈছিল। মোক আৰু পেনৰ দৰকাৰ নাই।"

চুনীয়ে ককায়েকৰ ফালে চাই ভয়ে ভয়ে পেনটো ল'লে।

———

# ঠেঁহ

* * * * * * * * *

অতুলানন্দ গোস্বামী

বাপধনে কালি গধূলি ভাত খোৱা নাই। আজি পুৱা চাহো খোৱা নাই। দুপৰীয়াত হেনো ভাত নাখাওঁ বুলিছে। বাপধনৰ ঠেঁহ লাগিছে।

ফলত গোটেই ঘৰখন সন্ত্ৰস্ত হৈ আছে। মাকৰ মুখখন শুকান, তেওঁৰো একো খাবৰ ইচ্ছা কৰা নাই। মাথো দেউতাকেহে মাজে মাজে হাঁহি একোটা মাৰিবৰ চেষ্টা কৰি নিৰ্ব্বিকাৰ হৈ চাহ ভাত খাইছে। তাতে বাপধনৰ মাকৰ খং। লৰাটোৱে মুখত কুটা এগছ দিয়া নাই, অথচ বাপেকটো হৈ চোৱা কেনে আপোনভোলা হৈ আছে। কালি ভালেমান ৰাতিলৈকে বাপধনৰ মাকে চলিহাক কুটুৰিছে লৰাটোৰ ঠেঁহটো ভাঙি দিবলৈ। কেবাবাৰো মাকৌ মাৰিছে এবাৰ দেউতাকৰ ওচৰলৈ, এবাৰ বাপধনৰ ওচৰলৈ। নাই, কোনো কেনিও সেও নামানে।

বাপধনক লাগিবই, তাকো এই পূজাৰ কেইদিনতে। এই কেইদিনতে সি দিল্লীলৈ যাব।

চলিহাৰ কথাটো বেলেগ। তেওঁ বাপধনক হিয়া ঢালি মৰম কৰে। নকৰাৰ কাৰণো নাই। সেইবুলি এতিয়া তাৰ গোঁ বেলেগ ধৰণৰ। যুক্তিৰ ওচৰেই নাচাপে সি, হাজাৰ সামৰ্থ্য থাওক, আজিকালি দিন কাল বেয়া হৈছে। দহক দেখুৱাই ফিটাহি মৰাৰ দিন আৰু নাই। সেইটোকে নানাধৰণে বুজাবলৈ চেষ্টা কৰি চলিহা হাৰ মানিছে। বাপধন আকোৰগোঁজ। তাৰ ভাৱ, দেউতাকে তাৰ বেলিকাহে হাতৰ মুঠি টানি ধৰিছে। নহলে চলিহাই কেতিয়া কেনেকৈ কিমান টকা অবাবত খৰছ কৰিছে সি নজনা নহয়।

চলিহায়ো জানে বাপধনে জানে বুলি। হয় এনেয়ে, মান ৰাখিবলৈকে চলিহাই বহুত সময়ত বহুত টকা অনাহকত খৰছ কৰিছে। অনাহকনো বোলো কেনেকৈ ? তাৰে জানো তেওঁ এতিয়াৰ প্ৰতিপত্তি পোৱা নাই। আৰু তেনে অনেক অনাহক খৰছ কৰিব পৰাকৈ আৰ্জিব পাৰিছে কেনেকৈ।

হ'লেও বাপধনক এতিয়া সি বিচৰামতেই খৰছ কৰিবলৈ দিলে বৰ চকুত লগা হ'ব। সেইটো নোৱাৰি। এনেযে দেশখনত নানা ধৰণে হুলস্থূল লাগি আছে, টকা থকা মানুহক কোনেও দেখিব নোৱাৰা হৈছে। ভাবে, সকলো দুৰ্নীতিৰে টকা। কিয়, সেইদৰে তোমালোকে নঘটা কিয় ?

হ'লেও যি সময়ৰ যি বতাহ।

চলিহাই একো একোবাৰ ভাবে দিয়ে দিব নেকি বাপধনক টকাখিনি! কিন্তু লগে লগে আয়কৰ বিভাগে হেঁচা মাৰি ধৰিব পাৰে। এতিযালৈকে মন্ত্ৰী সদাগৰৰ লগত থকা হলি-গলিৰ বাবেই হওক বা আন প্ৰতিপত্তিৰ বাবেই হওক, কৰ কাটলৰ বেলিকা চলিহাই কোনো ধৰণৰ ছাপ পোৱা নাই। যেতিয়াই যেনেকৈ ৰিটাৰ্ণ দিছে তেনেকৈয়ে মানি লৈছে। লাইচেন্স, কেটঁামাল বা সা-সৰঞ্জামৰ মঞ্জুৰী পাওঁতে চলিহাক আজিলৈকে কোনেও বাধা দিব পৰা নাই। বিষয়াসকলে যথেষ্ট

ভয়েই বোলক বা সমীহেই বোলক কৰিছে। সেইবাবে আইনৰ কাগজ-পত্ৰ ঘাটি চাবলৈ কোনো বিষয়াই সাহ কৰা নাই আজিলৈকে।

আৰু সাহ কৰিলে সাৰিব জানো? সিবাৰ এজন উদ্যোগ বিষয়াক কথমপি চাকৰী নোযোৱাকৈ ৰাখি মাত্ৰ বদলী কৰি দিয়া হ'ল। বন্ধুবৰ বিত্তমন্ত্ৰী বৰুৱাক কৈ নিৰীহ আয়কৰ বিষয়া এজনক যাতে ইয়াত থয় তাৰ ব্যৱস্থা কৰাই লৈছে কেন্দ্ৰীয় বিভাগটোৰ স'তে। কেউফালে এইবোৰ ব্যৱস্থা কৰাওঁতে নিচেই কম খৰছ নহয়। তেনেকৈ খৰছ কৰোঁতে সেইদৰে গাত নালাগে চলিহাৰ। প্ৰত্যেকটো খৰছেই তেওঁৰ বাবে ইনভেষ্ট্‌মেণ্ট।

অকল জানো সেয়াই। যোৱা বছৰতে পূৰ্ণ শইকীয়াৰ লৰাটোক তেওঁৰ শাখা হিচাপে সৰু উদ্যোগ এটা খুলি দি বছেৰেকতে পঁচিশ হাজাৰ টকা লাভ দেখুৱাব লগা হওঁতে জানো কমবোৰ খৰছ হ'ল। পঁচিশ হাজাৰ টকাৰ মূলধন এটা উলিয়াই দি তেওঁ এতিয়া শইকীয়াৰ লৰাক নিজে চম্ভালি চলাবলৈ দিছে ব্যৱসায়। মন্ত্ৰীৰ পুতেক হিচাপে নহলেও ডেকা উদ্যোগী উদ্যোগপতি হিচাপে এতিয়া তেওঁ পাই থাকিব যি য'ত লাগে, কেঁচা মালেই বোলক, বজাৰেই বোলক বা আন কিবাই বোলক।

এইবাৰতো চলিহাৰ গাত লগা নাই, নালাগেও।

এফালৰ পৰা চালে সেইবোৰো দেশৰ কাম। দেশৰ কাম বুলিলে আৰু অনুৰোধবোৰ ওপৰ মহলৰ পৰা আহিলে চলিহাই খৰছলৈ কেৰেপ নকৰে। খৰছ কৰিবৰ তেওঁৰ সামৰ্থ্য আছে। সেইবাবে তেওঁ বাপধনক বাধা দিয়া নাই। বাধা দেখদেখকৈ বা চকুত পৰাকৈ ফিটাহি মৰাতহে।

কেলেই সি আন যি মন যায় নকৰে কিয়? কালচাৰ কৰক! বোম্বে টোম্বেৰ পৰা কোনোবা ফিল্ম ষ্টাৰ এজনা আনি দেখোন এখন শ্ব' পাতিব পাৰে। তাতো জানো কম খৰছ।

দিব চলিহাই। সেইটো অন্ততঃ কালচাৰেল এফেয়াৰ বুলি ল'ব পাইজে।

নহলে ইউথ্ কিবা এটা নকৰে কিয়! যুৱশক্তিৰ নামত কিবা এটা কৰিলেও কম খৰছ হয় জানো। পাতক কিবা এটা অন্ততঃ দেশৰ নামত। মেলা পাতক কিবা এটা। দিব খৰছ চলিহাই। সেইদৰে নামো হয়, খানো হয়।

কিন্তু উঁহো। বাপধনৰ সেইবোৰ খবৰ নাই। অকণো বুজ হোৱা নাই তাৰ। কিমান কৈছে, আনবোৰ উদ্যোগত নালাগে। তাৰ নিজৰ প্ৰিয় এলেকা, চিনেমা হ'লটোকে সি চন্তালক। নাই, নকৰে।

পঢ়াশুনা নহল, সেইবাবে চলিহাৰ অকণো আক্ষেপ নাই। পঢ়া-শুনাৰ কোনো মানে নাই আজিকালি। বয়স থাকোতেই মাথো সি সমাজত নাম এটা ৰাখক। কিমান সহজ আজিকালি সেই কাম। কিবা এটা আন্দোলন নকৰে কেলেই। লগৰ কিমান লৰা আছে, আটাইবোৰ লগ লাগি কিবা এটা ইছুলৈ দুখনমান সভা পাতক। এনেয়ে বহি থকা লৰাবোৰক দুদিনমান হোটেলে টোটেলে খুৱাই আন নালাগে, চহৰখন যে দিনে দিনে লেতেৰা হৈ আছে তাকে লৈ দেখোন এটা আন্দোলন কৰিব পাৰে। তাতো দেখোন হাজাৰ চেৰেক টকা এনেয়ে পানীর্ত পেলোৱা হব। হওক, বাপধন অন্ততঃ কিবা এটাত ব্যস্ত থাকক।

নাই, ভাল বুদ্ধি তাৰ মূৰত নোসোমায়। বয়স বৈ নাথাকে সেই কথা সি আজিও বুজিব পৰা নাই।

সি অন্ততঃ দেউতাকৰ অৱস্থাটো বুজা উচিত। সিতো নজনা নহয়, সি বিচৰা পঞ্চাচ ষাটি হাজাৰ টকাৰ কাৰণে চলিহাই তাক এইদৰে না কৰা নাই। সি জানো দেখা নাই যোৱা চাৰি পাঁচমাহে ধকৱাৰ লগত লাগি তেওঁ নিজৰ কাম-কাজো ভালকৈ চোৱা নাই। কিয়? বকৱাৰ দুৰ্নীতি নিবাৰণ প্ৰচেষ্টাত তেওঁ কেনেকৈ লাগি আছে

বাপধনে জানো দেখা নাই। এয়া মাত্র এলপ্ৰাহক আগতে বকৰাব "দেশক দুৰ্নীতি মুক্ত কৰক" শীৰ্ষক বক্তৃতামালা তেওঁৰ নামত প্ৰকাশ হৈ গৈছে। প্ৰকাশ হৈছে মানে ছপাৰ খৰছ বুলি টকা দহ হাজাৰ তেওঁ নিজে বকৰাৰ হাতত দি থৈ আহিছে। প্ৰেছে টকা খুজিবলৈ আহিছেনে নাই চলিহাই নাজানে। জানিব খোজাও নাই। কিন্তু তেওঁ সেই বক্তৃতামালাৰ প্ৰকাশক।

ইমান দিনে নিকিনিলে। এতিয়া দেশত এনে এটা প্ৰেষ্টেজ চলি থাকোতে হঠাতে মাৰ্চিডেজ গাড়ী এখন আনি চৌহদত সুমালে কোনে নেদেখাকৈ থাকিব। আৰু সেইখনৰ বাবেই অৰথা শমাহীহঁতে আকৌ এবাৰ হুলস্থুল লগাব। ফলত বকৰা শইকীয়াহঁতেও আনক দেখুৱাই হলেও কিছুদিনলৈ সম্পৰ্ক এৰি দিব লাগিব।

এইবোৰ কথাকে বাপধনক বুজাব পৰা নাই চলিহাই। যাওক বাপধন দিল্লীলৈ। লাগিলে আৰু এখন নতুন ফিয়েট গাড়ীকে লওক। এলটমেণ্ট একেদিনাই পাব চলিহাই। সেইবাবে চিন্তা নাই। লাগে যদি ভাল ড্ৰাইভাৰ এটা লৈ, লগত বন্ধু বান্ধৱী কোন আছে লৈ গাড়ীৰেই ফুৰি আহকগৈ।

কিন্তু প্লীজ বাপধন, নট এ মাৰ্চিডেজ। অন্ততঃ এতিয়া নহয়। ষ্টেট ট্ৰেডিং কৰ্পোৰেচনে আগলৈকো বেচি থাকিব বিদেশী গাড়ী। দিনকাল ভাল হ'ক তেতিয়াই লবি এখন। লাগিলে, ভাল কথা, টকা ষাটি হাজাৰ, নহয় একলাখ, নি নিজৰ নামত বেলেগে আজিয়েই জমা থওক। হবতো? কিন্তু দহক দেখুৱাই বিদেশী চৌখীন গাড়ী এখন গেৰেজত সুমাবহি নালাগে।

বাপধনে বুবুজে। ঠেহ ভগা নাই তাৰ এতিয়াও। হাঁহি মাতি আছে যদিও চলিহাকো মনটো ভাল লগা নাই।

চলিহাৰ মন বুজি চাকৰ বাকৰবোৰো নিজান, তুপনীয়া ভাত যদি সঁচাকৈয়ে বাপধনে নাখায়হি আজি কি হয় ঠিক নাই।

দুপৰীয়া হৈ অহাৰ লগে লগে আটাইবোৰ সমস্ত হৈ পৰিল। কোনো বাপধনৰ ওচৰলৈ যোৱা নাই। কোঠাৰ দুৱাৰ মাৰি সোমাই আছে। মাকে মাথো মাজে মাজে গৈ 'সোণটো আহছোন ওলাই' বুলি মাত লগাই আছেগৈ।

কথাটো চাই থাকিব নোৱাৰি ৰাজেন নিজৰ ঘৰলৈ গুচি গ'ল। চাকৰ বাকৰৰ কাৰণে কেইবাটাও আউট-হাউছ আছে চলিহাৰ চৌহদত। তাৰে দুটামানত ৰাজেনৰ দৰে সপৰিয়ালে থাকে তিনিজন লগুৱা। ৰাজেনৰ পৰিয়াল বোধকৰো পিছফালৰ জপনাইদি আজি পুৱা ওলাই গৈছিল পূজা চাবলৈ। আহিলেনে নাই এথোন।

ৰাজেনবো ভাল লগা নাই। চলিহা চলিহানীৰ খেদ দেখি সিও ধৰিব পাৰিছে বাপধননো একোৰ, চলিহাও একোৰ। বাপধনে বিলাতী গাড়ী নাপালে নেৰে, চলিহাই লাগিলে দুগুণ টকাকে দিব কিন্তু বিলাতী গাড়ী কিনিবলৈ নিদিয়ে। ঈশ্বৰেহে জানে কোনে বাপধনৰ ঠেঁহ ভাঙিব বা চলিহাৰ জেদ ভাঙিব।

আমন জিমনকৈ ঘৰ সোমায়েই ৰাজেনে গম পালে তাৰ কাৰণে কিবা পয়মাল হৈছে। সৰুবাপে এফালে উচুপি কান্দি আছে আৰু মাকে কিবা এটা ভোৰ ভোৰাই আছে।

—"কি, কি হ'ল অ' ?" বুলি সুধিবলৈহে পালে, ঘৈনীয়েক ডাং খাই আহিল। জোকাৰ মাৰি ক'লে—"ৰজাৰ লৰাৰ ঠেঁহ লাগিছে। যাওক ভাঙকগৈ। ইমান ক'লো দহ নয়াৰ বেলুনকে লওক, মিছাতে ফুটিহে থাকিব। নাই তেখেতক এটকীয়া বেলুনহে লাগে। ডাঙৰ।"

ৰাজেনৰ খঙে মূৰৰ চুলি পালেগৈ। চাৰিবছৰীয়া পুতেকক টানি আনি দুটা চৰ শোধাই ক'লে, "এই এটকীয়া বেলুন ফুটাই পইচা পানীত পেলাবলৈ নবাব ওলালিয়েই নে ? পইচা, পইচা হবলা 'মাঙ্না' আহিছে, হয়নে।"

———

## এচপৰা দুখ

* * * * * * * * * *

ইমৰাণ শ্বাহ

জমিলা ওলাই আহিছে। জমিলাৰ লগত চাৰিবছৰীয়া য়াকুব আৰু ডেৰবছৰীয়া হুছেন। ধুনীয়া চেহেৰাৰ কিন্তু ভোকে আঁহ শুকুৱা এহাল শিশু।

জমিলা সদায় নাহে। মাহত দুবাৰ। কেতিয়াবা তিনিবাৰ। সদায় একে ঠাইলৈ নাযায়। যাওঁতে যাওঁতে অনেক ঠাই, অনেক মানুহ জমিলাৰ চিনাকি হৈ গৈছে। আজি প্ৰায় তিনিমাহৰ মূৰত জমিলা বজা আলিলৈ আহিছে। বজা আলি মুছলমান গাওঁ। মুছলমান গাওঁ বাছি বাছিয়েই জমিলা যায়। নিজকে ভিখাৰিণী বুলি ভাবিবলৈ এতিয়াও জমিলাৰ লাজ লাগে যদিও অভিজ্ঞতাই জমিলাক শিকাইছে, ভিক্ষাৰ বাবে ধৰ্ম্মতকৈ প্ৰশস্ত চমুবাট আৰু নাই।

তিনি আলি মূৰ পাই জমিলাই ভাবিলে আজি তাই কাৰ কাৰ ঘৰলৈ যাব। আজি চাপ্লাই ইনপেক্টৰ আব্চৰ আলি, ঠিকাদাৰ হুৰমত শ্বাহ, হাজি চাহেব মকছেদ আহমদ আৰু বৃদ্ধ প্ৰফেচৰ হকিক হুছেইনৰ ঘৰলৈ যাব। এই কেঘৰত ঠিক ঠিক মতে কথা ক'ব পাৰিলে

তাই কমেও দহ টকা পাবই। তিক্কাই জমিলাক অভিনয় কৰিবলৈ শিকাইছে। শিকাইছে ধুনীয়াকৈ সাজি কথা ক'বলৈ। এসময়ৰ অত্যন্ত সবল ছোৱালী জমিলা আজি দৰকাৰ হ'লে কৈতৰণী হ'ব পাৰে। নিজৰ কথা মনত পৰিলে জমিলাৰ হাঁহি উঠে। তিনিটা পেট আৰু এটা দেহ বচাই ৰাখিবলৈ কি কৰিব লগা হোৱা নাই জমিলাৰ। হায়ৰে সমাজ। সমাজত থাকিবলৈ সমাজৰ পৰাই সাৱধান হ'ব লগা কৰিছা তুমি জমিলাক। দুটা শিশু পেটক ভাত দিবৰ সমৰ্থ নথকা তুমিও আকৌ সমাজ? নিজলৈ, মাথোন নিজলৈ মায়া নথকা হ'লে এই মুহূৰ্ত্ততে জমিলাই সমাজ-ধৰ্ম্ম-নীতি ইত্যাদিক দুয়োখন হাতৰ বুঢ়া আঙুলি দেখুৱাই দিব পাৰিলেহেতেন। কাৰণ তাই জানে তাইৰ যৌৱন এতিয়াও আছে। নহলেও কোনো আপত্তি নাছিল কিয়নো তাই যথেষ্ট ধুনীয়াও।

জমিলা আহি চাপ্‌লাই ইন্সপেক্টৰ আব্‌চৰ আলিৰ পদূলি পালেহি। প্ৰায় দুকুৰী বছৰীয়া আলি এটা বান্ধনি ল'ৰা লৈ অকলে থাকে। লৰাৰ পঢ়াৰ সুবিধাৰ বাবে ঘৈনীয়েকক লগত ৰখা নাই।

চাপ্লাইত চৰ পায। আনে জানক নাজানক এই কথা জমিলাই জানে। আব্‌চৰ আলিৰ চকু দুটা তাই চিনি পায়। তেওঁৰ কথা জমিলাই শুনিছে। ৰসিকতাৰ ভাগ পাইছে। গতিকে তাই অকণমান সাৱধান হ'লেই লাঠি নভঙাকৈ তাই সাপ মাৰিব পাৰে। তাই সাৱধানে সাজুহৈ সোমাই গ'ল।

"আৰে জমিলা দেখোন। বহা বহা। বহুতদিন দেখা নাই দেখোন।"

"আমাৰনো কি আৰু।" জমিলা মুঢ়া এটাত বহিল। মাগি খুজি খোৱা মানুহ। আমাকনো কি দেখিব।"

জমিলাই প্ৰথম পাত অস্ত্ৰ এইবাৰ এৰি দিলে। নিৰ্ব্বিকাৰভাৱে চাদৰখন খহাই চোলাটো দাঙি কেচুৱাটোৰ মুখখন স্তন এটাত লগাই

দিলে। বগা পুষ্ট বেলুন এটাৰ দৰে টন্‌টনীয়া এটা স্তন আব্‌চৰ আলিৰ চকুৰ আগত নাচি থাকিল।

কথা ক'বলৈ পাহৰি আব্‌চৰে তাইলৈ চাই থাকিল।

অন্যমনস্কভাৱে জমিলাই বুকুখন আৰু ফিল্দ খুৱাই পিঠিখন খজুৱালে। এনেয়ে এবাৰ জিভাৰে ওঁঠজোৰ চেলেকিলে।

তাৰ পিচত পোনে পোনে আব্‌চৰৰ চকুলৈ চাই হঠাৎ কৈ উঠিল, "বৰ এটা বিপদত পৰিছে আছিলো। আপুনি নৰচালে মৰিলো আৰু। খোদাই আপোনাক ঢেৰ দিছে। মোক টকা পাঁচোটা লাগে। মাজুটোৰ বৰ জ্বৰ। দেৱাই এপালি মুখুৱাকৈয়ে মৰিবলৈ ওলাইছে।"

বহুতদিনৰ পৰাই আব্‌চৰে জানে জমিলাৰ মাত্ৰ দুটা সন্তান। কিন্তু জমিলাৰ প্ৰথম পাত অস্ত্ৰতে বেয়াকৈ ঘাইল হোৱা ভেওঁৰ সেই কথা এতিয়া মনত নপৰিল। টকা পাচোঁটা লৈ যাবলৈ ওলোৱা জমিলাক ওঁঠ চেলেকি চেলেকি তেওঁ মাত্ৰ ক'ব পাৰিলে, "ঘুৰি যাওঁতে মোৰ ইফাত এবাৰ সোমাই যাব পাৰিবানেকি জমিলা ?"

তেওঁলৈ নেচাই জমিলাই হঠাৎ ক'লে, "কাম কৰা লৰাটো থাকিব নহয়।"

"আবেলি সি বজাৰলৈ যায়।"

জমিলা গ'লগৈ। তাই ভাবিলে ঘৰলৈ যাওঁতে নৈৰ পাৰৰ বাটে দি যাব লাগিব। এইফালেদি যাব নোৱাৰি। এই মানুহটো গোটেই আবেলি কিতাপ পঢ়াৰ ভাও জুৰি নিশ্চয় তাইক বাৰান্দাত বহি বখি থাকিব।

হুৰমত শ্বাহ ঠিকাদাৰৰ ঘৰত সোমাই পোনেই তাই ঠিকাদাৰৰ ঘৈনীয়েকক লগ ধৰিলে। তাৰ পিচত হুৰমতক। হুৰমত শ্বাহে অনেকবাৰ দেখুৱাৰ দৰে তাইক আকৌ এবাৰ পুতৌ দেখুৱালে। জমিলাৰ গিৰিয়েক মানুহ হিচাবে কিমান নেক আৰু মহৰি হিচাবে কিমান এফিচিয়েন্ট আছিল ক'লে। সহকৰ্মী বজত ঠিকাদাৰ কিমান-

বেইমান তাৰ অনেক নজীৰ দেখুৱালে। বজতৰ যাবেই জমিলাৰ গিৰিয়েক দুনিয়াৰ হাতত মৰিব লগা হ'ল। বজত ঠিকাদাৰৰ হক আছিল জমিলাক জীৱন-ভৰ খৰপোচ দিয়া। কিন্তু দিয়া নাই। নিজে মটৰ কিনিছে। তাৰ পিচত বজতইতৰ প্ৰতি এক প্ৰসন্থ বিষোদ্‌গাৰ। জমিলাই জনামতেই তাৰ পিচত আঁঠ অনা পইচা লৈ তাই ওলাই আহিল হাজি চাহেব মকছেদ আহমদৰ ঘৰলৈ।

ওৰণিৰে মুখ ঢাকি তাই হাজি চাহেবক তচ্‌লিম কৰিলে। পুতেকৰ হতুৱাইও তচ্‌লিম কৰালে। হাজিয়নীয়ে দিয়া ভাত খাই তাতে তাই জোহৰৰ নামাজ পঢ়িলে। জমিলাই নামাজ পঢ়িব জানে। কিন্তু নপঢ়ে। প্ৰায় ২॥ মান বজাত আকৌ তচ্‌লিম কৰি যাবলৈ ওলাল।

"জমিলা, ভালে আছ।"

"ভাল আতাজান।"

"বিপদত পৰি খোদাক পাহৰি যোৱা নাইতো? নমাজ-ৰোজা ৰাখিছ?"

"খোদাই নাৰাখিলে এই বাঁৰী ক'ত যাব আতাজান?"

"মই লিখি দিছো, তই আমাৰ মুনিবৰ পৰা কিবা এটা দিব লৈ যাবি।"

মুনিবৰ পৰা জমিলাই টকা দহটা লৈ প্ৰফেচাৰ হকিক হুছেইনৰ ঘৰলৈ খোজ ললে। হাজি চাহেবৰ লাখ টকাৰ কাৰবাৰ। দানী, উদাৰ, পৰহেজগাৰ। প্ৰফেচাৰ হকিক বৃদ্ধ হৈছে। বিয়া-বাৰু নকৰা মানুহ। কিতাপ, ইমান, শিক্ষাদান আৰু কৌমৰ কল্যাণ-কামনা কৰি কটায়।

"কোন, জমিলা? বহা।"

"চাৰ, অকমান সহায় বিচাৰি আহিলো।"

জমিলাই জানে মুক্তহস্ত প্ৰফেচাৰ ভিক্ষাবৃত্তিৰ প্ৰতি বিতশ্ৰদ্ধ।

নিজকে তাইয়ো ঘিণ কৰে। কিন্তু নিজক ঘিণ কৰিলেইতো সকলো সমস্যা সমাধান হৈ নাযায়।

"কি সহায় ?"

"চাৰ, এইটো য়াকুব। ইয়াক এইবাৰ স্কুলত নাম লিখাই দিব খুজিছোঁ। অলপ সহায় কৰক চাৰ।"

চাৰে ডাঠ চছ্‌মাৰ ফাকেৰে য়াকুবলৈ চালে।

"কি নাম ?"

"য়া য়াকুব।"

"বগলি ক'লা কেনৈ জান ?"

"ব – বগলিতো ব—বগা।"

"চাবাচ। 'নেজানো'টো মুখত লৈ অহা নাই। বুইছা জমিলা, আজিকালিৰ লবাৰ মুখত 'নেজানো'টো তচ্‌বিহৰ দৰে। আচ্চা, এই লবাটো তুমি মোক দি নিদিয়া কিয় ? মই তাক পঢ়াই মানুহ কৰি তোমাৰ আমানত তোমাক ওৱাপচ দি দিম।"

"সেয়াতো ভাগ্য চাৰ। কিন্তু এই দুখুনী কাক লৈ থাকিম।" জমিলাই আচলেৰে চকু মোহাৰিলে।

"সেযা সেযা। কান্দিলাই। ঠিক আছে। তুমিয়ে লগত ৰাখি পঢ়োৱা। যি খৰচ-পাতি হয় মোৰ পৰা লৈ যাবা। কিমান লাগিব নাম লগাওঁতে ?"

"মাষ্টৰে কিতাপে-পত্ৰই দহটকা পৰিব বুলিছে।"

"আচ্চা, পোন্ধৰ টকা লৈ যোৱা। তাক এসাজ কাপোৰো লাগিব।"

ৰাতি শুই শুই হঠাৎ য়াকুবে সুধিলে, "মাই, অথনিয়ে সেই মানুহটোৱে তোক ঘুৰি যাওঁতে সোমাবলৈ কৈছিল, নোসোমালি কিয় ? আৰু পইচা দিলেহেতেন কিজানি।"

"শুই থাক য়াকুব। দেৰী হৈ গ'ল যে। ঘৰ পাওঁতে ৰাতি হৈ গ'লহেতেন।"

"তই কেনৈ ফাঁকি দিলি? মোৰ দেখোন তাইৰ জৰ হোৱাই নাই। মোৰ কৈ দিবৰ মন গৈছিল, মাই মিছাকে কৈছে বুলি।"

একো নামাতি জমিলাই জোৰেৰে তলৰ ওঁঠটো কামুৰি ধৰিলে।

পিচ মুহূৰ্ত্তে য়াকুৱে আকৌ সুধিলে, "মোক কেতিয়া স্কুলত নাম লিখাই দিবি মা?"

একো নামাতিলে জমিলাই। তাই কান্দিছিল। তাইৰ চকুলোবোৰে যেন কৈছিল, "তুমি য'তে থাকা, নামি আহা খোদা। তুমি নিজে আহি য়াকুবৰ প্ৰশ্নৰ উত্তৰ দিয়াহি। তাৰ মাক হৈ তাক মই জহন্নামলৈ লৈ যাবলৈ ওলাইছোঁ।"

"মাই, মাই, তই শুনি নেকি মাই?"

য়াকুব শুই পৰে। জমিলাৰ মনত পৰে মাথোন হাজি চাহেৰ আৰু প্ৰফেচ্ছৰলৈ। যত্ন কৰিও তাই ঠিকাদাৰ আৰু ইন্সপেক্টৰৰ মুখবোৰ মনত পেলাব নোৱাৰিলে।

তাইৰ টোপনি নাহে। অনুমানতে জমিলাই ৰাতিপুৱাবলৈ কিমান সময় আছে হিচাব কৰি চায়।

---

# বেহাই মূল্য

*  *  *  *  *  *  *  *  *  *

—নিৰুপমা বৰগোহাঞি

জুবিয়ে যেন যোৱা দহ দিনে এই পহিলা তাৰিখটো আহিবলৈহে বাটচাই আছিল, কাগজত বিজ্ঞাপনটো ওলোৱাৰ পৰা দহ দিনে দিনবোৰ গণি আছিল—এতিয়া মাহৰ এক তাৰিখ হোৱাৰ দিনা আবেলিয়ে গৈ তাই মাকক ভয়ে ভয়ে কৰবলৈ ধৰিলে গৈ :

মা, দেউতাই দৰমহা পালে নহয় ? মই শাৰীখন কিনো দিয়া। ৩ তাৰিখে ৰিডাকচন চেল্ শেষ হৈ যাব—। ইফালে তো সিহঁতে যোৱা মাহৰ কুৰি তাৰিখৰ পৰাই চেল্ আৰম্ভ কৰি দিছে—ইমানদিনে আৰু ভাল শাৰী কিবা বাকী আছে নে ? তথাপিও বাকী থকা-বোৰৰ মাজৰ পৰা যি ভাল পাওঁ বিচাৰি উলিয়াও গৈ, দেৰী হ'লে তেনে ভাল পোৱাৰ চান্স কমি যাব।

কথা কেইটা কৈ কৈ জুবিয়ে মাকৰ উত্তৰৰ বাবে আশাৰে আৰু ভয়েৰে বাট চাই ব'ল। আৰু তাইৰ লগতে একে আশা আৰু ভয়েৰে বাট চাই ব'ল মণিয়েও, শাৰীখন যদিও জুবিয়ে কিনিব, কেতিয়াবা বায়েকে দয়া কৰি তাইকো পিন্ধিবলৈ দিব, তাইও গাভৰু হৈছে, ফ্ৰক পিন্ধি থাকিলেও তাইও মাজে মাজে শাৰী মেখেলা

চাদৰ পিন্ধে। গতিকে জুবিয়ে শাৰী পালে তাইৰ হিংসা লগাতকৈ ভাল লাগে—অৱশ্যে জুবিয়ে যদি তাইক পিন্ধিব নিদিলেহেতেন বা তাইৰ নিজৰ মেখেলা চাদৰ পিন্ধাৰ বয়স নহলহেতেন তেতিয়াহ'লে বায়েকে মেখেলা চাদৰ লোৱা কথাটো তাই সহ্য কৰিলেহেতেন নে নকৰিলেহেতেন কোৱা টান। তাইৰ সক ভনীয়েক বুলুৱে যদি কেতিয়াবা নতুন ফ্ৰক লয় তাই কিন্তু সমানে ফেপেৰি পাতি ধৰে।

এতিয়া মাকে কি কয় শুনিবলৈ জুবিৰ লগতে তায়ো বাট চাই ৰ'ল আৰু জুবিৰ লগতে তায়ো এইটো জানিয়ে বাট চাই ৰ'ল যে মাকে আগতে অলপ খং বাগ নকৰাকৈ শাৰী কিনাত সম্মতি নিদিয়ে —যদিও তেওঁ ভালকৈ জানে যে জুবিয়ে শাৰী চখত কিনিবলৈ ওলোৱা নাই, প্ৰয়োজনতহে কিনিব ওলাইছে। আৰু চখত কাপোৰ কিনাৰ প্ৰশ্ন আজি কিয়, জুবিহঁতৰ জীৱনত কোনো দিনেই উঠা নাই। দেউতাক মধু ডাউকা খবৰ কাগজৰ চাব্ এডিটৰ, চাকৰি কৰা বহুত দিন হ'লেও যিখিনি টকা পায় সিহঁতৰ পাচোটা লৰা-ছোৱালীৰ সংসাৰখন সচ্ছলভাৱে নচলে। জীৱনৰ অতি প্ৰয়োজনীয় বস্তুৰ বাহিৰে সিহঁতৰ এটা ভাই ভনীয়েও কোনো দিন কোনো বস্তু কেৱল চখৰ কাৰণে পোৱা নাই। জুবি লৰা-ছোৱালীবোৰৰ ভিতৰত ডাঙৰ, তাই কলেজত পঢ়ে, দেখাত ধুনীয়া, ফিগাৰ ধুনীয়া, মনত চখ-কামনা-বাসনা সকলো আছে, ধুনীয়া ধুনীয়া শাৰী পিন্ধি নিজৰ সুন্দৰ শৰীৰটো মনোমোহা কৰি তুলিবলৈ তাইৰ খুবেই মন যায়, কিন্তু কোন দিনা তাইৰ এই হেপাহ পূৰ্ণ হয় জানো? লগৰ ছোৱালীবোৰে পিন্ধা দেখিলে খুব হিংসা হয়, ভাব হয় তাইৰ দেউতাক চাব্ এডিটৰ নহৈ অইন ধৰণৰ চাকৰীয়াল নহ'ল কেলেই? লাগে সেই চাকৰি সৰুৱে হুওক। তেওঁ যদি এনে এটা চাকৰি কৰিলেহেতেন য'ত বাহিৰা পইচা দুপইচা আহে। সিহঁতৰ ওচৰতে থকা অমলাৰ দেউতাকেতো কৰ্টত কেৰাণীৰ কামহে কৰে, কিন্তু তাইৰ কি শাৰীৰ বাহাৰ! কিন্তু জুবিৰ সকলোতকৈ দুখ হ'ল যে তাই তো চখত শাৰী লবলৈ

নেপায়েই, প্ৰয়োজনৰ শাৰীখনো কাচীৰজাৰৰ হবেক দোকান চলাথ কৰি, নানা ৰকমৰ শাৰীৰ পৰা বিচাৰি নিজৰ পচন্দ মতে কিনি ল'ব নোৱাৰে। তাৰ কাৰণ হ'ল মাকে সিহঁতৰ কাপোৰ কানি কিনি দিয়ে বিডাকৃচন্ চেল্ চাইহে। এনেকৈ কিনিলে ছুটা কাৰণতে নিজৰ ঠিক পচন্দৰ শাৰী পোৱা নেযায়—প্ৰথম কাৰণটো হ'ল ৰেহাই মূল্যত বস্তু বেচি দিয়া মানেই আগৰ পুৰণি বেচা নোযোৱা কাপোৰ সস্তা কৰি দি বেচিবৰ চেষ্টা কৰা। তেনে পুৰণি ষ্টকৰ কাপোৰ লৈয়ে সন্তুষ্ট থাকিব লগা হয় জুৰিৰ আধুনিক ফেশ্যন-প্ৰিয় মনটোৱে, তাৰোপৰি পুৰণি ষ্টকেইতো কেৱল নহয়, বিডাকৃচন্ চেলৰ শাৰীৰ সংখ্যাও হয় সীমাবদ্ধ—সেই কেইখনমান শাৰীৰ ভিতৰৰ পৰাই নিজৰ পচন্দমতে বাচি লবলগীয়াত পৰে জুৰিয়ে। আন আৰু এটা অসুবিধা হৈছে যে ৰিডাকৃচন্ চেল্ যদি মাহৰ মাজভাগৰ পৰা বা শেষৰ পৰা আৰম্ভ হয় তেতিয়াহ'লে জুৰিৰ বাবে সেই সীমাবদ্ধ ষ্টকৰ শাৰীৰ সংখ্যা আৰু কমি আহে, গতিকে পচন্দ কৰিবলগীয়া শাৰীৰ সংখ্যাও লগে লগে কমি আহে। তাৰ কাৰণ হ'ল মাহৰ প্ৰথম অৱস্থাৰ বাহিৰে মাজ বা শেষ ভাগত শাৰী কিনাৰ ক্ষমতা জুৰিহঁতৰ দৰে আৰ্থিক দুৰ্দ্দশাৰ মানুহৰ নেথাকে। গতিকেই তাই বাট চাবলগীয়া হয় মাহৰ পহিলা তাৰিখ অহালৈকে।

এইবাৰো তেনে এটা দুৰৱস্থাই হ'ল জুৰিৰ। যোৱা তিনি মাহ মানৰ পৰাই তাই মাকক শাৰী এখন খুজি আহিছে। জীয়েকৰ যে সঁচাকৈয়ে এখন শাৰীৰ প্ৰয়োজন হৈছে মাকে বুজিছেও। কিন্তু কিজানিবা ক'ৰবাত ৰেহাই মূল্যত শাৰী বেচাৰ বিজ্ঞাপন ওলায়েই—এই আশাৰেই কিছুদিন বাট চাব খুজিলে মানুহজনীয়ে। তাৰ পিছত সেই আশা ফলৱতী কৰি সঁচায়ে এদিন গোৱেংকাত শাৰীৰ বিডাকৃচন্ চেল্ আৰম্ভ হ'ল আৰু কাগজত সেই বিজ্ঞাপন দেখি জুৰিৰ মাক ৰাজী হ'ল জুৰিক শাৰীখন কিনি দিবলৈ। কিন্তু এটা কথা—এই

মাহতে কোনোমতে সম্ভৱ নহ'য়, অহা মাহৰ ৩ তাৰিখলৈকে দিন আছে যেতিয়া ১ তাৰিখে দৰমহা পাই কিনিলেই হ'ব।

জুৰিৰ মাকৰ গৰ্ব্ব যে কাগজত বিজ্ঞাপনটো চকুত পৰিছিল প্ৰথম তেওঁৰেই—ছোৱালী কেইজনীতকৈ তেওঁ অশিক্ষিতা হ'ব পাৰে, কিন্তু তেওঁৰ দৰে কোনো এজনীয়ে খবৰ কাগজত চকু নুফুৰায়। গিৰিয়েক 'দৈনিক সংবাদ'ৰ চাব্ এডিটৰ্, ঘৰলৈ ফ্ৰি কপি আনে তিনিখন, তাৰে এখন জুৰিৰ মাকৰ একচেটিয়া অধিকাৰত। দুপৰীয়া ভাত-পানী খাই জিৰাবৰ সময়ত তেওঁ কাগজখন মেলি লয়, বিজ্ঞাপনবোৰ এফালৰ পৰা আতিগুৰি মাৰি পঢ়ি লোৱাৰ পিছত অসমৰ বা-বাতৰিৰ পৃষ্ঠাটো মেলে,—ক'ত গ্ৰহণী ৰোগৰ প্ৰাদুৰ্ভাৱ হৈছে, ক'ত ডেকা-গাভৰুৱে ব্যৰ্থ প্ৰেমৰ জ্বালাত আত্মহত্যা কৰিলে, ক'ত কোন বাছ-ট্ৰাকৰ খুন্দাত আহত বা নিহত হ'ল, ক'ত কোন মন্ত্ৰীক সম্বৰ্দ্ধনা জনোৱা হ'ল, ক'ত মহিলা সমিতিৰ সভা-সমিতি হ'ল —এই নানা তৰহৰ খবৰবোৰ জুৰিৰ মাকে খৰচি মাৰি পঢ়ি যায়। ইয়াৰ পিচতহে তেওঁ আন আন বাতৰি থকা পৃষ্ঠাবোৰলৈ আহে আৰু সিমান পৰে তেওঁৰ চকু জাপ খাই আহিবলৈ ধৰে, হাতৰ পৰা কাগজ সৰি পৰি যায়।

খবৰ কাগজ পঢ়াৰ পৰা জুৰিৰ মাকৰ সংসাৰৰ ক্ষেত্ৰত হ'লে এটা লাভ সঁচাকৈয়ে হৈছে, সেই খবৰৰ কাগজত মাজে মাজে ওলোৱা ৰিডাক্চন্ চেলৰ বিজ্ঞাপনবোৰ পঢ়ি পঢ়ি তেওঁ সংসাৰৰ প্ৰয়োজনীয় সকলো বস্তু তেনে সুলভ মূল্যতে কিনি কিনি দুখীয়া সংসাৰৰ কিছু ব্যয় সংকোচ কৰিব পাৰিছে। জুৰিৰ মাকৰ তো মনতেই নপৰে যে কেতিয়াবা কিবা বস্তু তেওঁ বেহাই মূল্যৰ বাহিৰে সাধাৰণ প্ৰচলিত মূল্যত কিনি পাইছে। কিবা এটা বস্তুৰ প্ৰয়োজন হ'ব—তেওঁ তাক লগে লগে নিকিনি সেই বস্তুৰ অবিহনেই কষ্টকৈ চলি বেহাই মূল্যৰ বিজ্ঞাপনলৈ বাট চাই ৰ'ব। অৱশ্যে সকলো বস্তুৰে ৰিডাক্চন চেল নহয়—সেইটোৱেই দুখ জুৰিৰ মাকৰ। অৱশ্যে বস্তু সংগ্ৰহ কৰাৰ

তেওঁৰ আন এক উপায় হ'ল উপহাৰ থকা বস্তু বাছি বাছি কিনা। তেনেকৈয়ে তেওঁ চার্ফ, ভিম্, টুথপেষ্ট, পাউডাৰ আদিৰ লগতে সন্তাত প্লাষ্টিকৰ বাল্টি এটা, হিণ্ডালিয়ামৰ কাঁহি-বাতি এজোৰ আৰু হেতা এখনো কিনি লৈছে।

এবাৰ অৱশ্যে এক বিডাক্চন্ চেলত জুবিৰ মাকে একেখন দোকানতে সকলো ধৰণৰ বস্তু কিনাৰ সুবিধা এটা পাই গৈছিল—সেই দোকানখন হ'ল কো-অপাৰেটিভ চোচাইটিৰ চুপাৰ মার্কেট্ 'সহায় ভাণ্ডাৰ'। 'সহায় ভাণ্ডাৰে' বিবাট লোকচান ভৰিবলৈ আৰম্ভ কৰা দেখি সকলোবোৰ বস্তুকে সস্তা দামত বেচি দি দোকানখন উঠাই দিয়াৰ সিদ্ধান্ত কৰিলে। সেই সময়তে সেই একেখন দোকানৰ পৰাই জুবিৰ মাকে শাৰী কিনিলে, চুয়েটাৰ কিনিলে, জোতা কিনিলে, কাপ-প্লেট কিনিলে আৰু বিচনা চাদৰ কিনিলে। সকলো ধৰণৰ নিত্য প্ৰয়োজনীয় বস্তু বিডাক্চন চেলত কিনিবলৈ পাই জুবিৰ মাকৰ সুখ লাগিছিল যিমান, দুখ লাগিছিল তাতকৈ বেছি—ইমান হৰেক ৰকমৰ বস্তু আছে দোকানত, সকলোবোৰ বেচ সস্তাতো দিছে আৰু সকলোতকৈ ডাঙৰ কথা যে বহুতো বস্তুৰ জুবিৰ মাকৰ সংসাৰৰ বাবে অতি প্ৰয়োজনীয়ও —তথাপি তেওঁ যে দুই এপদৰ বাহিৰে আৰু বেছি একো কিনিব নোৱাৰিলে সেইটোৱে তেওঁৰ মনত বৰ বেজাৰ লগাই দিছিল। তাৰ লগতে সিদিনা তেওঁৰ মনত খুব এটা জ্বালাও ধৰিছিল, সেই 'সহায় ভাণ্ডাৰ'তে স্কুলৰ দিনতে একেলগে পঢ়া বান্ধবী প্ৰমীলাক দেখি। প্ৰমীলাৰ কথা তেওঁৰ বেছিকৈ মনত পৰে। তাই পঢ়া নোৱাৰি সদায়েই বেঞ্চৰ ওপৰত থিয় হৈ থকা ৰূপটোতে। কি যে গাধা আছিল প্ৰমীলা। এবাৰ তাই আঁকা ভাৰতবৰ্ষৰ মেপ এখনত ক্লাছৰ বাইদেৱে অ'ত ত'ত কেইটামান পাখি আঁকি দিয়াৰ লগে লগে ঠিক পাখি মেলি থকা চৰাই এটাৰ দৰেই হৈ পৰিছিল। সেইজনী প্ৰমীলাক তেতিয়া জুবিৰ মাকে বহুতো দূৰত থৈ পঢ়াশুনাত আগবাঢ়ি গৈছিল কিন্তু আজি সংসাৰৰ বাটত আনফালে প্ৰমীলাই বোধহয়

তেওঁক অতি বেয়াকৈ হকুৰাব পাৰিছে। তেওঁ নিজে বস্তুবোৰ চাই চাই, ছুই ছুই ফুৰোতেই গ'ল, কিন্তু প্ৰমীলাই তেওঁৰ চকুৰ আগতে সেইবোৰ কিনিও গ'ল—প্ৰায় তিনিশ মান টকাৰ বস্তু কিনিলে প্ৰমীলাই। অথচ প্ৰমীলাৰ আৰু তেওঁৰ বিয়া হৈছিল প্ৰায় একে সময়তে আৰু তেতিয়াতো প্ৰমীলাক বিয়াৰ ক্ষেত্ৰত তেওঁতকৈ জিতা যেন লগা নাছিল—কাৰণ প্ৰমীলাৰ বিয়া হৈছিল ছাপ্লাইৰ চাব্ ইন্সপেক্টৰৰ লগত। তেওঁ বৰং মনে মনে গৰ্ব্ববোধহে কৰিছিল এজন বুদ্ধিজীৱী সাংবাদিকৰ লগত বিয়া হোৱা বুলি। প্ৰমীলাৰ গিৰিয়েকৰ চাব-ইন্সপেক্টৰ চাকৰিটো তেতিয়া তুচ্ছ যেন লাগিছিল, অথচ আজি সেই প্ৰমালায়ে চকুৰ আগৰ পৰা তেওঁৰ লোভৰ বস্তুবোৰ কিনি লৈ গ'ল। ইয়াতকৈ দুখৰ, ইয়াতকৈ জ্বালা ধৰা ঘটনা আৰু তেওঁৰ জীৱনত যেন একোৱে হোৱা নাছিল। আৰু সিদিনা জুৰিৰ মাকে মনে মনে দৃঢ় সংকল্প এটা লৈছিল যে নিজৰ জীয়েকহঁতৰ বিয়াৰ ক্ষেত্ৰত প্ৰথমতে এনে দৰা পোৱাৰে চেষ্টা কৰিব যাৰ দৰমহা কেইটা ভাতৰ লগত চাটনিৰ দৰেহে হয়—বাহিৰা আয়েই কেৱল আচল আয়।

: মা, মোৰ শাৰী কিনাৰ কথাটো কি হ'ব ? তুমি দেখোন একো নোকোৱা হ'লা ? জুৰিয়ে আকৌ এবাৰ ভয়ে ভয়ে ক'লে।

জীয়েকৰ কথাত মাকে যেন সম্বিৎ ঘুৰাই পালে আৰু লগে লগেই তেওঁ জকজকাই উঠিল : এই ছোৱালী কেইজনীৰ শগুণৰ ৰবাশত চকুৰ দৰে কেৱল বাপেকৰ দৰমহা কেইটাৰ ওপৰতহে চকু। মানুহজনে দিনটো খাটি-লুটি আহি ভাগৰে-জোগৰে ঘৰ সোমাইছেহি কি নোসোমাইছে—লগে লগেই ইহঁতক শাৰী ফ্ৰক লগা হ'ল—সংসাৰত যদি কাৰোবাৰ দুখ-কষ্টৰ কথা ভাবে ছোৱালী কেইজনীয়ে—

জুৰিৰ লগতে মণিয়ে অনাহকতে গালি খালে যদিও তাই মনে মনে ৰ'ল, কাৰণ তাই জানে যে উলুৰ লগতে বগৰী পোৰা গ'লেও

আৰৌ কলপটুৱাৰ লগত তুলসীবো মুক্তি হয়, বায়েকে শাৰী পালে মাজে মাজে তাইও পিন্ধিবলৈ পাব।

জুৰিৰ মাকে জীয়েকহঁতৰ খং ৰাগ কৰি দেখালেও কিন্তু লগে লগে গিৰিয়েকৰ ওচৰলৈও গ'ল—। মুখত খং দেখুৱালে কি হ'ব, মনে মনে তেওঁ ভালকৈ জানে যে শাৰী এখন জুৰিৰ বাবে কিনাটো অতি দৰ্কাৰী হৈ আছে, এই ৰিডাকৃচনৰ সুযোগটো ল'বই লাগিব আৰু ইমান দিনে ভাল শাৰীবোৰ বেচা গৈ গৈ যি নিকৃষ্ট ধৰণৰ শাৰীবোৰ পৰি আছে, তাৰে আজি যদি কিনি পেলোৱা নেযায়, কালি পৰহিলৈ আৰু বেয়া শাৰী কিনিব লাগিব।

: অ' আই, আপুনি আজি আকৌ এনেকৈ ভিতৰতে অকলে অকলে বহি কি কৰিছে? মই ভাবিছিলো বোলে কৰবালৈ ফুৰিবলৈ ওলাইছে আৰু নহলে কাগজপত্ৰ পঢ়ি আছে। এনেকৈ মহ' চিন্তাত পৰি যোৱা মানুহৰ দৰে তলমূৰকৈ থাই কি ভাবি আছেনো?

গিৰিয়েকক তেনেকৈ কথাবোৰ সুধি জুৰিৰ মাকে কিন্তু উত্তৰলৈ বাট নেচাই একেলগে নিজৰ বক্তব্যও কৈ পেলালে: আপুনি দৰমহা পালে নহয়? চাও মোকে অলপ টকা দিয়কচোন, জুৰিয়ে আজি কেবা মাহৰো পৰা এখন শাৰীৰ কথা কৈ আছে। বেচেৰীৰ কলেজলৈ যাবলৈকে শাৰী নোহোৱা হৈছে, যোৱা মাহৰ পৰাই গোয়েংকাত শাৰীৰ ৰিডাকৃচন্ চেল্ আৰম্ভ হৈছে কিন্তু পইচাৰ অভাৱত সস্তা হোৱাতো তাইক কিনি দিব পৰা নাই। এতিয়া ছাগে বেচা গৈ কিবা দুই এখন বাজে শাৰী-চাৰীহে বাকী আছে গৈ। হ'লেও তাকেই কিনি দিওঁগৈ। দিয়কচোন টকা কেইটামান। বেচেৰিহঁতক তো ৰিডাকৃচন্ চেলৰ বাহিৰে কাহানিও সাধাৰণভাৱে কোনো কাপোৰ কানিয়ে কিনি দিব পৰা নাই আৰু সিহঁতকে বা কিয়, নিজেও সংসাৰৰ সকলো বস্তুকে তেনেকৈ ৰিডাকৃচন্ চেল্ চাই চাইয়ে কিনি আহিছো।

মধু ডাউকাই ঘৈণীয়েকৰ কথাত এটা অদ্ভুত ধৰণৰ হাঁহি মাৰিলে।

: ৰিডাকৃচন্ চেল্? তোমাৰ জীৱনটো তেনেকৈ বস্তু কিনোতেই

পাৰ হৈ গ'ল মহয় জয়া ? পিছে মোৰনো কি হৈছে তুমি দেখোন আৰু একো জানিব নিবিচাৰিলা ? এতিয়া যে তোমাৰ নিজৰ ঘৰতে এক ধৰণৰ বিডাক্‌চন্ চেল্ হ'ব তুমিতো গমেই নোপোৱা—ৰিডাক্‌চন্ চেল্। এজন মানুহৰ জীৱনৰ, এজন মানুহৰ বুদ্ধিবৃত্তিৰ, এজন মানুহৰ পৰিশ্ৰমৰ বিডাক্‌চন্ চেল্! হাঃ হাঃ হাঃ। মধু ডাউকাই হঠাৎ পগলাৰ দৰে হাঁহিবলৈ আৰম্ভ কৰি দিলে।

জুৰিৰ মাক প্ৰথমতে হতভম্ব হৈ গ'ল, কিন্তু লগে লগে তেওঁ যেন কিবা এটা বুজি পালে। কিবা এটা বুজি পাই, আশংকা কৰি তেওঁৰ বুক কঁপি উঠিল।

: আপোনাৰ—কি হ'ল আপোনাৰ ? এইবোৰ কি কৈছে আপুনি ? কাগজৰ সচাঁয়ে কিবা হ'ল নেকি ?

: ওঁ—মধু ডাউকাই যেনেকৈ হঠাৎ হাঁহিবলৈ আৰম্ভ কৰি দিছিল, তেনেকৈ হঠাৎ সেই হাঁহিও বন্ধ হৈ গ'ল, মৃত্যুদণ্ডাজ্ঞা পোৱা মানুহৰ দৰেই যেন তেওঁৰ মুখৰ পৰা অদ্ভুত এক মৰা মাত ওলাল : 'দৈনিক সংবাদ' আজিৰ পৰা সচাঁকৈয়ে বন্ধ কৰি দিয়াৰ সিদ্ধান্ত ললে। আমাৰ ইউনিয়নে সহজে হয়তো মানি নল'ব, নানা ৰকম আন্দোলন চলাব। কিন্তু ফল কিটো হ'ব মই ভালকৈয়ে জানো। গতিকে ল'ৰা তিৰোতাৰ হাতত ধৰি বাটত থিয় দিয়াৰ আগতে মই কোনোবা কাগজত কম দৰমহাত হ'লেও চাকৰি এটা বিচাৰি ল'বই লাগিব। ইমান দিনতো নিজেই বেহাই মূল্যতে কিনি আহিলা, এইবাৰ গিৰিয়েৰাৰ এই বিডাক্‌চন্ চেলৰ বিপৰীত অভিজ্ঞতাটো বাৰু কেনে লাগিব জয়া ? মোৰ হলে বেচ মজা লাগিব জানা, মানুহৰ বিডাক্‌চন্ চেল্—ইয়াতকৈ আৰু আজৰ বিক্ৰী জগতত আৰু কি হ'ব পাৰে, নহয় নে জয়া ? হাঃ হাঃ হাঃ—

মধু ডাউকাই আকৌ পগলাৰ দৰে হাঁহিবলৈ ধৰিলে আৰু বৈণীয়েকে সৰগ পৰা মানুহৰ দৰে জঠৰ লাগি গিৰিয়েকৰ কালে চাই ৰ'ল।

———

## ই এটা ৰুগ্ন পুৰুষ ঃ হত্যা কৰা

*  *  *  *  *  *  *  *  *  *

**নন্দা শইকীয়া**

তোমাৰ দুখনকৈ চিঠি অগাপিচাকৈ পোৱা স্বত্তেও মই ইমানদিন কোনো উত্তৰ নিদিয়াত তুমি হয়তো ভাবিছা সাধাৰণ জ্ঞানেৰে দুকি পোৱা শালিনতাকণো মোৰ নাই। তোমাৰ চিঠিকেইখন সম্ভৱতঃ এতিয়াও মোৰ অফিছৰ টেবিলৰ ওপৰতে পৰি আছে। তুমি কেনেবাকৈ আহি চিঠিকেইখন তেনেকৈ পৰি থকা দেখাহেতেন, নিশ্চয় তোমাৰ চিঠি কেইখন মই অৱজ্ঞা কৰা বুলিয়েই ভাবিলাহেতেন।

মই অফিছলৈ আহি চকীখনত বহিলেই তোমাৰ চিঠিকেইখন চকুত পৰে। চিঠিকেইখন চকুত পৰিলেই মই চকখাই উঠো। খন্তেক পৰৰ কাৰণে হ'লেও মই ভাবিবলগীয়াত পৰো মোৰ ওপৰত আস্থা থকা এজন ব্যক্তি এতিয়াও এঠাইত আছে। এই ভাবটোৱে মোৰ মনটোক একেবাহে এইকেইদিন জুমুৰি মাৰি ধৰিছে। মই সঁচা কথা ক'বলৈ গ'লে বিচলিত হৈ পৰিছোঁ। মনে মনে ভয়ো লাগিছে, কাৰণ আস্থা হেকৱাবৰ বাবে এজন মানুহে যিবিলাক কাম কৰে, যি ধৰণে জীৱন যাপন কৰে, ময়ো ঠিক তেনেকুৱা ধৰণৰ কাম-বোৰেই কৰিছোঁ, ঠিক তেনে ধৰণেই জীৱন যাপন কৰিছোঁ।

তোমাৰ চিঠি কেইখনে মোক অত্যন্ত চিন্তিত কৰি তুলিছে। মই বহুতদিনৰ মূৰত নিজৰ অস্তিত্বটো বিচাৰি চাবলৈ ইচ্ছুক হৈ পৰিছোঁ। মই ভাবিছো, মই এতিয়া এনেকুৱা এজন মানুহ হৈ আছোনে যাৰ পৰা যি কোনো ভাল কাম দাবী কৰিব পৰা যায়? এই প্ৰশ্নটোৱে বাৰে বাৰে মোৰ মনটো আচ্ছন্ন কৰি তুলিছে। অফিছৰ কামৰ মাজত যিকেইটা কথালৈ, যিবোৰ বস্তুলৈ মোৰ মনে ঢাপলি মেলে তাৰ ভিতৰত এইকেইদিন সম্ভৱতে তোমাৰ চিঠি কেইখনেই আটাইতকৈ গুৰুত্বপূৰ্ণ। কাৰণ তুমি মোৰ ভাই, যিহেতু মোৰ কোনো সহোদৰ ভাই নাই, এজন ভাইৰ পৰা পোৱা তেনেকুৱা চিঠি দুখনে মোক কিমান আনন্দ দিছে তাক কি মাপকাঠিৰে জুখি দেখুৱাম। তুমি যে মোৰ ভাই আৰু সেইদেখি তুমি যে মোক তোমাৰ এটা দায়িত্ব লবলৈ কৈছা—এই কথাটো ভাবি ভাবি আনন্দতে মোৰ চকুপানী ওলাই আহে। আস্থাহীনতাৰ পঙ্কিল পৰিবেশ এটাৰ মাজতে মই এখন সহৃদয় পৃথিৱীৰ ছবি দেখিবলৈ পাওঁ। আত্মকেন্দ্ৰিক মানুহবোৰৰ মুখবোৰো সমান্তৰালভাৱে মোৰ মনৰ চকুৰ আগত জিলিকি উঠে। সিহঁতে ৰাতিপুৱা শুই উঠি ৰাতি আকৌ বিছনাত পৰালৈকে নিজক লৈ অথবা নিজৰ ঘৰখনক লৈ ব্যস্ত থাকে। সম্ভৱতঃ সিহঁতৰ সহৃদয়তা নিজৰ বা নিজৰ ঘৰখনৰ লগত। নিজৰ বা নিজৰ ঘৰখনৰ বাহিৰেও যে এখন বিশাল সহৃদয় পৃথিৱী আছে- সিহঁতে কোনো মুহূৰ্ত্ততে ভাবি চোৱা নাই, ভাবিবলৈ আহৰি নাই অথবা ভাবিবৰ কাৰণে কোনো প্ৰকাৰৰ সঁকিয়নি বা ইন্ধনো নাই।

তোমাৰ চিঠিকেইখন আৰু সিহঁতৰ মুখবোৰৰ কথা মই একেটা সময়তে ভাবিবলৈ ধৰিছোঁ। তোমাৰ চিঠিকেইখনে মোক সিহঁতৰ মাজলৈ টানি নিছে। সিহঁতকো মোৰ ক'বলৈ মন গৈছে— তোমালোকৰ আৰু এজন ভাই আছে। নাজানা? সেই ভাইটোৰ দায়িত্ব তোমালোকে নোলোৱা? নহয়, এনেকৈ ক'লে সিহঁত

মৰ্ম্মাহত হ'ব। সম্ভৱতে সিহঁতৰ ভাইবোৰেও তোমাৰ দৰেই দায়িত্বৰ দাবী কৰি কাৰোবালৈ চিঠি লিখিছে। সেইবোৰ চিঠিৰ ভাষাও কিজানি তোমাৰ চিঠিকেইখনৰ দৰেই জীৱনৰ ম্ৰিয়মান অভিব্যক্তিৰেই ভৰা? কিজানি সেইবোৰ চিঠিযেও মোৰ দৰেই আনকো চিন্তিত কৰি তুলিছে! কিজানি সেইবোৰ চিঠি পঢ়ি পৰম আস্থাশীলতাৰ আনন্দত আনৰো মন আপ্লুত হৈ পৰিছে। কিজানি মোৰ দৰেই আনেও এখন সহৃদয় বিশাল পৃথিবীৰ ছবি দেখি ব্যক্তিৰ পৰা সমষ্টিলৈ, এককৰ পৰা সমূহলৈ, আত্মকেন্দ্ৰৰ পৰা সমূহ ব্যাপ্তিলৈ চেতনাৰ আলোকদৃষ্টি প্ৰসাৰিত কৰি তুলিছে।

মই আনন্দত আপ্লুত হৈ পৰিছো। মোৰ চকুৰ পৰা এয়া চকুপানী ওলাইছে। নৈৰাশ্যৰ অন্ধকাৰৰ পৰা আশাৰ ৰঙীন পোহৰে মোৰ সমগ্ৰ মন, মোৰ সমগ্ৰ বিবেক এইয়া বিজুলি গতিৰে আকৰ্ষণ কৰি নিছে। মোৰ আনন্দৰ চকুপানীত বছৰ বছৰ ধৰি গোটমাৰি থকা তেজবোৰ যেন উত্তপ্ত হৈ, গলিত হৈ, ধাৰাষাৰে প্লাৱিত হৈ মোৰ অচেতনতাৰ সমগ্ৰ আৱৰ্জ্জনা যেন মোৰ সত্তাৰ পৰা ধুই নিকা কৰি পেলাইছে। মই যেন বাৰে বাৰে তোমাক ক'ব খুজিছোঁ—দায়িত্বৰ পথ মুকলি কৰো আঁহা। তোমাৰ জীৱনৰ প্ৰাপ্যখিনিৰ পৰা তুমি বঞ্চিত হৈছা। এই বঞ্চনা অকল তোমাৰ নহয়। হেজাৰজনৰ জীৱনৰ যি বঞ্চনা, তোমাৰ এই বঞ্চনা তাৰেই এটা প্ৰতীক মাথোন। তুমি নিজকে ভৱিষ্যতৰ এটা বিপুল প্ৰতিশ্ৰুতি হিচাবে গ্ৰহণ কৰা। অদূৰত অপেক্ষা কৰি আছে এখন সুন্দৰ পৃথিৱীয়ে কেৱল তোমা-লোকৰ নিচিনা এক সঙ্কল্পবদ্ধ উদ্দাম পুৰুষৰ বাবে। এটা প্ৰৌঢ় পুৰুষ—সি মৰি গৈছে, তাক মৰি যাবলৈ দিয়া। তাৰ মৃত্যুৰ কাৰণে বিচলিত নহ'বা। সি ভয়াবহ ৰোগত আক্ৰান্ত। তাক পাৰিলে নিমিষতে হত্যা কৰা। তাক চিকিৎসা কৰিলে সি দুদিনমানলৈ গা টঙাই উঠিব আৰু তাৰ ভয়াবহ ৰোগৰ বীজাণুৱে তোমালোককো আক্ৰান্ত কৰিব। তাক হত্যা কৰা, তাক মৰি যাবলৈ দিয়া। সি

জীয়াই আছে—তোমালোকক হত্যা কৰিবলৈ তোমালোকৰ শিৰে শিৰে মন্থৰ মৃত্যুৰ জীবাণু বিয়পাই দিবলৈ—যাতে তাৰ দৰে তোমালোকো ন্যায় অন্যায় কি, সুবিচাৰ-অবিচাৰ কি, হিত-অহিত কি, সুন্দৰতা-কদৰ্য্যতা সি ভাবি চাব নোৱাৰা একোটা জড় পদাৰ্থত পৰিণত হোৱা! সি এটা চালিত পশু। তোমালোককো সি একো একোটা চালিত পশু কৰিবলৈ বিচাৰে। তোমালোক যদি তাৰ দৰে একোটা চালিত পশুত পৰিণত হোৱা, তাৰ দৈত্য-প্ৰাণ তৃপ্ত হ'ব, তাৰ মনৰ ড্ৰেগনটো উল্লসিত হ'ব। তাক হত্যা কৰা। সি এটা ড্ৰেগন। তাৰ দাঁতত তাৰ নিজৰে বিক্ষিপ্ত দেহৰ তেজৰ কবাল লাগি আছে। সি জীয়াই থাকিলে তোমালোকৰ সত্তাকো সি ক্ষত-বিক্ষত কৰি পেলাব, তোমালোকৰ তেজেৰে তাৰ দাঁত ৰক্তাক্ত কৰি সি উন্মাদ আনন্দিত মতলীয়া হৈ পৰিব। তাক হত্যা কৰা।

তুমি এক নতুন পুৰুষৰ স্ৰষ্টা। তোমাৰ মনত অফুৰন্ত যৌৱনৰ শক্তি আছে। সেই শক্তিক অপৰাজেয় কৰি ৰাখা। তোমাৰ দায়িত্বটো মোৰ ওপৰত কিয় জাপি দিবলৈ বিচাৰিছা? অৰ্থাভাৱত তুমি উচিত শিক্ষাৰ পৰা বঞ্চিত হৈছা। তোমাৰ অন্তৰ নিৰাশাৰ ভাৱে ছাটি ধৰিছে। সেইদেখি তুমি মোক কৈছা—এই নিৰাশাৰ ভাৱৰ বুকুৰ পৰা তোমাক মুক্তি কৰি অনাৰ দায়িত্ব মই ল'ব লাগে।

ভাই, মই সেই প্ৰৌঢ় পুৰুষ। - ৰোগাক্ৰান্ত। তুমি মোক হত্যা কৰা। মই তোমালোকৰ দুখ-দুৰ্গতি দেখিও, তোমালোক ন্যায্য প্ৰাপ্যখিনিৰ পৰা বঞ্চিত হোৱা দেখিও নিৰ্বিকাৰ হৈ থকা এটা জড় পদাৰ্থ। কুৎচিত পদ্ধতিৰ মাজত গতানুগতিক হা-হুতাশেৰে অথচ অলস ভাবে তোমালোকে জীৱনৰ দোলা কঢ়িয়াই নিয়া দেখিলে তৃপ্ত হোৱা মই এটা চালিত পশু। ক্ষুধাৰ জ্বালাত নিজৰ দেহ কামুৰি কামুৰি ক্ষত-বিক্ষত কৰি পাষাণ তৃষ্ণাত নিজৰ দেহৰ ৰক্ত পান কৰি, দাঁত ৰক্তাক্ত কৰি পেলোৱা মই এটা ড্ৰেগন। মোক হত্যা কৰা।

মই এটা প্ৰৌঢ় পুৰুষ। প্ৰতিশ্ৰুতিহীন। অলস। আত্মানুগতি-কতাৰ তৃপ্তিত বিভোৰ এক পুঞ্জীভূত অন্ধকাৰ। মই এক নতুন পুৰুষৰ পথৰ হেঙাৰ। মোক হত্যা কৰা। অতি নিষ্ঠুৰভাৱে মোক হত্যা কৰা। মোৰ অস্তিত্বই যে এখন সুন্দৰ সহৃদয় পৃথিৱীক বাধা দি ৰাখিছে—তাৰ তীব্ৰ প্ৰতিশোধ লোৱা। পুৰুষ হোৱা। সুন্দৰ পুৰুষ হোৱা। সাহসী পুৰুষ হোৱা। বীৰ পুৰুষ হোৱা। মোক হত্যা কৰা।

ভাই, মোৰ বিবেকত প্ৰচণ্ড সংঘৰ্ষ হৈছে। এহাতে তোমাৰ প্ৰতি থকা মোৰ দায়িত্ব আৰু আনহাতে এটা প্ৰৌঢ় কগ্ন পুৰুষৰ হাতৰ মুঠিত মোৰ অস্তিত্ব।

নহয়, তুমি মোক নতুন কৰা। তোমাৰ চেতনাৰ অভ্যুদয়েৰে মোক অনুপ্ৰাণিত কৰা। বছৰ বছৰ ধৰি শীতাৰ্ত্ত হৈ থকা মোৰ প্ৰাণত উত্তাপ সঞ্চাৰ কৰা। আন্ধাৰৰ ধূলিয়ে অন্ধ কৰি ৰখা মোৰ চকুত সমষ্টি-চেতনাৰ গভীৰ পোহৰ সম্পাত কৰা। তোমাৰ খোজে খোজে যি বীৰ-বিক্ৰম মূৰ্ত হৈ উঠিব তাৰ কিঞ্চিৎ ভাগ মোকো দিয়া। তোমাৰ লগতে ময়ো মোৰ এটা ভয়াবহ অতীতক হত্যা কৰিম। হত্যা কৰিম মই বৰ্ত্তমানৰ প্ৰৌঢ় কগ্ন পুৰুষক। অতি নিষ্ঠুৰ ভাৱে হত্যা কৰিম। হত্যা কৰিম।

———

## বৰ কষ্টত আছোঁ।

* * * * * * * * * *

ছাইফুল ইছলাম

সাতচল্লিশৰ পৰা উনৈশ গ'লে কিমান থাকে, ন সোতৰং কিমান , পৃথিবীৰ ভিতৰত আটাইতকৈ দীঘল দলঙখনৰ নাম কি, এমোণৰ দাম সোতৰটকা তেৰ অনা ন পাই হ'লে চাৰে তিনি সেৰ বস্তুৰ দাম কিমান, dear শব্দটোৰ ভাৰ্ব কি—এইবোৰ প্ৰশ্নই মোক এতিয়াও ভয় খুৱাই থাকিব পাৰে। এইবোৰ আৰু এনেকুৱা ঢেৰ প্ৰশ্ন শুনিও হাঁহি মুখত লগাই থব পৰা লৰা আমাৰ মাজত এটাই আছিল—চেবিৰ। পৰীক্ষাৰ এমাহমানৰ আগতে মোৰ বাউসীত বগা চাহেবৰ তাবিজ বন্ধা হয়। তেখেতেই কাটি দিয়া পানী অন্য এবাল্টি পানীত মিহলাই মই পৰীক্ষা আৰম্ভ হোৱাৰ দিনা গা ধোঁও। বগা চাহাবে শিকাই দিয়া দোৱাটো পঢ়ি পঢ়ি মা বাবা সকলোকে তছ্লিম কৰি পৰীক্ষা দিবলৈ ওলাওঁ, পছুলি মুখতে পানীৰে ভৰা বদ্না এটা মোৰ নজৰত পৰাকৈ ৰখা হয়। দোৱা পঢ়ি পঢ়িয়েই পৰীক্ষা হলত সোমাওঁ। কাৰো লগত কথা নাপাতো। পৰীক্ষাৰ বহীখনৰ ওপৰত সকৈ কোনেও মনিব নোৱাৰাকৈ খোদাৰ নাম লিখি লওঁ। দোৱা পঢ়ি পঢ়ি প্ৰশ্ন কাকতখন গ্ৰহণ কৰো। খোদাৰ নাম লৈ পঢ়ো,

লিখিবলৈ লওঁ, লিখোঁ, পুৰা তিনিঘণ্টা লিখোঁ। চেবিৰ প্ৰায়ে পৰীক্ষা আৰম্ভ হোৱাৰ মুৰামুৰি সময়ত পৰীক্ষা ঘৰত সোমায়। দহ পোন্ধৰ মিনিটৰ আগতেই ওলাই যায়। মই যদি পঞ্চাশ নম্বৰ পাওঁ, সি পায় পঁয়সত্তৰ। মোক ঘৰুৱা শিক্ষকে পঢ়ায়। চেবিৰে পঢ়িবলৈ সময় কেতিয়া পায় সেইটো মোৰ বাবে সাঁথৰৰ দৰেই হ'ল। যি লাই বাঢ়িব তাৰ ঢুপতিয়াতে চিন, য'তে ইচ্ছা ত'তে বাট ইত্যাদি প্ৰবাদ বাক্য কিন্তু চেবিৰৰ ক্ষেত্ৰত নাখাটিল।

যিবোৰ লৰাৰ লগত সৰুতে মই স্কুলত পঢ়িছিলোঁ, একেলগে ডাঙৰ হৈছিলো সেইবোৰৰ সৰহভাগৰ সৈতে মোৰ সম্পৰ্ক ক্ৰমশঃ ক্ষীণতৰ হৈ আহিছিল। বহুতে মোক পাহৰিলে, সৰহ ভাগকে কিন্তু মই পাহৰিলোঁ। মোৰ গাত অন্য ৰহণ লাগিল। মোৰ আচাৰ-ব্যৱহাৰ, ধৰণ-কৰণ আৰু ৰুচি সলনি হ'ল। সঙ্গী আৰু বন্ধু মোৰ দ্ৰুতভাৱে সলনি হ'ল। বহুতো অন্তৰঙ্গ বন্ধুৰ চিনাকি মুখ ক্ৰমান্বয়ে ধূসৰ হৈ আহিল। তাৰ পৰা মোৰ কোনো ক্ষতি হোৱা মই অনুভৱ নকৰিলোঁ। বৰঞ্চ পৰিৱৰ্ত্তিত সময়ে মোক অধিকতৰ লাভৱান অধিকতৰ চহকী কৰিলে। কেৱল চেবিৰৰ জৰিয়তেই পুৰণি দিনৰ স্মৃতি মোৰ মনৰ পৰা আঁতৰি নগ'ল। ঘৰলৈ গ'লে তাক প্ৰায়েই লগ পাওঁ। কথা পাতোঁ। খা-খবৰ লওঁ, দিওঁ। আমাৰ লগৰবোৰৰ খবৰ সিয়ে মোক দিয়ে। যিবোৰ লগৰীয়াই কৃতিত্ব আৰ্জিছে জীৱনত, সিহঁতৰ প্ৰায়বোৰৰ লগতে মোৰ প্ৰত্যক্ষ সম্পৰ্ক ৰৈ গৈছিল। চেবিৰে কেৱল বাকীবোৰৰ খবৰ মোক জনাই আছিল। জীৱন-যুদ্ধত পিচ হুঁহকিবলৈ বাধ্য হোৱাবোৰৰ খবৰ মই তাৰ পৰা পাইছিলোঁ। মিছা নকওঁ, লগৰীয়াবোৰৰ পৰাজয়ৰ কাহিনীয়ে মোক সামান্য ভাবে ব্যথিত কৰিলেও তুলনামূলক ভাবে মোৰ জয়ৰ অনুভৱে গৰ্ব্বিত বোধ কৰিবলৈ উৎসাহিত কৰিছিল। নিজকে কৃতীপুৰুষ বুলি ভাবিছিলো মনে মনে।

ঈদৰ বন্ধত এইবাৰ ঘৰলৈ গৈছিলো। সংসাৰী হোৱাৰ পৰা মোৰ আকৰ্ষণ পুৰণি ঘৰখনৰ সলনি নিজৰ ঘৰখনলৈ বাঢ়িছিল। মাৰ অসুখৰ খবৰ পাই এইবাৰ অসুবিধা স্বত্বেও ঘৰলৈ গৈছিলো। আকৌ চেবিৰক লগ পালো প্ৰায় দুবছৰমানৰ মূৰত। দেখিলো সি বৰ বেয়াকৈ খীণাইছে। মানুহৰ স্বাস্থ্যৰ তাৰতম্যৰ বিষয়ে মোৰ এনেয়ে কৌতুহল কম। তথাপি চেবিৰৰ স্বাস্থ্যৰ অৱনতি মোৰ দৰে মানুহ এটাৰ চকুতো নপৰাকৈ নাথাকিল। মই তাক সুধিলো, "কি হৈছে তোৰ, বৰ খীণালি দেখোন?" চেবিৰৰ হাঁহিটো সদায়েই সৰল আৰু স্বাভাৱিক। তাৰ চৰিত্ৰৰ স্বচ্ছতা তাৰ হাঁহিত প্ৰকাশ পায়। সি হাঁহিলে। আমি কথা পাতিলো। চেবিৰে তাৰ হাতত ইমান দিনে গোট খাই থকা খবৰবোৰ মোক অলপ অলপকৈ দিবলৈ আৰম্ভ কৰিলে। কাৰবাৰত তাৰ বৰ বেয়াকৈ লোকচান হ'বলৈ ধৰিছে হেনো। সি বোলে আৰম্ভণিতে ভুল কৰিলে। ঠিকাদাৰী কাৰবাৰ ভদ্ৰ মানুহে আমাৰ দেশত কৰিব নোৱাৰে। প্ৰত্যেকটো খোজ দিওঁতে ফাঁকি দিব লাগে। মহৰীৰ পৰা আৰম্ভ কৰি ওপৰৰ সকলোলৈকে ঘেঁাচ নিদিলে একোকে কৰিব নোখোজে। আমাৰ চেবিৰ সকৰে পৰা সততাৰ বাবে 'কুখ্যাত'। ঠিকাদাৰী কৰি সৎ হৈ থকা অতি কষ্টকৰ কথা। ইমান দিনে অনেক প্ৰবোচনা স্বত্বেও সি সৎ হৈ থাকিবৰ চেষ্টা কৰি আহিছে। সিদিনা মিউনিচিপালিটিৰ সাতশ টকাৰ ঠিকা এটা এই সৎ হৈ থাকিবলৈ চেষ্টা কৰাৰ বাবেই তাৰ হাতেদি সৰকি গ'ল। চেয়াৰমেনে তাক তেখেতৰ ঘৰলৈ মাতি পঠিয়াইছিল। তেখেতে তাক বিশ্বস্ত সুৰে ক'লে যে ঠিকাটোৰ বাবে টেণ্ডাৰ বহুত পৰিছে, ল'ৱাৰ ক'টেশ্যন দিছে কেবাজনেও। তথাপি চেবিৰক ভাল পায় বাবে, তাক ব্যৱসায়ত উৎসাহ দিয়াৰ উদ্দেশ্যে ঠিকাটো তাক দিবলৈ তেখেতৰ আপত্তি নাই। মাত্ৰ কৃতজ্ঞতাৰ চিন স্বৰূপে চেবিৰে তিনিশ টকা চেয়াৰমেনক দিব লাগিব। চেবিৰে তাৰ অপাৰগতাৰ কথা কলে। ঠিকাটো ৰবীনে পালে।

চেয়াৰমেনজন মোৰ চিনাকি। বিশিষ্ট নাগৰিক, সমাজ কৰ্মী, এজন ডাঙৰ নেতা।

এই ধৰণৰ অসুবিধাবোৰে চেৰিৰৰ ব্যৱসায়ত ব্যাঘাত জন্মাইছে। মোৰ মুখেদি প্ৰায় ওলাইছিলেই—তই পঢ়া ফিনিচ্ কৰিবই লাগিছিল। ক্লাচ টেনলৈ প্ৰমোচন পোৱাৰ পিচত চেৰিবে কিয় স্কুল এৰিবলগীয়া হ'ল, তাক ভালকৈ জনাৰ পিচত সেইষাৰ কথা মই কোৱা হ'লে বৰ অন্যায়—অন্যায় লাগিলহেঁতেন। চেৰিবে মোতকৈ আগতেই সংসাৰ কৰিলে। লৰা-ছোৱালী তিনিটা। তাৰোপৰি পোষ্য এজাকমান। বাঁৰী বায়েকৰ পৰিয়ালটোও সিহঁতৰ লগতে থাকে। চেৰিবে হাঁহি হাঁহিয়েই ক'লে, "বৰ অসুবিধা হৈছে অ'। অ'-এন-জি-চিত কাম এটাত সোমাই যাম বুলি ভাবিছিলো। পিচে তেনেকুৱা শিক্ষাও নাই, লাগি-ভাগি দিয়া মানুহো নাই পিচত। এনেয়ে সোমালে যোগালী ধৰণৰ কামতহে সোমাব লাগিব। আমাৰ ইয়াৰ মানুহবোৰক সেইবোৰ কামহে দিছে। বৰ অসুবিধাত পৰিছো ঘৰ চলাবলৈ।

চেৰিবেও ক'লে আৰু মই নিজেও দেখিলো সৰহভাগ মানুহবে ভীষণ কষ্ট হৈছে। ক্ৰমবৰ্দ্ধমান নগৰখনত কাম কৰা মানুহবোৰৰ সৰহভাগৰ বাবেই জীৱিকাৰ বিশেষ কোনো পথ থাওকতে পাবলৈ নাই। ঘৰৰ পৰা দূৰৈত থাকো। আমাৰ তালৈ যোৱা মানুহ প্ৰায়ে লগ পাওঁ। মোৰ চহৰখন ঘুৰি-পকি চাই উভতি আহি তেওঁলোকে মোক বৰ উৎসাহিত সুৰত কয়হি, "ইছলাম, আপোনালোকৰ টাউনৰ নক্সাই বদলি হৈ যাবলৈ ধৰিছে হেৰি। কি হ'ব এই বছৰি বছৰি ইংক্ৰিমেণ্টৰ লোভত এইদৰে গেবাৰি খাটি? কম সময়ত সৰহ ধন ঘটাৰ বাট আপোনালোকৰ তাত ঢেৰ ওলাইছে। সেইবোৰত ধৰক। নহ'লে বাহিৰা মানুহে খাই পেলাব গোটেইখন।" লোভ মোৰো নলগাকৈ আছে বুলি ক'লে মিছা মতা হ'ব। কিন্তু নানান কাৰণত লোভক জয় কৰিব পৰা ব্যক্তিৰ অভিনয় কৰিবলৈ বাধ্য

হৈছোঁ। বাহিৰত থাকো। যিখন ঠাইত থাকো সেইখনৰ সৈতে মোৰ সম্পৰ্ক নিতান্তই স্থূল, অন্তৰৰ নহয়। গতিকে ইয়াত মোৰ কাষতে বাস কৰা মানুহবোৰৰ জীৱনৰ প্ৰতি মোৰ কৌতুহল আন্তৰিক নহয়, মই তেওঁলোকৰ বিষয়ে বিশেষ একো নাজানো। কিন্তু মোৰ নিজৰ ঠাইৰ মানুহখিনিৰ জীৱনৰ প্ৰতি মই তেনেকৈ নিৰ্লিপ্ত হ'ব নোৱাৰো। ইয়াৰ মানুহবোৰৰ বহুতো মোৰ আত্মীয়, বহুতৰে সৈতে মোৰ সম্পৰ্ক অতি নিবীড। এওঁলোকৰ সুখ-দুখৰ বিষয়ে মই উদাসীন থাকিবলৈ বিচাৰিলেও নোৱাৰো।

যিবোৰ মানুহে চিন্তা কৰিব লাগিছিল মোৰ ঠাইখনৰ সেইবোৰ মানুহক দেখিলো, তেওঁলোক নিজৰ চিন্তাতে মচ্‌গুল। আমাৰ তাৰ মানুহৰ জীৱন পৰিৱৰ্ত্তিত সময়ৰ আক্ৰমণ স্বত্বেও বহুতদিনলৈকে আছিল সমাহিত, শান্ত। জীৱনধাৰণৰ মান আছিল অপেক্ষাকৃত উন্নত। মানুহবোৰৰ অন্তৰত আছিল স্বাভাৱিক প্ৰীতিৰ ফল্গুধাৰা। এইবাৰ লক্ষ্য কৰিলো মানুহবোৰ সেই আগৰদৰে অন্তৰখোলা, হাঁহিমুখীয়া হৈ থকা নহয়। দুই-এঘৰক সুধি জানিলো, চেবিৰৰ কথাই ঠিক। জীৱন-ধাৰণ কৰাৰ ক্ষেত্ৰত সকলোৱে বাধাগ্ৰস্ত হৈছে। জীৱিকাৰ ক্ষেত্ৰসমূহ প্ৰশস্ত হোৱা নাই। উপাৰ্জ্জন সীমিত হৈয়েই আছে। বস্তু-বেহানিৰ দাম বাঢ়িছে। মানুহৰ শক্তি কমিছে। জীৱনৰ ভাৰসাম্য হেৰুৱাইছে। এচাম মানুহ সঁচাকৈয়ে ব্যস্ত হৈছে কম সময়ত সৰহ ধন উপাৰ্জ্জন কৰাৰ প্ৰচেষ্টাত। আৰু এচাম মানুহ ব্যস্ত হৈছে নিষ্ফল, অলস চিন্তাত। ধনী হ'বলৈ চেষ্টা কৰিব নোৱাৰি তেওঁলোক আক্ৰোশত ঘুলিছে, একো কৰিবলৈ চেষ্টা কৰা নাই। আন হাতেদি অন্য এচাম মানুহে সাময়িক আনন্দলাভৰ চেষ্টাত জীৱনৰ অপচয় আৰম্ভ কৰিছে। মদ খোৱা মানুহৰ সংখ্যা দ্ৰুতগতিত বাঢ়িছে—সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ মাজত। আনকি থলুৱা মানুহেও যৌৱনৰ বিপণি খুলিবলৈ দ্বিধা কৰা নাই। এচাম অবুজ মানুহ তিলে তিলে বোকাত সোমাই গৈছে।

বোকাত পৰা মানুহ তোলা কামৰ বাবে খোদাই মোক পৃথিৱীলৈ পঠিওৱা নাই, জানো। মই মোৰ সৰু-সুৰা খু চুৰা সমস্যা লৈয়ে বিব্ৰত, বিধ্বস্ত। মহৎ কাম সধাৰ ব্ৰত মই লোৱা নাই। পতিতজনৰ উদ্ধাৰৰ কাম বোধ কৰো মোৰ হাতত কোনেও গতাই দিয়া নাই। আৰু এই ধৰণৰ কামবোৰ এটা মানুহে কৰিব পৰা কাম নহয়। ইয়াৰ বাবে সামূহিক, ঐকান্তিক, পৰিকল্পিত প্ৰচেষ্টাৰও প্ৰয়োজন। দিশ দেখুৱা মানুহৰ প্ৰয়োজন। দিহা দিয়া মানুহৰ প্ৰয়োজন। কাম কৰা মানুহৰ প্ৰয়োজন। অকল মোৰ ঠাইখনেই নহয়, গোটেই দেশখনৰে নক্সা সলনি কৰি দিবলৈ সাহ কৰা মানুহ ওলাব লাগিব। মই কলম পিহা সম্প্ৰদায়ৰ লোক। মই ভীৰু, কাপুৰুষ। মোৰ সাহ নাই, শক্তি নাই, বুদ্ধি নাই। চেবিৰে মোক কৈছিল, 'চাবি, মানুহে আৰু সৰহদিন সহ্য নকৰে। এইবোৰ চব বদলাই দিব এদিন'। ময়ো তাকে ভাবি ভাল পাওঁ। কিন্তু কোনে কেতিয়া চব সলনি কৰিবলৈ আগবাঢ়ি আহিব ?

এইবোৰ নিষ্ফল চিন্তাত মোৰ চকুৰ টোপনি কমিছে। মোৰ কাম কি মই ভাবি উলিয়াব পৰা নাই। বাট চাই থাকিবলৈ মোৰ ধৈৰ্য্য নোহোৱা হৈছে। এইবাৰ ঈদৰ বন্ধত ঘৰলৈ গৈ চেবিৰক লগ পাই অহাৰ পৰা সেইবাবে মই বৰ কষ্টত আছোঁ।

———

## ছবি আৰু ফ্ৰেম

* * * * * * * * * *

—নগেন শইকীয়া

আপুনি ঘটনাটোৰ স্বাভাৱিকতাত সন্দেহ কৰিব পাৰে, বা ভাবিব পাৰে লুইজি পিৰেণ্ডেলো বা ব্ৰেখটৰ আৰ্হিত এনে ঘটনা কোনোবাই ঘটাবৰ বাবে কৌশল অবলম্বন কৰিছে। এই সন্দেহ কৰাৰ আগতে স্থানীয় জৰাজীৰ্ণ ৰঙ্গমঞ্চটো—যিটো কেৱল পূজাৰ সময়তহে ব্যৱহৃত হয় আৰু অন্য সময়ত অব্যৱহৃত অনাদৃত হৈ জাককুৰা গৰুৰ আবাসস্থল্ হৈ পৰি থাকে—সেই ৰঙ্গমঞ্চটোৰ কথা কল্পনা কৰিব নোৱাৰিনে? কল্পনা কৰিব নোৱাৰি নে—বাৰ্দ্ধক্য পীড়িত ৰঙ্গমঞ্চটোৰ ছিগা দাঁতৰ দৰে কজাৰ পৰা এৰাই এফালে ওলমি থকা দুৱাৰ কেইখনৰ কথা, বতাহ আৰু পোহৰৰ লগতে ৰ'দ বা বৰষুণো অনায়াসে সোমাই আহিব পৰা স্কাই উইণ্ড কেইখনৰ কথা? তদুপৰি, ৰং এৰাই যোৱা মঞ্চৰ চৌকাঠত লগাই দিয়া কাগজ বা তলফালে জৰাজীৰ্ণতা ঢাকি ৰাখিবৰ কাৰণে আঁৰি দিয়া ৰঙা চালু কাপোৰখন, দগধা সূতাৰে চিলাই থোৱা ধোঁৱা বৰণীয়া—উইংচ্ কেইখন, মকৰাৰ জালেৰে আবৃত চিলিংহীন ওপৰখন—এইবোৰ কল্পনা কৰি লবই লাগিব। তাৰ লগতে কল্পনা কৰিব লাগিব

মঞ্চটোৰ দুয়ো দাঁতিয়ে অস্থায়ীভাৱে প্ৰস্তুত কৰি লোৱা টিনপাত বা ত্ৰিপালেৰে আবৃত ছোঁ-ঘৰটো, সময়ৰ হাত বুলনিত টিনপাত বা ত্ৰিপালৰ গাত হোৱা অসংখ্য গবাক্ষই দি সৰকি অহা হাণ্ড্ৰেদ পাৱাৰৰ বাল্বৰ তীব্ৰ জ্বলন্ত পোহৰত ভিতৰত থকা মানুহৰ অহা যোৱাৰ বাবে বাৰে বাৰে বাধাপ্ৰাপ্ত হৈ সৰকি অহা পোহৰ, ভিতৰত মানুহৰ হেমগেম, হাঁহি খিকিন্দালি, দাবি ধমকি, আবেদন নিবেদন, খুহুৰি-কিৰিলি। তাৰ লগতে কল্পনা কৰক হাৰমনিয়াম তবলাৰ একঘেঁয়ে আউট ডেটেদ্ এটা সুৰ ইয়াক ভিতৰৰ মানুহে কনচাৰ্ট বুলি ক'ব। কল্পনা কৰক ছোঁ ঘৰত, অভিনেতা-অভিনেত্ৰী, তদাৰককাৰী, পেইণ্টাৰ, মেনেজাৰ, এছিটেণ্ট মেনেজাৰ, স্মাৰক, সহকাৰী স্মাৰক, লাইট মেন, স্ক্ৰিন মেন, যোগালী আৰু কৰ্ম্মহীন ব্যস্ততাৰে ঘুৰি ফুৰা লোক—যাৰ ব্যস্ততাত পেইণ্টৰ বটল সৰি পৰিছে, আৰ্চী এখন ঠনৰকৈ ভাগি পৰিছে, চাহৰ কাপ প্লেট উফৰি পৰিছে, কাৰোবাৰ হাতৰ দৰকাৰী বস্তু ছিটিকি পৰিছে—তেনেকুৱা কমেও পাঁচজন লোক , ফোপাই-জোপাই আহি "দাদা কিন্তু মানুহ ভৰি পৰিছে" বুলি অদৰকাৰী খবৰ এটা ঘোষণা কৰা লোক ইত্যাদি লোকৰ এক সাংঘাতিক ব্যস্ততা, সাংঘাতিক ভিৰ। এইখিনি আপুনি কল্পনা কৰি লবই লাগিব। ভাবক এই গোটেইবোৰ সঙ্গতিহীন শব্দেৰে মিশ্ৰিত হৈ কেৱল এটা মূৰ্ছনাৰ সৃষ্টি হৈছে, আৰু গোটেই মূৰ্ছনাটোক তল পেলাই ফটা ৰেকৰ্ডত লাগি ধৰা গ্ৰামোফনৰ পিনে সৃষ্টি কৰা এটা অদ্ভুত শব্দ মাইক্ৰ'ফোনে চাৰিওফালে বতাহত বিয়পাই দিছে। মাজে মাজে মাইক্ৰ'ফনৰ গান বন্ধ হয় আৰু কোনোবা এজনে, তেওঁ মঞ্চাধ্যক্ষও হ'ব পাৰে, সহকাৰী মঞ্চাধ্যক্ষও হ'ব পাৰে, নাট্যগোষ্ঠিৰ সম্পাদকো হ'ব পাৰে—মাউথস্পিচত জোৰেৰে ফুৱাই, আঙুলিৰে টুকুৰিয়াই তাৰ জীৱনী শক্তি শ্ৰুতিকটুভাৱে পৰীক্ষা কৰি "বাইজসকল—বাইজসকল" বুলি ঘোষণা কৰিছে। মাউথস্পিচত মুখখন লগাই শৰীৰৰ সমস্ত শক্তিৰে চিঞৰি কোৱা কথা কেইটা দুৰ্ব্বোধ্য প্ৰচণ্ড শব্দধ্বনি হৈ

বাহিৰলৈ ওলাইছে। অত্যন্ত কষ্টেৰে যদি তাৰ অৰ্থ উদ্ধাৰ কৰা হয়, তেনেহলে অৰ্থ হ'ব "আপোনালোকে ধৈৰ্য্য ধৰি নিজৰ নিজৰ আসনত বহক (যেন কোনোবা কাৰোবাৰ গাৰ ওপৰতহে বহি আছে।) অলপ সময়ৰ (সেই অলপীয়া সময় ঘোষিত নিৰ্দ্দিষ্ট সময় ছয় বজাৰ পৰা গৈ ন বজা পৰ্য্যন্ত হ'ব পাৰে) পিছতেই এই নগৰৰ প্ৰবীণ নাট্যগোষ্ঠীয়ে আপোনালোকৰ আগত নিবেদন কৰিব মঞ্চ-সফল নাটক "ৰজা হৰিশ্চন্দ্ৰ"। ঘোষণাৰ সামৰণিৰ লগে লগে আকৌ ৰেকৰ্ডৰ গান। প্ৰেক্ষাগৃহত আকৌ গুণ-গুণনি, ফুচফুচনি, পাছফালৰ পৰা উৎকট একোটা চিঞৰ বা জিভাৰ তলত তৰ্জ্জনী আঙুলি সুমাই মৰা বিকট একোটা সুহুৰি। তাৰ লগত অনুভূত একোটা উত্তেজনাৰ সোঁত বৈ আছে। সম্পৰ্কহীন দাদাৰ লগত অহা গাভৰুৰ মন মতোৱা কেবাহি চাৱনিয়ে থকা সৰকা কৰা ডেকাৰ মনৰ উত্তেজনা হব পাৰে, প্ৰেক্ষাগৃহৰ লাইট কেতিয়া অফ্ কৰি দিয়ে— কেতিয়া গাভৰুৰ হাত দাদাই মুঠিৰ মাজত সুমাই লব পাৰে সেই উৎকণ্ঠা বা আবেগে আনি দিয়া উত্তেজনা হ'ব পাৰে, চিনাকি বা সম্মানিত কোনোবা মানুহে এনেকৈ যোৰা পাতি বহি থকা দেখিছে বুলি কৰা সন্দেহৰ উত্তেজনা হ'ব পাৰে, অপৰিচিতা গাভৰু বা বোৱাৰীৰ ওচৰৰ আসনত বহি চুলিৰ গোন্ধ, খাৰুৰ শব্দ, আঁচলৰ সামান্য স্পৰ্শ লাভ কৰি পোৱা উত্তেজনা হ'ব পাৰে—মুঠতে নাৰী-ঘটিত এটা জৈৱিক উত্তেজনা। কেৱল এক পক্ষৰে নহয় দুয়ো পক্ষৰে। সেই উত্তেজনা নাকৰ পৰা গৰম নিশ্বাস হৈ বাহিৰ ওলাই আহিছে, ঘাম হৈ ওলাই আহিছে, কেতিয়াবা নিৰ্দ্দিষ্ট এখন মুখৰ চকুহালে কটাক্ষপাত নকৰাত ক্ষোভ হৈ ছাটি-ফুটি হৈ বাহিৰ ওলাই আহিছে। মাজে মাজে প্ৰেক্ষাগৃহৰ দুৱাৰৰ ওচৰত ভিৰ। ধুনীয়া ছোৱালী দেখিলেই বা নৱ বিবাহিতা অকলশৰীয়াকৈ অহা গাভৰু দেখিলেই মেলা দুৱাৰ মেলাতে এৰি বা ওচৰৰ এটাক "অলপ চাবি ভাই" বুলি কৈ দুৱাৰ ৰখীয়াই প্ৰয়োজনৰ অতিৰিক্ত আগ্ৰহেৰে

"আপোনাৰ চীট্‌ মই উলিয়াই দিছোঁ আহক" বুলি (পাৰিলে হাতত ধৰি নিব যেন) বহুৱাই দিয়াৰ চেষ্টা। চীট উলিয়াই দি প্ৰতিদানত সামান্য এটা 'মিচিকি'ক-কুবেৰৰ সম্পদ কৰি বুকুত বান্ধিলৈ "কষ্ট পালে ক'ব দেই" বুলি (যেন কষ্ট পালে তেওঁ মূৰ পাতি লব। অৱশ্যে কোলাত বহুৱাই লব বুলি ক'লেও না কৰাৰ আশা নাই) কষ্টেৰে মানুহৰ আঁঠু খুন্দিয়াই, ভৰিত গচকি আকৌ ঘূৰাৰ দায়িত্ব লৈছেহি। ইয়াৰ বাহিৰেও প্ৰেক্ষাগৃহৰ দাঁতিত বাহিৰকালে বহা চুৰটৰ অস্থায়ী দোকান, পান-তামোলৰ অস্থায়ী দোকান, ভজা বাদাম, ভজা বুট, চানাচুৰৰ ফেৰী আৰু এইবোৰক কেন্দ্ৰ কৰি তামোল খাই, চুৰটৰ ধোঁৱা এৰি বা বাদাম চোবাই থকা মানুহৰ সৰু সৰু বৃত্ত। এই গোটেইবোৰৰ সমষ্টিত সৃষ্টি হোৱা এটা অসমানুপাতিত লয়ত ধ্বনিত হোৱা মূৰ্ছনা।

কল্পনা কৰক এনে এটা প্ৰস্তুতিৰ পৰিবেশ। আপুনি কল্পনা কৰি লব নোৱাৰিলে পৰিবেশটোৰ উষ্ণতা, পৰিবেশটোৰ জীৱন্ত সজীৱতা দাঙি ধৰা সম্ভৱ নহয়। মই কেৱল পৰিবেশটোৰ বাহিৰৰ ৰূপটো কল্পনা কৰি অনুভৱ কৰিবলৈ কোৱা নাই—কৈছো তাৰ টেম্পাৰামেণ্টটো উপলব্ধি কৰিবলৈ। বাহিৰৰ ৰূপটোৰ লগত আপুনি নানা আনুষঙ্গিক সম্ভাব্য চিত্ৰ, ধ্বনি সংযোগ কৰি লওক। ভাবক—সৰু চহৰখনৰ জৰাজীৰ্ণ বৃদ্ধ ৰঙ্গমঞ্চ—য'ত অভিনয় কৰিবৰ সময়ত অস্থায়ীভাৱে লাইটৰ কাৰেণ্ট আনি লোৱা হৈছে—তাত "ৰজা হৰিশ্চন্দ্ৰ" অভিনীত হ'ব। ঘোষকৰ মতে অভিনয়ত অংশ গ্ৰহণ কৰিব—এই ৰঙ্গমঞ্চৰ লগত, স্থানীয় গোটেই সমাজৰ লগত আজীৱন নিবিড়ভাৱে সম্পৰ্ক ৰক্ষা কৰি অহা খ্যাতিমান মঞ্চ অভিনেতা মুকুন্দ বৰুৱাই। লগত আছে শৈবাৰ ভাওত স্থানীয় স্কুল এখনৰ শিক্ষয়িত্ৰী —বিভা কাকতি—যাৰ বয়স পঁয়ত্ৰিশ আৰু যি বৃদ্ধ দেউতাক আৰু পাঁচোটা ভাই-ভনীক পোহপাল দি যৌৱনৰ স্বপ্ন হেৰুৱাই পেলাইছে। তেওঁ নিজেও সম্ভৱতে নাজানে—তেওঁ ঠিক কি বস্তুটো হেৰুৱালে,

অথচ কিবা এটা যে হেৰাই গৈছে সেই সন্দেহটোৱে বয়সৰ লগ লাগি আগৰ সেই মানুহৰ চকুৰ দৃষ্টিয়ে ছুই ছুঁই পেলাই দিয়া পাহি হেজাৰ-বিজাৰ মানুহৰ মাজতো মাছৰ চকুৰ দৰে ভাৱহীনভাবে মুকলি কৰি ৰাখিছে। কৃপণ ব্ৰাহ্মণৰ ভাওত ওলাব স্থানীয় এজন প্ৰবীণ নাট্যশিল্পী ঠাকুৰ, যি এসময়ত কেবাখনো থেমেলীয়া নাটিকা লিখি পূজাৰ সময়ত ৰঙ্গমঞ্চ 'গৰম' কৰি ৰাখিছিল—আৰু কালক্ৰমত যাৰ সেই এক অঙ্কীয়া নাটকবোৰ কোনোবাই নিজৰ নামত ছপাই নাট্যকাৰ নাম ল'লে।

ছোঁ ঘৰত প্ৰত্যেকজন অভিনেতাই নিবিষ্ট মনেৰে নিজে কৰিব পৰাখিনি কৰি লৈ বাকীখিনিৰ বাবে নিজৰ মূৰটো পেইণ্টাৰৰ হাতত এৰি দিছে। মুকুন্দ বৰুৱা, ঠাকুৰ আদি কেইজনমানে পেইণ্টাৰক নিৰ্দ্দেশ দি আছে কোনটো কেনেকৈ লগাব লাগে, নতুন অভিনেতা ডেকা কেইজনমানে প্ৰবীণসকলক বাৰে বাৰে আমনি কৰিছে। 'এইটো কেনেকৈ পিন্ধো, সেইটো কেনেকৈ লগাওঁ', বুলি। মুঠতে ছোঁ ঘৰৰ প্ৰস্তুতিপৰ্ব্ব শেষ হওঁ হওঁ। দুজনমান অভিনেতাই পাছ-ফালৰ বেৰৰ দাঁতিলৈ গৈ শেষ মুহূৰ্ত্তত আকৌ এবাৰ বচন আওৰাই অকলে অকলেই অঙ্গী-ভঙ্গী কৰি চাইছে, দুজনমানে থাকিলেই যেন খাবলৈ থাকি যাব এই ভাবত চুৰটত সজোৰে দীঘলীয়া টান দি লৈছে।

ঘোষকে একেই প্ৰচণ্ড শব্দ-ধ্বনিৰে ঘোষণা কৰিলে, "ৰাইজ অনিবাৰ্য্য কাৰণবশতঃ নিৰ্দ্দিষ্ট সময়তকৈ কিছু পিছুৱাই অভিনয় কৰিব লগীয়া হোৱাৰ বাবে আপোনালোকৰ ওচৰত আমি ক্ষমা বিচাৰিছো।" বাক্যটো শেষ হওঁতে নৌ হওঁতেই পাছফালৰ পৰা কোনোবাই চিঞৰিলে—"হৈছে হৈছে লেক্‌চাৰ সামৰক।" তাৰ পৰা এটা হাঁহিৰ গিৰ্জ্জনি। ইমান পৰে প্ৰেক্ষাগৃহৰ সমুখৰ দুশাৰী কি তিনি শাৰী আসন খালী হৈ আছিল, সেইখিনি আসন—অৰ্থাৎ নাট্যগোষ্টিৰ অনুৰোধত অতিষ্ঠ হৈ নগৰৰ 'পইচাৱালা' মানুহে কুৰি

টকাকৈ দলিয়াই দিয়াৰ বাবে তেওঁলোকলৈ সংৰক্ষণ কৰি থোৱা আসন। সেই খালি আসনসমূহলৈ সোমাই আহিল স্বয়ং কোনোবা ব্যৱসায়ী বা তেওঁৰ কোনোবা প্ৰতিনিধি, কোনোবা ঠিকাদাৰ বা তেওঁৰ পুত্ৰ-কন্যা, অভিজাত চাকৰীয়াল বা অভিনয় চোৱাৰ চখ থকা সম্ভ্ৰান্ত পৰিয়াল। দুৱাৰ ৰখীয়াই সশব্দ ব্যস্ততাৰে 'আহক চাৰ' 'আহক ডাঙৰীয়া' 'আহক দাদা' 'আহক বাইদেউ' 'আহা ভনী' বুলি আগবঢাই নি চীট্‌ত বহুৱাই দিলেগৈ। ঘোষকৰ ঘোষণা চলি আছে, 'সত্য ৰক্ষাৰ বাবে ৰাজ্য, ৰাজ-সিংহাসন, সা-সম্পদ, বস্ত্ৰ অলঙ্কাৰ আনকি চেনেহৰ পুত্ৰ-পৰিযাৰকো অকাতৰে আনৰ হাতত তুলি দিওঁতা, ন্যায়, সত্য আৰু ধৰ্ম্মৰক্ষক ৰজা হৰিশ্চন্দ্ৰৰ বেদনামধুৰ কাহিনী আপোনালোকৰ আগত দাঙি ধৰিছে প্ৰবীণ নাট্যগোষ্ঠিয়ে। বিভিন্ন ভাওত আছে । ৰজা হৰিশ্চন্দ্ৰ ৰজা হৰিশ্চন্দ্ৰ।" ভিতৰত এটা কনচাৰ্ট বাজি উঠিল। ৰজা হৰিশ্চন্দ্ৰই মঞ্চত সজ্জিত সিংহাসনত বহি ল'লেহি, মঞ্চাধ্যক্ষই স্ক্ৰিন-মেন, লাইট-মেনক সাজু হ'বলৈ সঙ্কেত দিলে আৰু হৰিশ্চন্দ্ৰই চিগাৰেটটোৰ শেষ টান মাৰি, ভৰিৰে মোহাৰি স্ক্ৰিন দাং খোৱালৈ সাজু হ'ল। প্ৰেক্ষাগৃহৰ গুণ্-গুণনিও স্তব্ধ হৈছে। প্ৰেক্ষাগৃহৰ লাইট এটা এটাকৈ অফ্ কৰি দিছে আৰু পূৰ্ব্ব পৰিকল্পনা অনুসৰি ভোৰতালৰ এটা আকস্মিক গম্ভীৰ শব্দৰ (যেন বজ্ৰপাতহে পৰিস) লগে লগে সমুখৰ স্ক্ৰিন লাহে লাহে দুয়ো দাঁতিলৈ চাপ খাই যাবলৈ আৰম্ভ কৰিলে।

কল্পনা কৰক—কেনে এটা উৎকণ্ঠাপূৰ্ণ মুহূৰ্ত্ত। অভিনেতা-অভিনেত্ৰীৰ উৎকণ্ঠা, মঞ্চাধ্যক্ষ, স্মাৰক, লাইট-মেন, স্ক্ৰিন-মেনৰ উৎকণ্ঠা, দৰ্শকৰ উৎকণ্ঠা, ইমান পৰে লাইটৰ পোহৰ আৰু দৰ্শকৰ দৃষ্টিৰ মাজত অস্বস্তিৰে কটোৱা ডেকা গাভৰুৰ উৎকণ্ঠা, দৰ্শকৰ মাজত বহি থকা অভিনেতা-অভিনেত্ৰীসকলৰ আপোনজনৰ উৎকণ্ঠা। ধৰি লওক প্ৰেক্ষাগৃহ আৰু ওপৰত ৰঙ্গমঞ্চৰ চালখন নাই—ওপৰত—বহুত

ওপৰত বহি আছে আপুনি; আৰু ওপৰত বহি মঞ্চ, হোঁ-ঘৰ, প্ৰেক্ষাগৃহ সকলোবোৰলৈকে এক দৃষ্টিৰে সেই মুহূৰ্ত্তত আপুনি চাই আছে। ৰজা হৰিশ্চন্দ্ৰ সৰ্ব্বস্বান্ত হোৱাৰ সোণালী আৱস্থাণি। লাইটৰ পোহৰত সোণালী মঞ্চ, চকুলো টুকিবলৈ সাজু হোৱা দৰ্শকৰ সোণালী মন আৰু কৃতকাৰ্য্যতাৰ আকাঙ্ক্ষাৰ সোণালী অভিনেতাৰ মন।

এতিয়া গোটেই ঘটনাটো নিৰ্ভৰ কৰিছে আপোনাৰ কল্পনাৰ প্ৰখৰতাৰ ওপৰত, আপোনাৰ কল্পনাৰ বিস্তৃতি আৰু গভীৰতাৰ ওপৰত। কাৰণ কোনো লিখকে সৃষ্টিৰ আদিৰ পৰা এতিয়ালৈকে কোনো বস্তুৰে, কোনো প্ৰাণীৰে, কোনো পৰিবেশৰে একেবাৰে নিখুঁত সৰ্ব্বাত্মক বৰ্ণনা দাঙি ধৰিব পৰা নাই, মাথোঁ বৰ্ণনীয় বিষয়ৰ টেম্পাৰামেণ্ট্ আৰু ৰূপৰ এনে কিছুমান সঙ্কেতপূৰ্ণ আঙ্গিকৰ বৰ্ণনা দাঙি ধৰে যে তাৰেঁ আলমত আমি আমাৰ সঞ্চিত অভিজ্ঞতাৰে এটা নিখুঁত কল্পনা থিয় কৰি লওঁ।

স্ক্ৰিন দাং খোৱাৰ লগে লগে হঠাৎ প্ৰেক্ষাগৃহৰ দুৱাৰ মুখত এদল মানুহৰ আকস্মিক উপস্থিতি, কথা কটাকাটি। হঠাৎ প্ৰেক্ষাগৃহৰ দুৱাৰেদি সোমাই আহিল এগৰাকী আউলী-বাউলী চুলিৰে, শতছিন্ন কাপোৰেৰে উগ্ৰমূৰ্ত্তি ধৰি তিৰোতা। আহিযেই "ক'ত, ক'ত আছে তেওঁ? হৰিশ্চন্দ্ৰ হ'বলৈ অহা মুকুন্দ বৰুৱাক লাগে মোক।" দৰ্শক অবাক, মঞ্চৰ ৰজা হৰিশ্চন্দ্ৰ অবাক। তিৰোতাগৰাকীয়ে কাৰো বাধা নেমানি ষ্টেয়াৰ কেচেদি মঞ্চলৈ উঠি যোৱাৰ লগে লগে দৰ্শকৰ মাজত হুলস্থুল লাগি পৰিল "হেই হেই—খেদা, খেদি পঠিয়া, ক'ৰবাৰ পাগলী। এই গেটমেন কিটাই কি ঘাঁহ খাই আছিল?" কাৰো মাত ক'তো নুশুনাৰ উত্তপ্ততাৰ সৃষ্টি হ'ল। কোনোবাই পাছফালৰ পৰা চিঞৰিলে, "লাইট্—লাইট্।" কোনোবাই চিঞৰিলে,—"হেই", কোনোবাই পূৰ্ব্ববৎ জিভাৰ তলত আঙুলি দি মাৰিলে "সুইটি ইউ", এটা উত্তেজনাৰ ঢৌ বাগৰিল—পাশৱিক,

নিষ্ঠুৰ···। কিন্তু যি গবাকী তিৰোতাই ৰণচণ্ডী মূৰ্ত্তি ধৰি, হাজাৰ-বিজাৰ মানুহক অগ্ৰাহ্য কৰি হৰিশ্চন্দ্ৰৰূপী মুকুন্দ বৰুৱাক বিচাৰি আহিছিল—তেওঁ উঠি গৈ সোণবৰণীয়া কাগজেৰে সজোৱা লাইটৰ পোহৰত জিকমিকাই থকা সিংহাসনত বহি থকা হৰিশ্চন্দ্ৰৰ ওচৰ পালেগৈ আৰু অত্যন্ত তীব্ৰ কৰ্কশ কণ্ঠেৰে চিঞৰি উঠিল,—"তুমি মৰি যোৱা।" সেই তীব্ৰ চিৎকাৰত প্ৰেক্ষাগৃহৰ লোক স্তব্ধ হৈ গ'ল, ছেঁা ঘৰৰ লোক স্তব্ধ হৈ গ'ল। গোটেই ৰঙ্গমঞ্চ আৰু প্ৰেক্ষাগৃহৰ বতাহো কিজানি স্তব্ধ হৈ গ'ল। সেই ভয়াবহ স্তব্ধতাৰ বতাহত মৃদু অথচ শক্তিশালী উত্তেজনাৰ ঢৌ তুলি বজা হৰিশ্চন্দ্ৰই ক'লে ফুচফুচাই —আবেগ বিহ্বল হৈ, "নোকোৱা কিয় অৰুণা—নিষ্ঠুৰ ?" অৰুণাই দ্বিতীয় শব্দ এটা উচ্চাৰণ কৰিব নোৱাৰি মঞ্চতে ঢাঁচকৈ লুটি খাই পৰিল। গোটেই মঞ্চত লৰা-ঢাপৰা হুলস্থুল লাগিল। ইমান পৰে উইংচৰ দাঁতিত মৌ বাহৰ মৌৰ দৰে থূপ খাই থকা ছেঁা ঘৰৰ মানুহ জপিয়াই মঞ্চ পালেহি। দৰ্শকৰ মাজত কি হৈছে, কি কথা জানিবলৈ উৎকণ্ঠা লাগিল, আগ বাঢ়ি আহিবলৈ হেতা-ওপৰা লাগিল, ক'ৰ চকি ক'ত পৰিল ঠিক নোহোৱা হ'ল। প্ৰত্যেকেই নিজৰ আপোনজনক কাল্পনিক সম্ভাব্য বিপদৰ পৰা আঁতৰাবলৈ জোৰেৰে কাষ চপাই ল'লে। মঞ্চত ভাৱৰীয়া, দৰ্শক, স্ক্ৰিন-মেন, লাইট-মেন, স্মাৰক, মঞ্চাধ্যক্ষৰ চিন নাইকীয়া হ'ল। কাৰ দাড়ি ক'ত উফৰিল, কাৰ নাকত কোনে খুন্দিয়ালে ঠিক নাইকীয়া হ'ল। কোনোবা এটাই অৰুণাৰ মূৰত পানী ঢালি দিলেহি, কোনোবা ভাৱৰীয়াই কঁকালৰ কমৰ খুলি বিছি দিবলৈ লাগিল। কোনোবাই চিঞৰিলে—"ডাক্তৰ, ডাক্তৰ"। মুকুন্দ বৰুৱা লগে লগেই বহি পৰিছিল—একেবাৰে প্ৰায় আঠু কাঢি অৰুণাৰ মূৰটো এহাতৰ ঠাবিত তুলি ললে। এদল দৰ্শকে পলায়নমূলক মনোবৃত্তিৰে ভালে ভালে ওলাই যোৱাটোকে উচিত বিবেচনা কৰিলে। এই হুলস্থুলৰ মাজত অতপৰে প্ৰেক্ষাগৃহৰ দুৱাৰ মুখত বৈ

থকা আন এটা দল হুৰ-মূৰকৈ সোমাই আহিল। তাৰে এজনে লৰবি গৈ মঞ্চত উঠি মাইক্ৰ'ফোনৰ মাউথপিচ্ লৈ শৰীৰৰ সমস্ত শক্তিৰে চিঞৰিলে,—"শ্ৰদ্ধেয় ৰাইজ" কেইবাটাও মুহূৰ্ত্ত যেন শব্দ কেইটা জনজনাই বাজি থাকিল, প্ৰেক্ষাগৃহ, মঞ্চ, দুৱাৰেদি ওলাই যাব খোজা দৰ্শক কাণ পাতি ৰৈ গ'ল। হঠাৎ সৃষ্টি হোৱা নিস্তব্ধতাত পুনৰ ঘোষিত হ'ল,—"আপোনাসকল নাযাব। যিখন নাটক আপোনাসকলৰ আগত দেখুৱাবলৈ সম্পূৰ্ণ প্ৰস্তুত হৈছিল, সেইখন নাটক হয়নে নহয় নাজানো, কিন্তু আমি আপোনালোকক এখন নাটক দেখুৱাম। জীৱন্ত নাটক—যেনে নাটক আপোনালোকে আজিলৈকে দেখা নাই, অথচ যেনেকুৱা নাটকৰ প্ৰয়োজনেই আটাইতকৈ বেছি। আপোনালোক খন্তেক বহি আৰম্ভণিটো অন্ততঃ চাই যাওক।" দৰ্শকে কি হ'ব, কি নহ'ব একো ঠাৱৰাব নোৱাৰি থিয় হৈ থকাতে লাহে লাহে বহাৰ উপক্ৰম কৰিলে। অৰুণাৰ সম্বিৎ ফিৰি অহা লক্ষ্য কৰি দুজনমানে ছো৷ ঘৰলৈ দাঙি নিবলৈ ধৰিলে, মুকুন্দ বৰুৱা অৱশ বিহ্বল হৈ তাতেই বহি পৰিল। এই গোটেইবোৰ 'একচন্' মুহূৰ্ত্তৰ ভিতৰতে ঘটিছে। এইবাৰ মাইক্ৰ'-ফোনত শব্দ হ'ল, "ৰত্ন, বিবেক, ইউচুফ তোমালোক মঞ্চলৈ আহা। ইউচুফ, এই সোণালী কাগজৰ ৰাজ সিংহাসনখন দাঁতিলৈ বগৰাই দি ঠাই উলিয়াই দিয়া, ৰাজ প্ৰাসাদৰ চিনখন চিন্-মেনে ওপৰলৈ তুলি দিয়ক, সোনালী পোহৰৰ বাল্ব অফ্ কৰি লাইট-মেনে স্বাভাবিক পোহৰৰ বাল্ব অন্ কৰক। এতিয়া আমাৰ মঞ্চৰ চাৰিও-ফালে থাকিব জৰাজীৰ্ণ বেৰ কেইখন—কাৰণ—প্ৰবীণ নাট্যগোষ্ঠিয়ে যিটো ৰঙ্গমঞ্চ সজাই তুলিছিল সেইটো মিছা আবৰণ মাত্ৰ।"

ইতিমধ্যে হুলস্থুল লাগিছে ভিতৰত। মঞ্চাধ্যক্ষ, স্মাৰক, সম্পাদকে ভিতৰত দপদপাইছে, বাহিৰত দৰ্শকৰ মাজত আকৌ গুণ-গুণনি, ফুচ্ফুচনি। মুঠতে কেনে এটা বিশৃঙ্খল উত্তপ্ত পৰিবেশ হ'ব পাৰে কল্পনাৰে অনুভৱ কৰক। সাধাৰণতে এনে ঘটনা নঘটে৷

কিন্তু অস্বাভাৱিক ঘটনা এটা যেতিয়া আকস্মিকভাৱে ঘটে—তেতিয়া তাৰ ৰূপ কেনে হ'ব পাৰে কেৱল অনুভৱ কৰিব পাৰি তাৰ ব্যস্ততা, উত্তপ্ততা, বিশৃঙ্খলতা, অস্বাভাৱিকতা।

ৰত্নাই উইংচৰ আঁৰৰ পৰা মাইক্ৰ'ফোনটো মঞ্চলৈ টানি আনিলে। পৃষ্ঠপোষকসকলৰ ভিতৰৰ কেইবাজনেও এনে অমাৰ্জ্জিত পৰিবেশত থকাটো অসম্মানজনক বুলি বিতৃষ্ণাত নাক কোঁচাই ওলাবলৈ থিয় দিলে। বিবেকে জপিয়াই গৈ মাইক্ৰ'ফোনৰ ওচৰত থিয় দিলে। অতিষ্ঠ দৰ্শকসকলৰ ফালে চাই ক'লে,—"অনুগ্ৰহ কৰি অন্ততঃ দুটি শোক প্ৰস্তাব আপোনালোকে গ্ৰহণ কৰি যাওক। কল্পিত ৰজা হৰিশ্চন্দ্ৰৰ দুখত টুকিবলৈ গোটাই থোৱা চকুপানী সঁচা মানুহৰ দুখত অকণমান পেলাই যাব নোৱাৰিবনে? ৰজা হৰিশ্চন্দ্ৰই সকলো হেৰুৱাযো সকলো পালে, পুত্ৰ ৰোহিতাশ্বক হেৰুৱায়ো ঘূৰাই পালে। কিন্তু ভোকৰ ভাতৰ অভাৱত, ঔষধৰ অভাৱত, পথ্যৰ অভাৱত মৃত্যুৰ মুখত পৰা হৰিশ্চন্দ্ৰৰূপী মুকুন্দ বৰুৱাৰ পুত্ৰ জিতুক মুকুন্দ বৰুৱাই ঘূৰাই পাবনে?" দৰ্শকৰ এটা শ্ৰেণীৰ মাজত "ইস্-ইস্ আস্-আস্" আৰম্ভ হ'ল। ৰত্নই মাউথস্পিচটো থাপ মাৰি লৈ ক'লে, "অনুগ্ৰহ কৰি এক মিনিট থিয় হৈ মৃতকৰ আত্মাৰ চিৰশান্তি কামনা কৰক।" এটা শ্ৰেণীয়ে ইতস্ততঃ কৰিবলৈ ধৰিলে, কোনোবা উঠিছে নে নাই চাৰিওফালে চালে। বিবেকে গৰ্জ্জন কৰি উঠিল, "থিয় হওক।" আকৌ স্তব্ধতা—ভয়াবহ, উত্তেজনাপূৰ্ণ, অস্বাভাৱিক। অনিলে এইবাৰ ক'লে,—"আৰু এটি শোক প্ৰস্তাব আছে—সেইটো শোক প্ৰস্তাব আগতীয়াকৈ আমি লৈ থওঁ—যি জন মুকুন্দ বৰুৱাই অভিনয়ত সকলো হেৰুৱাই, শেষত সকলো ঘূৰাই পাই আপোনালোকক চকুলো টোকালেহেঁতেন, আশ্বস্ত কৰিলেহেঁতেন,—তেওঁৰ এই অভিনয়ৰ চখৰ মৃত্যু হওক।" মহিমে ক'লে—"মুকুন্দ বৰুৱা মোৰ খুৰা। মোক সদায় তেখেতে বদ্‌মাচ, উদ্ধত ল'ৰা বুলিয়েই ভাবি আহিছে, কিন্তু মই তেখেতক সদায় সন্মান কৰি আহিছোঁ।

আৰু বাৰে বাৰে কৈ আহিছে'। থিয়েটাৰ ভাওনাত লাগি আপুনি পৰিয়ালটোক মৃত্যুৰ মুখলৈ ঠেলি দিয়াৰ আগতে মৃত্যুবৰণ কৰক।"

হঠাৎ বহাৰ পৰা হৰিশ্চন্দ্ৰৰূপী মুকুন্দ বৰুৱা থিয় দিলে আৰু মহিমলৈ তীক্ষ্ণভাৱে চাই ক'লে,—"তইঁত নিৰ্ব্বোধ—নাজান অভিনয়ে মোৰ প্ৰাণ, নাজান অভিনয়ত লাগি নথকা হ'লে মই জীয়াই থাকিব নোৱাৰিলোঁহেঁতেন, নাজান এইটো 'হল' সাজিবলৈ এসময়ত কি কষ্ট কৰিছিলো।"

"জানো—চব জানো খুৰা। কেৱল অভিনয়তেই তুমি ৰজা হৈ হুকুম কৰিব পাৰা, ৰাজ্য, ৰাজ-সিংহাসনৰ গৰাকী হ'ব পাৰা—কিন্তু এই হৰিশ্চন্দ্ৰৰ সাজটোৱে তোমাৰ উকখা ঘৰৰ পানী ৰাখিব নোৱাৰে, খুৰীদেউৰ শৰীৰ ঢাকিবলৈ এসাজ কাপোৰ গোটাই দিব নোৱাৰে, জিতুক বচাই দিব নোৱাৰে। পাৰিব?" মুকুন্দ বৰুৱা যেন স্তব্ধ হৈ গ'ল—গালেদি বাগৰি আহিল এসোঁতা বাধা নমনা চকুলো। লাইটৰ পোহৰত সেই চকুলোৰ ধাৰ এটা ৰূপালী সাপৰ দৰে িৰবিৰাই উঠিল।

"ৰজা হৈ তুমি সত্য, ন্যায়, ধৰ্ম্ম ৰক্ষাৰ উদাহৰণ শিকাব খুজিছা। কিন্তু যেতিয়া তোমাৰ মাটি-বাৰী প্ৰাণনাথ উকীলে—তেখেত ইয়াতে সোৱা বহি আছে—নীলামত তেনেই পানীৰ দৰত কিনি ল'লে, তুমি কিবা কৰিব পাৰিলানে? কওক শ্ৰদ্ধেয় উকীল ডাঙৰীয়াই কওক—তেতিয়া খুৰাই এবাৰ টান কথা ক'ব পাৰিলেনে? নে তেতিয়াও তেওঁ ৰজা হৰিশ্চন্দ্ৰৰ ভাও দিছিল আৰু আপুনি

"চাট্ আপ্"—দৰ্শকৰ প্ৰথম সাৰিৰ পৰা প্ৰাণনাথ উকীলে থিয় হৈ গৰ্জ্জি উঠিল, "মই তইঁতৰ ওপৰত দিফেমেচন কেচ্ কৰিব পাৰো জান?"

অনিল আগবাঢ়ি আহিল, ধীৰে-সুস্থিৰে ক'লে,—"পাৰিবতো—জনা কথা। পিছে মহিমে জানো আপোনাক দিফেমেদ্ কৰিছে?

কৰিছে তাৰ থুবাকক। আপোনাৰ বুদ্ধিৰ, আপোনাৰ কৌশলৰ সি তাৰিফহে কৰিছে।"

"এনেকৈ থিয়েটাৰ দেখুৱাবলৈ পইচা তুলি জুৱাচুৰি কৰাৰ মজা বাহিৰ কৰি দিব পাৰো।" প্ৰাণনাথ উকীলৰ লগতে কেইবাজনো পৃষ্ঠপোষক থিয় হ'ল। অনিলে হাঁহি দিলে। ক'লে, "সেইটোও সাধাৰণ কথা—মক্কেলৰ পৰা আপোনালোকে ফিজটোকে কেৱল লয়নে? আৰু অভিনয়টো আমাৰ বন্ধ হোৱা নাই। কওক বাইজ, মুকুন্দ বৰুৱাৰ হতাশাচ্ছন্ন মুখ, উকীল ডাঙৰীয়াৰ হিংস্ৰ চাৱণি, আমাৰ অনুৰোধ, উপৰোধ এইবোৰ অভিনয় নহয়? বিভা কাকতি যি গৰাকী আজিৰ অভিনয়ৰ নায়িকা তেখেতে মিছা অভিনয় দেখুৱাব খোজা নাছিল জানো?" অনিলৰ কথা শেষ নৌ হওঁতেই কেইজনমানে "চেম্—চেম্" কৰি উঠিল, বিভা কাকতিয়ে শৈবাৰ পোছাক খুলি পেলোৱা নাছিল। তেওঁ ওলাই আহিল আৰু অনিললৈ চাই বিৰক্তিৰে ক'লে, তোমালোকে পাৰ্চনেল প্ৰাইভেচি উলিয়াই দেশোদ্ধাৰ কৰিবলৈ আহিছা?" ইউচুফ মনে মনে আছিল, সিয়েই ক'লে, "বাইদেউ খং নকৰিব। প্ৰাইভেচি লৈয়েই মানুহ। কিন্তু মিছা মুখা এখন পিন্ধি সঁচা মানুহৰ ভাও আপুনি কেনেকৈ দিব? আপুনি পৰিয়ালৰ কৰ্ত্তব্যৰ খাটিৰত নিজৰ কামনা-বাসনাক ফাঁকি দিয়া নাই? মনে মনে কেতিয়াবা বৃদ্ধ দেউতাকৰ, পাঁচোটা ভাই-ভনীৰ মৃত্যু কামনা কৰা নাই? আপোনাৰ দুজনী ভনীয়ে যেতিয়া আপোনাৰ চকুত ধূলি মাৰি উচ্চ চৰকাৰী চাকৰীয়ালৰ গাড়ীত ঘূৰি ফুৰে, ঠিকাদাৰৰ বাহুত বাহু লগাই নদীৰ পাৰত গধূলি ঘূৰিবলৈ যায়, তেতিয়া জানো আপুনি একোকে নজনাৰ ভাও জুৰি বহি নাথাকে? অকলে মাজ ৰাতি বিচনাত পৰি পৰি চকুৰ পানীৰে গাৰু নিতিয়ায়?"

কোনোবাই "ছিঃ ছিঃ" কৈ উঠিল, কোনোবাই "অভদ্ৰ, ইতৰ, জানোৱাৰ" আদি শব্দ উচ্চাৰণ কৰিলে। ইউচুফ কিন্তু নৰল,— "সোৱা দৰ্শকৰ মাজৰ পৰা উঠি যাব খোজা নবেন হাজৰিকা পি.

ডব্লিউ ড্ৰিৰ এচ ডি. অ', সৌৱা উঠোঁ মুঠোঁকৈ থকা শইকীয়া— এখেত সকলে কওক।"

ছোঁ ঘৰত হুলস্থুল লাগি আছে, দৰ্শকৰ আসন খালী হৈছে, মঞ্চৰ ওপৰত উদ্ধত ডেকা কেইটাই কি কৰিছে বা কৰিব তালৈ চকু দি এটা শ্ৰেণী বহি আছে। এটা নাম নোহোৱা উত্তেজনা যেন সাগৰৰ ওপৰত বাগৰি যোৱা ঢৌৰ এডাল সাপ।

"আমাক উদ্ধত বুলি ভাবিছে, অভদ্ৰ বুলি ভাবিছে। আপোনা-লোকেই কওক—আমাৰ আশা-আকাঙ্ক্ষা নাইনে? আমিও খাই বৈ, পিন্ধি উৰি মানুহৰ দৰে থাকিবলৈ নিবিচাৰোঁনে? কিন্তু যেতিয়া আমাৰ চকুৰ আগত আপোনালোকৰ ভণ্ডামি ধৰা পৰি যায়, আপোনালোকে ভয়ত—সন্মানহানিৰ ভয়ত আমাৰ মুখ বন্ধ ৰাখিব খোজে। চৌডী ডাঙৰীয়াৰ গুদামঘৰত কি কি বস্তু থাকে, ট্ৰাক-ড্ৰাইভাৰ ৰহমতে জানে, ইঞ্জিনীয়াৰ চাহাবৰ ঘৰলৈ ৰাতি কোন পুৰুষ আৰু মহিলা যায়, ড্ৰাইভাৰ চিকনে জানে, বাবুৰ্চি হাচমতে জানে আৰু যোৱা সকলে নিজেই জানে। লাজ নাপাব—মই কেইবাগৰাকীও ভদ্ৰ মহিলাৰ নামো কৈ দিব পাৰোঁ। নকওঁ।"

এটা স্থহুৰি বাজি উঠিল। "হেই ঐ—দোস্ত্ ফাচ্ কৰি দিয়া।" বুলি কোনোবা এটাই চিঞৰি উঠিল।

কোনোবা এজনে চিঞৰিলে, "আমি লেকচাৰ শুনিবলৈ অহা নাই। কিবা দেখুৱালে দেখুউৱা।" বিবেকে অলপ বৈ ক'লে,— "প্ৰিয় দৰ্শক, মনত নাৰাখে কিয় আপুনিও আমাৰ অভিনয়ৰে এজন অভিনেতা? আপুনি কোৱা কথাবাৰো আমাৰ নাটকৰ সংলাপ। এই মুহূৰ্ত্তত গ্ৰীনৰুমৰ পৰা পলাই সাৰিব খোজা নাট্যগোষ্ঠিৰ কৰ্ম্মকৰ্ত্তাসকল, থাকি থাকি উচুপ থকা অৰুণা বৰুৱা, হতাশ হৈ বহি থকা মুকুন্দ বৰুৱা, বিভা কাকতি, লাইট-মেন, স্ক্ৰিন-মেন, আমি কেইজন, আসন এৰি যোৱা ভদ্ৰলোক দৰ্শকসকল, বৈ থকা সকল, এই সকলোৰে চকুৰ চাৱনি, মুখৰ ভাষা, শৰীৰৰ অঙ্গ-সঞ্চালন, মনৰ

তাৰ প্ৰতিক্ৰিয়া কেনেকৈ প্ৰকাশ পাইছে। আনকি এই জৰাজীৰ্ণ মঞ্চটো, হল ঘৰটো, বাদ্য কেইটা, আসনবোৰ, বাহিৰৰ মানুহৰ জুম, সৰু সৰু দোকানবোৰ, অভিনয় নেদেখি উত্তেজিত হৈ ভৎসনা কৰি যোৱা দৰ্শকবৃন্দ এই সকলোবোৰ আমাৰ অভিনয়ৰ অঙ্গবিশেষ। ভাবি চাওক - হৰিশ্চন্দ্ৰৰ কল্পিত দুখত কান্দিবলৈ অহা আপোনা-লোকৰ অন্তৰত খং, ঘৃণা, ক্ষোভ, হতাশা, উত্তেজনা, উৎকণ্ঠা, পাশৱিক আনন্দ আমি কিমান স্বাভাৱিকভাৱে জগাই তুলিছোঁ,—মিছা ৰঙ্গমঞ্চটোক এটা সচাঁ জীৱনলৈ কেনেকৈ আমি পৰিবৰ্তন কৰি দিছোঁ।

হঠাৎ ষ্টেজৰ টিনৰ চালৰ ওপৰত এটা ভয়ঙ্কৰ শব্দ হ'ল। তাৰ পৰা উপৰ্য্যুপৰি ইটা, শিলগুটি বৰষিবলৈ ধৰিলে। দৰ্শকসকল ঠেলি হেঁচি, চুচৰি-বাগৰি জপিয়াই বাহিৰলৈ ওলাই যাবলৈ হেতাওপৰা লগালে। ছোঁ ঘৰৰ মঞ্চৰ পৰা মানুহ হৰহৰকৈ নামি আহিল। কাৰ ক'ত কি পৰিল, কোনে ক'ত কি পেলালে একো ঠিক নোহোৱা হ'ল। তেতিয়াও ইটাৰ টুকুৰা আৰু শিলগুটিৰ ভয়ঙ্কৰ শব্দ কমি যোৱা নাই। হঠাৎ লাইট অফ্ হৈ নিষ্ঠুৰ অন্ধকাৰে আৱৰি ধৰিলে। এটা অস্বাভাৱিক হাহাকাৰ লাগি পৰিল। অন্ধকাৰৰ মাজত মানুহৰ মনৰ ভয়-উৎকণ্ঠাৰ উত্তেজনাই অনুভূত মূৰ্ছনাৰ সৃষ্টি কৰিলে, অসমানুপতিক লয়ত বিচিত্ৰ সৰু বৰ ধ্বনিৰ এটা সমলয় অনুৰণিত হৈ দূৰলৈ—ক্ৰমাৎ দূৰলৈ আঁতৰি যাব ধৰিলে।

অস্বাভাৱিক ঘটনা। সন্দেহ হ'ব কোনোবাই ইচ্ছা কৰি ঘটাইছে। কিন্তু আপুনি কল্পনা কৰি লব লাগিব অত্যন্ত স্বাভাৱিক-ভাবেই ঘটিছে। সন্দেহ হ'ব—সেই ডেকা কেইটা ক'ৰ? সিহঁত ইমান কথা কোৱাৰ শক্তি ক'ত পালে? তাকেই মই কল্পনা কৰি লবলৈ কৈছোঁ, তেনেকুৱা দল এটাকে কল্পনা কৰক। আপোনাৰ কল্পনাৰে সিহঁতক সজাই পৰাই লওক—সিহঁতে

প্ৰত্যেকেই কি পিন্ধিব , কেনেকৈ খোজ কাঢ়িব, কেনেকৈ কথা ক'ব, মুখৰ গঢ় প্ৰত্যেকৰে কেনেকুৱা, শৰীৰ গঠন কেনেকুৱা হ'ব— সকলোবোৰ আপোনাৰ কল্পনাৰ স্পৰ্শত জিলিকি উঠিব। জৰাজীৰ্ণ মঞ্চটোৰ চাবি বেৰ বহলাই নি থাকক—যিমান দূৰলৈ পাৰে নি থাকক। তাৰ মাজত থাকক গছ-বন, নৈ-নলা, ঘৰ-দুৱাৰ, পোহৰ-বতাহ আৰু আপুনি, স্বয়ং আপুনিও।

———

## সুকণ্ডা

* * * * * * * * * *

—নীলিমা শৰ্ম্মা

ভাবিলো লাইটটো নুমাই দিও। নিশা দহ বাজি পাচ মিনিট হৈছে। মোৰ দুই চিলিমমান গাঞ্জা হুপিবৰ মন গ'ল। ক'ত পাম ? কোনে দিবহি আনি। যদি শ্লিপিং টেবলেটকে আনি দিলেহেঁতেন। 'শ্লিপিং টেবলেট' শব্দ দুটাৰ কথা ভাবি মোৰ বৰ হাঁহিবৰ মন গ'ল। মোৰ অকলশৰীয়া কোঠাটোত টিউব লাইটৰ জোনাক। এই জোনাকত টোপনি অহাটো কষ্টকৰ। লাইটটো নুমাই দিয়াই ভাল হ'ব। কিন্তু লাইটটো নুমাই দিয়াৰ লগে লগে বাহিৰৰ অন্ধকাৰ আৰু ভিতৰৰ এন্ধাৰৰ মাজত পাৰ্থক্য হেৰাই যাব। অন্ধকাৰৰ বানপানীত মই মোৰ মনৰ হেপাঁহেৰে সাতুৰি-নাদুৰি ফুৰিম। এন্ধাৰ—মোৰ জীৱনৰ এন্ধাৰ। মোৰ কোঠাৰ সমুখৰ বাৰাণ্ডাখনৰ এটা বহল অঞ্চল, কৃষ্ণপক্ষৰ প্ৰতি নিশা অন্ধকাৰে এন্ধাৰ কৰি ৰাখে।, এইখিনিত এই বিজুলী চাকিৰ প্ৰয়োজন আছিল। পাহাৰৰ ওপৰত থকা এই আটকধুনীয়া মিচনেৰী হস্পিটেলৰ কৰ্ত্তৃপক্ষই হয়তো এইখিনি ঠাই পোহৰ কৰি ৰখাৰ প্ৰয়োজন অনুভৱ কৰা নাই। নহ'লে, নহ'লে হয়তো বাল্বটো ফিউজ হবও পাৰে। ফিউজ্‌ড্‌ বাল্বটো

এতিয়াও তাতেই আছে নে পেলাই দিছে ? ফিউজ্‌ড্‌ বাল্বটোৰ কথা ভাবি মোৰ বুকুখন ঢপঢপাই উঠিল। চিমেণ্ট প্লাষ্টাৰৰ মাজত সংলগ্ন হুৱলৈ সংগ্ৰাম কৰা মোৰ কৰঙনৰ হাড়দাল যেন কেৰকেৰাই উঠিল। উস্! কি বিষ! ময়ো বাৰু এটা ফিউজ্‌ড্‌ বাল্ব নেকি ? যদি ভগা হাড়দাল জোৰা নেলাগে, তেতিয়াহ'লে জীৱনৰ বাবে চাকোলা হ'ম। সঁচাকৈয়ে নে ? শৰীৰত যন্ত্ৰণা অনুভৱ কৰিবলৈ ধৰিলো। যেন মই মৰি আহিছো ক্ৰমে ক্ৰমে, বৰ নিষ্ঠুৰভাৱে। নাই, মই যোৱা দৰকাৰ। কেইঘণ্টামান ওৰ পাবিলে যন্ত্ৰণাৰ উপশম হ'ব—যদিও নকমে মনৰ যন্ত্ৰণা। বিচনাৰ কাষত মেজত হাতেৰে ঢুকি পোৱা ঠাইত থোৱা টিলিঙাটো বজাই দিলো। এবাৰ, দুবাৰ, তিনিবাৰ। কোনো নাহিল। এই নাৰ্চবোৰ যে। কোনো দায়িত্ববোধ নাই। চিষ্টাৰ আচেক নিশ্চয় এতিয়া ডিউটিত নাই। নহ'লে তেওঁ এবাৰ আহিলেহেঁতেন। চিষ্টাৰ আচেকৰ মৰমী মুখত মোৰ মৃত মাৰ মুখৰ প্ৰতিবিম্ব আছে।

কিছু সময়ৰ বিৰতিৰ পাছত চিঞৰি চিঞৰি মাতিলো,— "চিষ্টাৰ চিষ্টাৰ! চিষ্টাৰ। " নাই। কোনো সঁহাৰি নাই, মোৰ ওঁঠ শুকাই গৈছে। ডিঙি শুকাই গৈছে। কাৰো ভ্ৰুক্ষেপেই নাই। কোনে এচামুচ পানী মোৰ মুখত বাকি দিব ? গিলাচটো ইমান দূৰৈত থৈছে নাৰ্চজনীয়ে! একেবাৰে সিটো মূৰত, অলপ জোকাৰ খালেই গিলাচটো মজিয়ালৈ পৰি যাব। পকাত পৰিলে গিলাচটো আৰু জীয়াই নেথাকে। মৰিব। মই-মই-ময়ো গিলাচটোৰ দৰে । বাৰাণ্ডাত জোতাৰ শব্দ শুনি দুগুণ জোৰেৰে টিলিঙাটো বজাই দিলো, —লগে লগে চিঞৰিলো ,—"চিষ্টাৰ! চিষ্টাৰ!" বিকল হৈ যাব খোজা যন্ত্ৰৰ কেৰকেৰণিৰ দৰে মোৰ মাজৰ পৰা চিষ্টাৰ শব্দটো ওলাই গ'ল। বাৰাণ্ডাৰ পৰা বগা ব্লক হিলৰ জোতা পৰিহিত দুখন সুঠাম, মসৃন ভৰি মোৰ কোঠালৈ সোমাই আহিল। দৃষ্টি তুলি দেখিলো ডাক্তৰ জুন মেৰীটা। নিটোল অৱয়ৱ। শাৰীৰিক গঠন অপূৰ্ব্ব সুন্দৰ ,

যদিও তেওঁৰ নাক, মুখ, চকু বিশেষ একো সুন্দৰ নহয়, ওঁঠ দুপাহ ডাঠ বহল। সক সক দাঁতবোৰ বেঁকীয়া। কিন্তু তেওঁ যেতিয়া দাঁত জিলিকাই হাঁহিটো মাৰে,—তেতিয়া তেওঁতকৈ গুৱনি কোনোবা মানুহ আৰু এই পৃথিৱীত আছে বুলি ভাৱিব নোৱাৰি। ইমান মধুৰ আৰু স্নিগ্ধ হাঁহি ইয়াৰ পূৰ্ব্বে মই কাৰো মুখত দেখা নাছিলোঁ। ডাক্তৰ জুন মেৰীটাই তেওঁৰ সেমেকা কোমল হাতখন মোৰ কক্ষ কপালত থৈ মিঠা ইংৰাজীত সুধিলে, "আপোনাক মই কেনেকৈ সহায় কৰিব পাৰো ?"—'অনুগ্ৰহ কৰি মোৰ মুখত এচামুচ পানী দিবনে ? বৰ পিয়াহ লাগিছে। শৰীৰটোত কিযে এক যন্ত্ৰণা! আপোনাক বুজাই কব নোৱাৰিম। ৰাতিৰ ডিউটিত কোনো নাৰ্চ নেথাকে ?" বে'ল বজাই হায়ৰাণ হৈছো।

জুন মেৰীটাই মোৰ মুখত কেই চামুচমান পানী দি ক'লে, "আপোনাৰ কষ্টৰ বাবে দুঃখিত। আজি দেওবাৰ কাৰণে আমাৰ চিষ্টাৰ কেবাগৰাকীয়ে লিভ লৈছে। আমাৰ ইয়াত চিষ্টাৰৰ সংখ্যা কম কাৰণে মাজে মাজে ৰোগীসকলে কষ্ট পায়। এই অভাৱটো আমি শীঘ্ৰেই দূৰ কৰিবলৈ যত্ন কৰিম। আপুনি শুবলৈ যত্ন কৰক। শুভৰাত্ৰি।"

শুভৰাত্ৰি জনাই মই কবলৈ বাধ্য হ'লো, "অনুগ্ৰহ কৰি লাইটটো নুমাই দিবনে ?"

"নিশ্চয়" বুলি কৈ জুন মেৰীটাই লাইটটো নুমাই দিলে। ব্যস্ত খোজেৰে তেওঁ ওলাই গ'ল, যেন এটি গীতৰ মুৰ্চ্ছনা হঠাতে শেষ হৈ গ'ল। ভিতৰৰ এন্ধাৰ আৰু বাহিৰৰ অন্ধকাৰে সাৱটা-সাৱটি কৰিলে। কোঠাৰ এন্ধাৰত, মোৰ গাৰুৰ কাষত থোৱা ঘড়ীটো আৰু মই সাৰে আছো। পেয়িং ওৱাৰ্ডৰ এইটো আহল বহল আৰামী কোঠা। বেৰত দুখন যীশুৰ সোম্য ছবি। কাষত এটেণ্ডেণ্ট থকাৰ ব্যৱস্থা আছে। ব্যৱস্থা থাকিলেও লাভ নাই। কোন আহিব ? 'কোন আহিব' প্ৰশ্নটোৱে বুকুৰ ওপৰত এটা গধুৰ বোজা

তুলি দিলে। লগে লগে মই উশাহ লোৱাত কষ্ট পাবলৈ ধৰিলো। এজাক বতাহ লাগে। উশাহ লব পৰাকৈ মুকলি বতাহ। ধীৰে ধীৰে চলি থকা বিজুলী বিচনীৰ বা'ত গুলপীয়া পৰ্দা কেইখন কঁপিছে। বাওঁহাতখন মেলি মেজৰ ওপৰত থকা পিতলৰ টিলিঙাটো বজাই দিলো। বাৰাণ্ডাৰ একাষত কোনোবা এগৰাকী নাৰ্চে লগৰ আন এগৰাকীক কোৱা শুনলো,- "সেইপাতে বজাইছে অ'! নেযাবি! অনবৰতে গাভৰু ছোৱালী এজনী কাষত থাকিলেহে সি ভাল পায়! কেকাই আছে। কেকাওঁক দে।"—সি পক্ষৰ উত্তৰ: —"ধেৎ। বেয়া লাগে পায়।"

—"এঃ! তোৰ দেখিছো বৰ দৰদ।"

—"দৰদ থাকিলেও লাভ নাই যে। মোৰ আজি মেটাৰনিটিত নাইট ডিউটি। পাঁচজনীক 'লেবাৰ ৰুম'ৰ সমুখত পাঁচখন ষ্ট্ৰেচাৰত থৈছো। যেতিয়াই, প্ৰয়োজন হয়, তেতিয়াই লেবাৰ ৰুমলৈ সুমুৱাই দিম।

—"মেটাৰনিটিৰ চাৰি নম্বৰ ৰুমৰ পেছেণ্টজনীৰ অপাৰেছন ঠিক মতে হ'লনে?"

—"ক'ত হব। ঢুকাল। মই যাওঁদে। পেছেণ্টৰ চিঞৰ শুনিছ? মেটাৰনিটিৰ এই বিকট চিঞৰবোৰ শুনি শুনি মোৰ কাণ দুখন ঘোলা হৈ গ'ল অ'!"—

দুয়োজনী নাৰ্চ সম্ভৱতঃ বাৰাণ্ডাৰ দুয়োটা ফালে গুচি গ'ল। আকৌ গোটেইখন নীৰৱ হ'ল, মাজে মাজে মাথোন ৰাতিৰ নীৰৱতাত দূৰৈত থকা লেবাৰ ৰুম'ৰ আৰ্ত্তনাদ ৰিণিকি ৰিণিকি ভাহি আহিল। মই কেঁকনি বন্ধ কৰি নাৰ্চ দুজনীৰ কথাকে পাগুলিলো। সিহঁতে মোৰ সম্পৰ্কে যি অশ্লীল মন্তব্য দিছে, তাৰ জানো সত্যতা আছে? অৱশ্যে এটা কথা সত্য ,—বাৰাণ্ডাত কাৰোবাৰ পদধ্বনি শুনিলে মোৰ অলপ ডাঙৰকৈ কেঁকাবলৈ ভাল লাগে। কিমাননো আৰু বিছনাত পৰি থাকিম? কোঠাটোলৈ কোনোবা সোমাই আহিলে,

জঠৰ ভাবটো উপশম হয়। স্বাস্থ্যবান মানুহৰ সংস্পৰ্শলৈ আহিলে মোৰ ৰুগীয়া শৰীৰটোৱে যেন জীয়াই থকাৰ প্ৰেৰণা পায়। মোৰ ইমান জীয়াই থকাৰ হেঁপাহ কিয়? মই মৰিলে কাৰো একো ক্ষতি নহয়। মা জীয়াই থকা হ'লে হয়তো তেওঁ দুখ পালেহেঁতেন, হয়তো তেওঁৰ মানসিক ক্ষতি সাধন হলহেঁতেন মোৰ বাবে। সেইবোৰ চব 'হয়তো' আৰু 'হেঁতেন'। ক'বতো নোৱাৰি,—কিজানি তেওঁৰো ৰবৰকাই-দেউইঁতৰ দলতেই যোগ দিলেহেঁতেন। গোটেই ঘৰখনৰ মোৰ প্ৰতি ইমান অৱজ্ঞা,—যেন মই এটা অক্ষমনীয় ভুল কৰিলোঁ। দেউতাই মাতিবলৈকে এৰি দিছে। তেওঁলোকে ভাবে, এদল 'গুৰু'ৰ উচটনিত ভোল গৈ মই বিশ্ববিদ্যালয়ৰ প্ৰথম পৰীক্ষাটো দিয়াৰ পৰা বিৰত থাকিলো। কোঠাৰ এন্ধাৰৰ মাজত এজাক জলছবিৰ দৰে মোৰ মনলৈ অলেখ ঘটনা ভাহি ভাহি আহিল।

মোৰ শৈশৱ,—প্ৰাচুৰ্যাবে জিলমিলাই থকা দুখনি সাদৰি হাতৰ আলিঙ্গনত মোৰ শৈশৱ আছিল নিৰ্ভৰশীল। তাৰ পিচত মই যেতিয়া মোক যৌৱনৰ দুৱাৰদলিত বিচাৰি পালো, তেতিয়া এটি সাধাৰণ দুৰ্ঘটনাত হেৰুৱালো সেই দুখন সাদৰি হাতৰ, 'মৌ-সনা মিঠা মাত'ৰ গৰাকীক। মোৰ যৌৱন নিঃসঙ্গ, নিকৰুণ। আশ্ৰয় আছিল কিতাপ কিতাপ—আৰু কিতাপ। মোৰ প্ৰখৰ বুদ্ধিৰ বাবে লাভ কৰা শ্ৰেষ্ঠতম স্থানৰ বাবে মনে মনে অহঙ্কাৰী হৈ উঠিছিলো নেকি! নিজৰ অতীতটোৰ কথা ভাবি মোৰ এন্ধাৰৰ বানপানীৰ মাজত ঢেকঢেকাই হাঁহিবৰ মন গ'ল। —প্ৰখৰ বুদ্ধিমান,—প্ৰৱেশিকা পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰোতা 'মই',—কলেজৰ আশা-ভৰসাৰ স্থল 'মই' পৰীক্ষা নিদিলো। পৰীক্ষাৰ ফলাফল ওলাই যোৱাৰ পাচত,—এতিয়া 'মোৰ' আৰু এটা ফেল কৰা লৰাৰ মাজত কোনো পাৰ্থক্য নাই। যিখন কলেজে মোক সাদৰেৰে ভৰ্ত্তি কৰি লৈছিল, —এতিয়া সেইখন কলেজত মোৰ স্থান নাই,—অসম দেশৰ কোনো এখন কলেজতে মুৰ সুমুৱাৰ অধিকাৰ মোৰ নাই। নতুন 'নিয়ম'।

নিয়ম যোৱা শব্দটোক জোতাৰে গচকি গচকি মোহাৰি পেলাবৰ মন গ'ল। কিন্তু মোৰ যে কৰঙনৰ হাড় ভাগিল, মই কেনেকৈ জোতাৰে গচকি গচকি সেই শব্দটোক মোহাবিম? মই অক্ষম। বৰ অসহায় ভাবে মই অক্ষম। মোৰ বুকুভঙা কান্দোন হুচকুৰে বৈ আহিল। নিজৰ অজানিতেই মই চিঞৰি উঠিলো,—"মোৰ মা ঐ। মোক তোমাৰ ওচৰলৈ লৈ বলা। বৰ নিদাৰুণ, অতি নিষ্ঠুৰ আটাইবোৰ মানুহ। কোনো নাই। কোনো নাই মা ঐ"—মই ডাঙৰ ডাঙৰ কৈ কান্দিবলৈ ধৰিলো। সেই মুহূৰ্ত্তত মই পাহৰি গ'লো—মই যে কিছুদিন আগলৈকে সমুখ সমৰত জপিয়াই পৰিব পৰা, কলেজৰ, সমাজৰ এটি আদৰৰ তেজী ঘোৰা আছিলো। হঠাৎ মোৰ কোঠাত টিউব লাইটৰ জোনাক উপচি পৰিল। মিচিকি হাঁহিৰে আগবাঢি আহিছিল 'চিষ্টাৰ আচেক'। মনে মনে মই তেওঁৰ নাম দিছিলো 'পাবৰ বানী'। এখন নিকা কমালেৰে মোৰ চকুপানীবোৰ টুকি টুকি আচেকেই ক'লে, "এঘাৰ বজাত মোৰ ডিউটি শেষ হ'ল। এক্ষাৰ বাবাণ্ডায়েদি যাওঁতে হঠাৎ তোমাৰ কান্দোন শুনি সোমাবলৈ বাধ্য হলো,—যেচিকৈ বিষাইছে?"—এই নাৰ্চবোৰ যে। কেৱল শাৰীৰিক দুখকহে দুখ জ্ঞান কৰে। চিষ্টাৰ আচেকৰ হাত এখন মোৰ কপালৰ ওপৰত থৈ ক'লো, "মোৰ বুকুত এপাহাৰ দুখ আছে চিষ্টাৰ। মই বৰ অকলশৰীয়া। মোৰ মা নাই। দিনে দিনে মই বিবুদ্ধি হৈ গৈছোঁ। মোক কিবা এটা উপায় দিয়া চিষ্টাৰ।"

—অবাক হৈ চিষ্টাৰ আচেকে মোৰ মুখলৈ চালে। মোৰ মূৰত হাত বুলাই বুলাই তেওঁ ক'লে, "অকণমান সময় প্ৰাৰ্থনা কৰাচোন।"

—"প্ৰাৰ্থনা? কাক প্ৰাৰ্থনা কৰিম? ঈশ্বৰক? হুঃ।"—

চিষ্টাৰ আচেকে ফ্লাস্কৰ পৰা গৰম পানী লৈ এগিলাচ হৰলিক্স কৰিলে। দুটা বিস্কুট আৰু হৰলিক্সৰ গিলাচ দি ক'লে,—"আগতে খাই লোৱা।"

হৰলিক্স গিলাচে মোক কিছু শক্তি দিলে। চিষ্টাৰ আচেকৰ

মুখত দৃঢ়তা আৰু কৰুণাৰ অপূৰ্ব্ব সংমিশ্রণ। আচেকৰ কিমান বাৰু বয়স, মোতকৈ নিশ্চয় দহ বছৰমান ডাঙৰ হ'ব। মোৰ বিচনাৰ কাষৰ চকীখনৰ বাহু এটাত ধৰি আচেকে ক'লে, "পৃথিৱীৰ প্ৰতিজন মানুহেই অকলশৰীয়া। সমূহৰ মাজত থাকিলেও আমি প্ৰত্যেকেই একক, নিঃসঙ্গী। মাক জীয়াই থাকিলেই যে জীৱনত আশ্ৰয়ৰ স্থল থাকে, সেই কথা সকলোৰে ক্ষেত্ৰত প্ৰয়োগ কৰিব নোৱাৰি। মোৰ মা জীয়াই আছে। কিন্তু মই তেওঁক মোৰ মা বুলি গণ্য নকৰো।"—

—"কিয় ?"

—"মই জীয়াই থাকোতেই, মোৰ দেউতাৰ জীৱিত অৱস্থাতেই, তেওঁ ঘৰৰ পৰা পলাই গৈ আন এজন সামৰিক বিষয়াক বিয়া কৰালে। তাৰ এবছৰৰ পাচত মোৰ দেউতাই আন এগৰাকী মহিলাক ঘৰলৈ চপাই আনিলে। বিদ্ৰোহ কৰি মই ঘৰৰ পৰা ওলাই আহিলো। নার্চ হোৱাৰ হেঁপাহ আছিল। কিন্তু হাতত পইচা নাছিল। এজন খৃষ্টান ধৰ্ম্মযাজকে "খৃষ্টান ধৰ্ম্ম ললে সকলো সুবিধা কৰি দিম" বুলি ক'লে। নার্চ হোৱাৰ হেঁপাহত মই খৃষ্টধৰ্ম্ম গ্ৰহণ কৰিলো। ধৰ্ম্মনো কি। মানুহৰ মনৰ ধাৰণা মাত্ৰ। তুমি শাক্ত ধৰ্ম্মী নে বৈষ্ণৱ ?"

—"মই একো ধৰ্ম্মী নহয়। ঈশ্বৰ-তীশ্বৰ, প্ৰাৰ্থনা-চাৰ্থনাক মই বিশ্বাস নকৰো।"

—"তুমি এই হাস্পতালত ভৰ্ত্তি হ'বৰে পৰা অৰ্থাৎ এমাহে মই লক্ষ্য কৰিছো তুমি কাকোৱেই বিশ্বাস নকৰা। আনকি তুমি নিজকো নিজে বিশ্বাস নকৰা।" —আচেকে কথাষাৰ কৈ তীক্ষ্ণ দৃষ্টিৰে মোলৈ চালে।

সুধিলো,—"মোৰ আত্মবিশ্বাস নাই ?"

—"হয়তো আছিল। এতিয়া হেৰুৱাইছা। নহলেনো এটা সামান্য ঘটনাকে অন্ধকূপৰ দুৱাৰ বুলি ভাবানে ?

—"কি কৈছা বুজা নাই।"

—"তুমি সুবুজাৰ ভাও ধৰিছা। প্ৰি-ইউনিভাৰ্চিটি পৰীক্ষা নিদি তুমি ভাবিছা তোমাৰ জীৱনৰ অন্ধকাৰ অধ্যায় আৰম্ভ হ'ল। তুমি ভাবিছা জীৱনৰ সকলো ক্ষমতা, সকলো স্বপ্ন ছাৰখাৰ হ'ল। তুমি অতিপাতকৈ মদ আৰু ভাং খাবলৈ ললা। তুমি ভাবিছা, মদ আৰু ভাঙে তোমাক অন্ধকাৰৰ গভীৰতম স্তৰলৈ নমাই দিব। তুমি ক্ৰমে শেষ হৈ যাবা। তোমাৰ অবচেতন মনৰ ধাৰণা, তিল তিলকৈ তুমি নিজক মৰা মানে—ক্ৰমে ক্ৰমে তুমি মাৰ কাষ চাপ যাবা। মৃত্যুৰ মাধ্যমেৰে স্নেহ-মমতাৰ নিবিড় আশ্ৰয় পুনৰ বিচাৰি পাবাগৈ। মদৰ জালত দুই তলাৰ ওপৰৰ পৰা বাগৰি পৰি হাড় ভাঙিলা, টোপনি নহাৰ অজুহাতত কেইবাটাকৈ শ্লিপিং টেবলেট খালা।"

—এইবোৰৰ কি অৰ্থ? কি অৰ্থ থাকিব পাৰে?—অতি কঠোৰভাবে আচেকে মোৰ মুখলৈ চালে। আচেকলৈ মোৰ ভয় লাগিল, ঠিক যেনেকৈ সৰুতে এচাৰি দাঙি অহা মালৈ মোৰ ভয় লাগিছিল। মোৰ অতবোৰ ব্যক্তিগত কথা আচেকক কোনে ক'লে? নিশ্চয় দেউতাই। ভয়ে ভয়ে চিষ্টাৰ আচেকক সুধিলো, "মই ইমান বেয়া বুলি তোমাক কোনে কৈছে? দেউতাই?"

—"তুমিতো বেয়া লৰা নহয়। তুমি এটা অতি বুদ্ধিমান লৰা। তোমাৰ সমুখত আছে এটা সম্ভাৱনা-পূৰ্ণ ভৱিষ্যত। নিজৰ পৰা পলাবৰ বাবেই তুমি মদ আৰু ভাং খোৱা। তুমি নিজকে যেতিয়া অলাগতিয়াল আৰু অনুপযুক্ত বুলি অনুভৱ কৰা,—তেতিয়া তুমি বৰ অসহায় হৈ পৰা, তোমাৰ মনত নীচাত্মিকা-বোধ জাগে আৰু সিবোৰৰ পৰা নিষ্কৃতি লভিবৰ বাবে তুমি সুৰা আৰু ভাঙৰ ওচৰলৈ দৌৰ মাৰা।"—

সুৰ সলাই চিষ্টাৰ আচেকে পুনৰ ক'লে, "তুমি নিজক নিজে চেলেঞ্জ কৰিব লাগিব। তুমি তোমাৰ বুদ্ধিৰ ওপৰত মামৰ লাগিবলৈ দিব নোৱাৰা। নিজৰ বুদ্ধিক তুমি উদ্‌ঘাটন কৰিব লাগিব।"—

—"কিন্তু মই জানো পাবিম চিষ্টাৰ ? মই কিজানি চাকোলা হৈ যাম।"

—"তুমি আকৌ সবল হৈ উঠিবা। হাড জোৰা লাগিলেই প্লাষ্টাৰ খুলি দিম। তোমাক মই অনুৰোধ কৰো,—তুমি 'বিশ্বাস' শব্দটোক অবিশ্বাস নকৰিবা। কেইমিনিটমান সদায় প্ৰাৰ্থনা কৰিবা। তোমাৰ মাকৰ উদ্দেশ্যেই বাৰু প্ৰাৰ্থনা কৰিবা।"

—"কিন্তু মোকতো আৰু কোনো কলেজতে পঢ়িবলৈ নিদিয়ে।"

—"পৃথিৱীৰ ভিতৰত কেৱল অসম দেশতহে কলেজ আছে নেকি ? ইচ্ছা কৰিলেই বাট ওলাব।"—

—"তোমাক নিশ্চয় উপায় দিম।"

আগ্ৰহেৰে সুধিলো,—কি উপায় ?

ডিভিত পিন্ধি থকা চেইন দালত ওলমি থকা যীশুৰ প্ৰতিকৃতিৰ লকেটটো খামুচি ধৰি পৰম আস্থাৰে চিষ্টাৰ আচেকে ক'লে, "মোৰ জীৱনৰ চৰম সংকটৰ সময়ত যি উপায় খৃষ্টান ধৰ্ম্মযাজকজনে মোক দিছিল সেই উপায়কে মই তোমাকো দিয়াৰ ব্যৱস্থা কৰিম। আপত্তি আছে নেকি ?" অভাৱনীয় বিস্ময়েৰে মই চিষ্টাৰ আচেৰ মুখলৈ চালো। সেই মুখত এইবাৰ দৃঢ়তা আৰু কৰুণাৰ অপূৰ্ব্ব সংমিশ্ৰণৰ পৰিৱৰ্ত্তে চাতুৰ্য্যৰ লীলা দেখিবলৈ পালো।

— —

## সেই পথেই এই পথ

* * * * * * * * * *

—অৰুণ গোস্বামী

মাৰ হাঁহিটো দেখিলে মই প্ৰায় পাগল হৈ যাওঁ। ইমান সুন্দৰকৈ মাই হাঁহিব পাৰে। আজি দুবছৰ দিন ধৰি মই মাৰ হাঁহিটো দেখা নাই। হাঁহিটো দেখা নাই নহয়, দুবছৰ মই মাকে দেখা নাই। তাৰ এবছৰমানৰ আগৰেপৰাই মাই হাঁহিবলৈ এৰিছে। মাক মই আগতে প্ৰায়ে হঁহুৱাবলৈ চেষ্টা কৰোঁ। আজিৰপৰা তিনি বছৰমানৰ আগৰেপৰা অৰ্থাৎ মাৰ অসুখ হোৱাৰেপৰাই মাই হাঁহিবলৈ এৰিছে। মাই হাঁহিব নোৱৰা হৈছে। এদিন মই মাক হঁহুৱাবলৈ অপৰিসীম চেষ্টা কৰাৰ মূৰতো যেতিয়া মাই হাঁহিব নোৱাৰিলে, মোৰ কান্দি দিম যেন লাগিছিল। মোৰ কথাটো মাই বুজিব পাৰিছিল আৰু মোক কাষলৈ মাতি নি শুকান কল-ঠকৰা যেন হোৱা হাত দুখনেৰে মোৰ ডিঙিটো হলাই নি কাণৰ ওচৰত সেহাই সেহাই কৈছিল, “বোপাই অ’, মই হাঁহিব নোৱাৰোঁ। মুখখন মেলিলেই মুখৰ ভিতৰৰ ঘাঁবোৰ চিৰিঙলি পাৰি বিষায়। এই হাঁহিব নোৱাৰোঁ।” মাৰ কথাই মোৰ বুকুৰ ভিতৰত বাহিৰলৈ ওলাই আহিব নোৱৰা কান্দোনটোৱে পকাই-পকাই যেন মৰ্মৰাই বুকুখন ভাঙি

পেলাবলৈ চেষ্টা কৰিছিল। মাই ইমান সুন্দৰকৈ হাঁহিব পাৰিছিল। মাৰ হাঁহিটো দেখিলে মই পাগল হৈ গৈছিলো। মুখখন মেলি মাই যেতিয়া হাঁহে মই গোটেই হাঁহিটোকে অকলে গিলি পেলাম যেন লাগিছিল। কিন্তু সেইদিনা সেই দুখন ওঁঠ অসহ্য-যন্ত্রণাত বেঁকা কৰি মাই সেহাই-সেহাই কৈছিল, "বোপাই অ', মই হাঁহিব নোৱাৰোঁ।" তাৰ পাচত মাৰ সমবয়সীয়া মাইকী মানুহ দেখিলেই কেনেকৈ হাঁহে চাবলৈ ধৰিলো। কোনোবাই মাৰ নিচিনাকৈ হাঁহিব পাৰিছে নেকি মই খুব আগ্ৰহেৰে চাওঁ। কিন্তু কোনেও মাৰ দৰে হাঁহিব নোৱাৰে। ইমান সুন্দৰকৈ মাই হাঁহিব পাৰিছিল। মাই মোক কৈছিল—মোক কৈছিল নহয়, লগৰ ওচৰ-চুবুৰীয়াক কোৱাহে মই শুনিছো—সকতে হেনো কিবা কাৰণত মই কান্দি থাকোঁতে মাই হাঁহিলে মই হেনো ভেবা লাগি মাৰ ফালে চাই শেষত ময়ো ঢেক্‌ঢেকাই ছিকটি ফুটাই হাঁহিছিলো। সেই মাৰ হাঁহিটো আজি তিনি বছৰ দিন ধৰি মই দেখা নাই। দুবছৰ দিন ধৰি মই মাকে দেখা নাই। আজি মাক দেখা কৰিবলৈ মই আহিছো। পাৰিলে মাক এবাৰ হঁহুৱাই চাই যাম।

আজি কেই দিনমানৰ আগতে টেঙাজান বাগিচাত জীৱন শৰ্মাক লগ পাইছিলো। তেওঁ মোক ক'লে, দাদাই হেনো নাহৰণিৰ মফিজৰ আগত কৈ পঠাইছে, ক'ৰবাত মোক পালে খবৰ এটা দিব লাগে মাৰ খুব টান হৈছে বুলি। এবাৰ যেনে-তেনে দেখা এটা কৰি যাব লাগে। মফিজে জীৱনক পাই কথাটো ক'লে। জীৱনে আজি কেইদিনমানৰ আগতে মোক পাই ক'লে। কথাটো শুনাৰেপৰা মোৰ মনটো ব্যাকুল হৈ পৰিছে। ব্যাকুল হৈ পৰিছে মৰাৰ আগতে মাক এবাৰ চাবৰ কাৰণে নহয়, মৰাৰ আগতে শেষ বাৰৰ কাৰণে মাৰ হাঁহিটো যেনে তেনে এবাৰ চাই লবৰ কাৰণেহে মোৰ মনটো ব্যাকুল হৈ পৰিছে। মফিজে এই খবৰটোও দিলে যে কিছু দিনৰপৰা অৰ্থাৎ মাৰ অসুখ টান হোৱাৰেপৰা প্ৰায় চৌব্বিশ ঘন্টা আমাৰ ঘৰত পুলিচে-

পহৰা দি আছে। সেই কাৰণে, গ'লে খুব সাবধানে যাব লাগিব। কথাটো শুনি মোৰ হাঁহিহে উঠিছে আকৌ। স্বাধীনতা (?) আন্দোলনৰ শ্বহীদ পুণ্যধৰ বৰুৱাৰ ঘৰত তেখেতৰ পৰিবাৰৰ যোৱা-খোৱা অৱস্থাত স্বাধীন দেশৰ ডাক্তৰ নাহি অনবৰতে পুলিচেহে ঘৰ ঘেৰাও কৰি আছে। কাৰ নো হাঁহি নুঠিব বাৰু? দেউতা মৰিল ভালেই হ'ল, নহ'লে দেউতাই কিজানি এফালৰপৰা পুলিচবোৰ মাৰিবলৈ আৰম্ভ কৰি দিলেহেঁতেন, অথবা, খেদাই দিয়া ব্ৰিটিছবোৰকে আকৌ মাতি আনিবৰ কাৰণে চেষ্টা কৰিলেহেঁতেন। মাক মৰাৰ আগতে পালে মই এবাৰ সকলো চেষ্টা কৰি, অথবা, জোৰ কৰি হ'লেও হুঁচুৱামেই। কিন্তু যোৱা যায় কেনেকৈ?

মই মোৰ দলত ৰাতি কথাটো উলিয়ালো। আৰু, বিশেষকৈ মাৰ হুঁপহিটোৰ কথাও মই তেওঁলোকক ক'লো। তেওঁলোকে কথাটো অলপ পৰ চিন্তা কৰিলে। তাৰ পাচত মোক তেওঁলোকে পাঠ দিবলৈ ধৰিলে। কেনেকৈ মই ভেশছন ধৰি যাব লাগিব। কোন কোন সম্ভাৱ্য সঙ্কটপূৰ্ণ মুহূৰ্ত্তত কি কি ব্যৱস্থা লব লাগিব। আৰু প্ৰয়োজন হ'লে মাক দেখা নকৰাকৈয়ে ঘুৰি আহিব লাগিব। এই সকলোবোৰ কথা তেওঁলোকে মোক বিতংভাৱে বুজাবলৈ ধৰিলে। এনেকুৱা ক্ষেত্ৰত যে sentiment বা আবেগ সম্পূৰ্ণৰূপে বাদ দিব লাগিব—এই কথাও মোক পুনৰ তেওঁলোকে বুজালে। শেষত তেওঁলোকে অহা যোৱাৰ খৰচৰ বাবদ টকা আঠোটা আৰু ৰিভলভাৰ এটা দি ক'লে, একেবাৰে চৰম অৱস্থাতহে এইটো ব্যৱহাৰ কৰিব লাগিব। তাৰ আগতে মোৰ হাতত এনে এটা বস্তু থকাটো কোনেও গমেই পাব নালাগিব। মই সকলোবোৰ কথা মনোযোগেৰে শুনি হাত মেলি টকা আঠোটা ৰিভলভাৰটোৰে ললো, তাৰ পাচত সুযোগ বুজি ছদিনৰ মূৰত আজি মই মাৰ ওচৰলৈ আহিছো। দুবছৰ দিন ধৰি মই মাক দেখা নাই আৰু তিনিবছৰ দিন মাৰ হাঁহিটো মই দেখা নাই।

মোৰ মূৰত কথা কেইষাৰ বাজি আছে। দৰকাৰ পৰিলে মাক চোৱাৰ আশাও ত্যাগ কৰি মই ঘুৰি আহিব লাগিব। অথচ পুলিচৰ আগত ধৰা পৰিলে সকলো পণ্ড হ'ব। আৰু একেবাৰে চৰম মুহূৰ্ত্তহে বিভলভাৰটো ব্যৱহাৰ কৰিব লাগিব। তাৰ বাহিৰে অন্য সময়ত মোৰ হাতত তেনে জাতীয় বস্তু আছে বুলি কোনেও সন্দেহেই কৰিব নালাগিব। এইটো অৱস্থাত মোক কোনে সন্দেহ কৰে বাৰু? মাত নমতালৈকে মোক দাদাহঁতে বা নবৌহঁতেও চিনিব নোৱাৰিব। মায়েতো মাত মতাৰ পাচতো যে এনে চেহেৰাত চিনি পাব সন্দেহ হৈছে। ইমান দীঘল দাড়ি-চুলি, এনে এটা ফটা-ছিটা সাজ-পাৰ। মোক এটা বলিয়া সাজি আহিবলৈ নিৰ্দ্দেশ দিয়া হৈছিল। ফলত এই আহাৰ মহীয়াও মোৰ গাত এই ফটা কোট। পায়জামাটোও ঠায়ে ঠায়ে ফাটিছে। কোনো ক্ষেত্ৰতে কাকো মুখৰ মাত নুশুনাবৰ বাবে মোক নিৰ্দ্দেশ দিয়া হৈছিল। আৰু এটা ষ্টেছনৰ পাচতেই মই নামিব লাগিব। এইটো ষ্টেছনৰপৰা মই নামিব লগা ষ্টেছনটোৰ মাজত দূৰত্ব মাত্ৰ পাঁচ মাইল। নামিয়েই মই বেঁকা বাট ল'ব লাগিব। পোন বাটেদি মই কোনোমতেই এখোজো দিব নোৱাৰিম। এইদৰে হ'লে লগে লগে ধৰা পৰি যাম।

তিনি বাজিছে। ৰে'লখন আজি যথা সময়ত আহি পাইছেহি। নদীৰ পাৰে পাৰে হাবিয়ে হাবিয়েই মই ঘৰলৈ যাব লাগিব। তিনি মাইল বাট যাওঁতে এঘণ্টা লাগিব। হাবিৰ মাজেদি যোৱা যেতিয়া আৰু অলপ বেছি সময় লাগিব পাৰে। Risk লৈ বাটেদিও যাব পাৰোঁ। ভাল নহব। কেনেবাকৈ যদি ধৰা পৰি যাওঁ, সকলো পণ্ড হ'ব। সোৱাডোং নামৰ সৰু নৈখনৰ পাৰে পাৰে হাবিয়ে হাবিয়ে গ'লে ছেগা-চোৰোকাকৈ দুই ফাৰ্লংমান বাটহে মই মুকলিয়েদি যাব পাৰিম। নদীৰ পাৰেদি পাঁক মাৰি আমাৰ ঘৰৰ পথাৰখনৰ মূৰত হাবিখন শেষ হৈছে। হাবিৰপৰা ওলাই পথাৰখন পাৰ হ'লেই মই ঘৰ পাম। মাৰ হাঁহিটো এবাৰ চাবই লাগিব।

কষ্ট পালেও মাক ক'ম, মা, তুমি এবাৰ হাঁহা'চোন—মাত্ৰ এবাৰ হাঁহা'।

যদি ইতিমধ্যে মা মৰিছে। অঁ, মৰিবওতো পাৰে। এনে এটা কথাতো নাই যে মোক নেদেখাকৈ মা নমৰিব। মৰিবওতো পাৰে, মৰিবওতো পাৰে। মৰিলে মৰক, কিন্তু মাৰ হাঁহিটো মোক, কোনে দেখুৱাব ? অৱান্তৰ চিন্তা, মাৰ হাঁহিটো ময়েই মাৰপৰা চাব লাগিব। আলিয়েদি গ'লে সোনকালে পামগৈ। এইটো চেহেৰাত অৱশ্যে মোক কোনেও চিনিব নোৱাৰিব। তথাচ risk লোৱা ভাল নহব। ধৰা পৰিলে সমূলে যাব। কিন্তু গম পোৱামতে পুলিচেতো ঘৰৰ চৌহদ ঘেৰাও কৰি ৰাখিছে। ৰাতি হোৱালৈকে আকৌ হাবিত থাপ দিব লাগিব। বলিয়াৰ ভাও ধৰি সোমাই গ'লে সন্দেহ কৰিব নেকি ? কৰিব, কৰিব—নকৰিবৰতো কাৰণ নাই। বলিয়া এটা আকৌ হঠাৎ গাৰ্ড়ৰ ঘৰত কিয় সোমাবহি ? মোৰ এইটো চেহেৰাৰ ফটো অৱশ্যে পুলিচৰ হাতত নাই। নাথাকিলেও সিহঁতে মোক নিশ্চয় সন্দেহ কৰিব। মোক ঘেৰাও কৰি খানা-তালাচ কৰিব। কঁকালৰ বিভলভাৰটো ঠিকেই আছে। থাকিলেও শেষ মুহূৰ্ত্তহে তাৰ ব্যৱহাৰ। তেতিয়াতো আৰু ৰক্ষা নহব। মা যদি জীয়াই আছে মাৰ আগতে সিহঁতে মোক অবৰ্ণনীয় অত্যাচাৰ কৰিব। হাঁহি চাবলৈ যাওঁতে মাৰ কান্দোনহে দেখা পাম। ছবছৰৰ আগতেই পুলিচে মোৰ নামত গ্ৰেপ্তাৰী পৰোৱানা বাহিৰ কৰিছে। মোৰ কেতিয়াবা সিহঁতৰ আগত চিঞৰি চিঞৰি কবলৈ মন যায়, যিবোৰ অভিযোগ তোমালোকে মোৰ ওপৰত আনিছা সেইবোৰ মিছা। মই বা মোৰ দলৰ কোনেও ব্যক্তিগতভাবে কাকো হত্যা কৰা নাই। ব্যক্তি-হত্যাৰ দ্বাৰা আমি আমাৰ লক্ষ্য পথ পাব নোৱাৰোঁ বুলি আমি নিশ্চিতভাৱে জানো। ব্যক্তি-হত্যা আমি কৰা নাই। মায়ো ৰাৰু কেনেবাকৈ ভাবি লৈছে নেকি যে মই অৰ্থাৎ মাৰ সৰু পুতেকে মানুহ হত্যা কৰি ফুৰিছো ? মাই যদি সঁচাকৈ তেনেকৈ ভাবি লৈছে,

মই ক'লেও চাগৈ মোৰ আগত মাই নাহাঁহিব। আৰু এমাইলমান গলেই মই ঘৰৰ ওচৰ পাম। চাবি মান বাজিবৰ হৈছে চাগৈ। মাই কিচ্‌মিচ্ খাই বৰ ভাল পায়। ছুটামান কিচ্‌মিচ্ কিনি নিব পৰা হ'লে। পইচাও হিছাপতহে আছে। ভাত এসাজ নাখালো-হেঁতেন। মাই কিচ্‌মিচ্ খাই বৰ ভাল পায়। এতিয়া আৰু উপায় নাই, পাবিলে সুবিধা বুজি টকা ছুটা দাদাক দি আহিব লাগিব—কিচ্‌মিচ্ ছুটামান কিনি আনি দিবলৈ। বৰ কষ্টৰ টকা। হ'লেও মাই মোক বৰ কষ্ট কৰি ডাঙৰ কৰিছিল।

হাবিয়ে হাবিয়ে আৰু ছুই ফার্লংমান গ'লেই আমাৰ ঘৰৰ আগৰ হাবিখন পামগৈ। গায়ন-বায়নৰ শব্দ শুনিছো। ক'ৰবাত গায়ন গাইছে। ৰাতি বিচনাত পৰি দূৰণিত খোলৰ শব্দ শুনি এসময়ত বৰ ভাল লাগিছিল। ৰাতি খোলৰ বাজনা আৰু বাঁহীৰ মাত শুনি সঁচাকৈয়ে অপূৰ্ব্ব লাগে। মোৰ চৌদ্ধ বছৰ মান বয়সত, যেতিয়া মই ক্লাচ নাইনত পঢ়িছিলো, ভাওনাত ভাও এটা লৈছিলো। সেয়াই মই প্ৰথম ভাওনাত ভাও লোৱা। মাহঁতো ভাওনা চাবলৈ গৈছিল। মই লৈছিলো বজাৰ সেনাপতিৰ নাবালক পুতেকৰ ভাও। সেনাপতিক অন্যায়কৈ বধ কৰা হৈছিল। সেনাপতিৰ পৰিবাৰ অৰ্থাৎ মোৰ আয়ে মোৰ হাতত ধনুকাঁড় তুলি দি মূৰত আশীৰ্ব্বাদ দি কৈছিল, "বাছা! ধনুৰ্ব্বাণ হাতে তুলি দি আজি তোৰ ছখুনী মাৰে আশীৰ্ব্বাদ কৰিছো—পিতৃহন্তাক নিধন কৰি জয়ী হৈ আহ, আৰু তেতিয়াই তোৰ মাৰে তোক হাঁহি হাঁহি কোলাত তুলি লব। তই জয়ী হ'বি, যা বাছা।" ময়ো বচন মুখস্থ মাতিছিলো, "আই! তোমাৰ আশীৰ্ব্বাদকে অভেদ্য কৱচ কৰি লৈ পিতৃহন্তাক ছলে-বলে-কৌশলে বধ কৰি আহি তোমাৰ মলিন মুখত হাঁহি জিলিকাই তুলিম, আই!" আৰু তাৰ পাচত মই খোলৰ চেৱে চেৱে যুদ্ধযাত্ৰা কৰিছিলো। সোমনাথ বায়নে গীত গাইছিল, "ঐ আৰে, মাতৃ আজ্ঞা শিৰে ধাৰ, প্ৰসেন কুমাৰ—আৰে পিতৃহন্তা বধ হেতু যুদ্ধযাত্ৰা

কৰে ; ঐ আবে " বৰ ভাল লাগে খোলৰ হেৰে হেৰে যুদ্ধ কৰি। মাহঁতেও সেই ভাওনা চাবলৈ গৈছিল। মোৰ ভাও হেনো বৰ ভাল হৈছিল। পিছদিনা মা আৰু নবৌহঁতে মোক পানী কটাই গা ধুৱাইছিল। মুখ লাগিলে হেনো ভাৱৰীয়া শুকাই-খীণাই যায়। মোৰ কথাটো মনত পৰিলে আজিও হাঁহি উঠে। খোলৰ মাত শুনিহে কথাটো মনত পৰিছে আজি।

এই আবেলি ক'ত গায়ন গাইছে বাৰু ? নামঘৰত বৰ সবাহ হৈছে নেকি ? নামঘৰটো মই এৰিয়ে আহিলো। নামঘৰ সেই ফালেহে থাকিল। তেনেহলে ক'ত গায়ন গাইছে। অলপ বেগাই যোৱাই ভাল।

হয়নে ? ঠিক। ভুল নাই হোৱা, সেইটো আমাৰেই ঘৰ। মোৰ মুৰুটো ঘুৰাইছে। হাবিৰ মাজত মই। হাবিৰপৰা ওলাই পথাৰখন পাৰ হ'লেই ঘৰ পামগৈ। চোতালত টিনৰ ৰভা আৰু মানুহৰ অহা যোৱা। ৰভাৰ তলত গায়ন গাইছে। নগুলা মুখত সেয়া পুলিচ। ভন্টিজনী, মোৰ সৰু ভনীজনী, মামনি, যাক মৰমতে মাতোঁ মণি বুলি, তাই, তাই বাৰু এতিয়া ক'ত আছে ? চুলি থুৰাই দাদা দুটাই এতিয়া কি কৰিছে ? নবৌ দুজনী, যি মোক নিজৰ লৰাৰ দৰে মৰম কৰে তেওঁলোকে কি কৰিছে বাৰু ? গায়ন গাইছে। ভাওনাত যে ভাও লৈছিলো, "আই। তোমাৰ আশীৰ্ব্বাদ অভেদ্য কৱচ বুলি লৈ ।" মই পৰি যাম নেকি ? আজি মাৰ শ্ৰাদ্ধ। মাৰ হাঁহিটো চাবলৈ আহিছিলো,—সেই মাৰ হঁহাৰ দিনা মই হাবিত সোমাই সোমাই গায়ন-বায়ন শুনিছো। মাৰ হাঁহিটো মই ক'ত দেখিবলৈ পাম ? কোনে হাঁহি দেখুৱাব ? সেইযে মাৰ হাঁহিটো— যিটো দেখিলে মই পাগল হৈ যাওঁ, সেই হাঁহিটো ক'ত দেখিম ? সেই হাঁহিটো মই নেদেখাকৈ মাক কোনে হত্যা কৰিলে ? মই চকুৰে আন্ধাৰ দেখিছো। নগুলা মুখত পুলিচ। বিভলভাৰটো, নাই, ইয়াৰ ব্যৱহাৰ চূড়ান্ত মুহূৰ্ত্তহে। ৰভাৰ তলত খোল-তাল

বাজি আছে। হেরে হেরে যুদ্ধযাত্রা কৰিবলৈ বৰ ভাল হৈছে। সোমনাথ কাইটি, ৰামেশ্বৰ দদাই—বজাই থাককচোন বজাই থাকক —ন'বৰ ন'বৰ, বজাই থাককচোন—মই হাতত বিজলভাবটো লৈ যুদ্ধ যাত্রা কৰোঁ। মাৰ হঁাহিটো ঘুৰাই আনিবৰ কাৰণে মই মাতৃ-হন্তাক নিধন কৰোঁগৈ। অবিৰামভাবে যুদ্ধৰ বাজনা বজাওকচোন। আৰু অলপ বেলিৰ পাছত সন্ধ্যা লাগিলেই মই হাবিয়ে হাবিয়ে পূব কালে যাত্রা কৰিম। আপোনালোকে খোল বজাওকচোন—বজাওক—যুদ্ধৰ গীত গাওকচোন—মই বৰ ভাল পাওঁ শুনি। হেৰে হেৰে মই যাব পাৰিম।

মাৰ হঁাহিটো যে মই চাবলৈ আহিছিলো। মাৰ হঁাহিটো—আজি তিনি বছৰ দিন ধৰি—মই মাৰ হঁাহিটো দেখা নাই। অথচ মাৰ হঁাহিটো দেখিলে মই পাগল হৈ যাওঁ। কিমান সুন্দৰকৈ মোৰ মাই হঁাহিছিল। মাৰ হঁাহি। মা—, উস্—মা। মোৰ মা—, মা মোৰ!

———

অপৰাজেয়

*     *     *     *     *     *     *     *     *     *

—শীলভদ্র

ক্লান্তি, অপৰিসীম ক্লান্তি। বলৰামৰ ইচ্ছাও দুৰ্ব্বল হৈ পৰিছে। কিবা এটা খামোচ মাৰি ধৰাৰ তাৰ আৰু ইচ্ছা নাই। ক্লান্তিত হাতৰ মুঠি অজ্ঞাতে শিথিল হৈ যায়। খাদ্য, আশ্রয়, এইবোৰ বিষয়ে তাৰ আৰু সামান্যতম উৎসাহ নাই।

"গ'ল, গ'ল, গ'ল।"

নাই নমৰিল। বলৰামৰ পৰিবাৰ মেনোই হাতত ধৰি হেঁচোক মাৰি টানি তাক দ্ৰুতগামী ট্ৰাক এখনৰ তলত পৰাৰ পৰা ৰক্ষা কৰিলে। বলৰামৰ নিজৰ পৰা এইখিনি প্ৰয়াস কৰাৰো ইচ্ছা নাই।

পানবজাৰত ইমান ভিৰৰ মাজতো নিঃসঙ্গ মৰণাপন্ন মানুহজনক দেখি বলৰামৰ আৰু যুঁজ কৰি থকাৰ ইচ্ছা নাইকিযা হৈছে। মিছাকৈ ইমান চেষ্টা, ইমান শাস্তি। বলৰামৰ একমাত্ৰ ইচ্ছা হ'ল— সি ক'ৰবাত শুব। পাবিলে সি যেন মাজবাটতে গা এৰি দি পৰি থাকিব। তাক খাদ্য, আশ্রয় এইবোৰ একোকে নালাগে। হাতভৰি মেলি ক'ৰবাত শুব পাৰিলেই হ'ল। অচেতনতাৰ অতল

গছবৰত তল যোৱাৰ মন। নৰক যাতনাৰ পৰা মুক্তিৰ একমাত্ৰ উপায়।

বাটৰ কাষত গছজোপা দেখা পাই গছৰ তলত বলৰামে গা এৰি দিলে। ওপৰফালে মুখ কৰি দীঘল হৈ শুই পৰিল।

গাত বল আছিল বলৰামৰ। বলবিজ্ঞানৰ সূত্ৰমতে ঘণ্টাত সি কিমান ফুট-পাউণ্ড কাম কৰিব পাৰিছিল, উলিওৱা টান নাছিল। পিছে পেশীশক্তিক কাৰ্য্যকৰীভাৱে ৰূপান্তৰিত কৰি ধুনীয়াকৈ জীয়াই থকাৰ কোনো সুযোগেই সি নাপালে।

বংশানুক্ৰমে সিহঁতে বৰুৱাৰ পৰিয়ালৰ মাটিত আধিয়াৰ হিচাপে খেতি কৰি আছিল। বলৰামে নিজেও গজানন বৰুৱাৰ মাটিত খেতি কৰিছিল। অখণ্ড প্ৰতাপ এই বৰুৱা পৰিয়ালৰ। সাধাৰণ মানুহে বৰুৱাক 'ৰাজা' বুলি কয়।

"উমৰী আমাৰ ৰাজা।"

অৰ্থাৎ তেওঁ আমাৰ ৰজা। বৰুৱাৰ ইচ্ছাৰ বিৰুদ্ধে যোৱাৰ উপায় বা সাহস কাৰো নাই। গতিকে নিৰ্ব্বাচনী ৰাজনীতিত বৰুৱাৰ প্ৰতিপত্তি অসীম। তেওঁৰ সহায়ৰ মূল্যও তেওঁ পুৰা আদায় কৰি লৈছে। নিৰ্ব্বাচনত বিজয়ী প্ৰাৰ্থীৰ দলে কৃতজ্ঞভাৱে তেওঁক সকলো ধৰণৰ সহায় কৰি আছে। কৃষি, মীন বিভিন্ন বিভাগৰ পৰা তেওঁ কিমান টকা ধাৰ পাইছে তৎক্ষণাৎ হিচাপ কৰি কোৱা টান। পিছে হিচাপ কৰাৰ দৰকাৰো নাই। তেওঁ এই টকা কেতিয়াও ফিৰাই দিবলগীয়া নহয়। তেওঁক অসন্তুষ্ট কৰি এই অঞ্চলৰ পৰা কোনো দলে নিৰ্ব্বাচনত জয় লাভ কৰিব নোৱাৰে।

গজানন বৰুৱাৰ প্ৰতাপ দিনকদিনে বাঢ়ি গৈ আছে। আৰু সেই অনুপাতে সাধাৰণ মানুহৰ অৱস্থা ক্ৰমাৎ বেয়া হৈ আহিছে। বৰুৱাই যেতিয়া ট্ৰেকটৰ আদি লৈ আধুনিক পদ্ধতিৰে খেতি কৰিবলৈ ল'লে তেতিয়া তেওঁৰ মাটিত খেতি কৰি খোৱা মানুহবোৰৰ অৱস্থা নাইকিয়া হ'ল। এখন ট্ৰেকটৰৰ শক্তি পঞ্চাশৰ পৰা ষাঠি।

বলৰামৰ সামান্য শক্তিৰ মূল্য নোহোৱা হ'ল। ফলত বকৰাই সেউজীয়া বিপ্লৱ ঘটালেও গাঁৱৰ অইন বহুতৰে লগত বলৰামো নিঠৰুৱা হ'ল।

বলৰামৰ মাক জলোবুঢ়ীৰ চকুত ছানি পৰিছে। চকু দুটা ঘঁহা আইনাৰ দৰে। বুঢ়ীয়ে চকুৰে একো দেখা নাপায়। তথাপিও ঘৰত বহি নাথাকে। লাখুটি এডাল লৈ টকৃটকাই ঘুৰি ফুৰে। সকলোৰে ঘৰত হাহাকাৰ। গাঁৱৰ সকলোৰে অৱস্থা কিয় এনেকুৱা হ'ল বুঢ়ীয়ে একো ভুলানলা নাপায়। মানুহবোৰৰ কি হ'ল। বহিবলৈ নকয়, ভালকৈ মাতষাৰো নিদিয়ে। ধানৰ মোণ হেনো তিনিকুৰি টকা। কথাষাৰ বুঢ়ীৰ ধাৰণাৰ অতীত। আলোকবৰ্ষৰ দৰে এটা অনুমানসিদ্ধ কথা মাত্ৰ।

বলৰামৰ বাপেকে গণি গণি তিনিকুৰি টকা দি তাইক আনিছিল। এইটো লৈ সকলোৱে কুৰাকুই কৰিছিল। আছু ধানৰ মোণ আছিল ন অনা, দহ অনা। অইন নহ'লেও ভাতকেইটা খাই আছিল। এতিয়া তাকো নাই। নাতি ল'ৰা দুটাই দিনেৰাতি পেটৰ ভোকত কান্দে। কিবা দায়দোষ লাগিছে। নহ'লে এনেকুৱা হ'ব কিয়?

কাৰো কথা নুশুনে জলোবুঢ়ীয়ে। চকুৰে একো নেদেখে পিছে টকৃটককৈ ঘুৰি ফুৰা বন্ধ কৰিবৰ নাই। মণ্ডলহঁতৰ এটা ভেড়াছাগলী আছে। ফূৰ্ত্তি লাগিলে লৰি আহি মানুহক মূৰেৰে খুন্দা মাৰি দিয়ে। জলোবুঢ়ীকো ধুমমাৰি খালত পেলাই দিলে। কঁকালত দুখ পাই বুঢ়ী লৰিব-চৰিব নোৱাৰা হ'ল। ভাইৰ মূৰত সোনালে যে গোটেই পৰিয়ালটোকে অমঙ্গলে চুইছে। একেটা কথা কৈ কৈ বুঢ়ীয়ে সকলোকে অস্থিৰ কৰি তুলিলে।

"হে মাও, ছোবছনী ( সুবচনী ) পূজা পাতেক। নাহইলে অক্ষা ( ৰক্ষা ) নাই। যেমন কৰি হওক পূজাৰ যোগাৰ কৰেক।"

এই পূজাৰ বহুতো যা-যোগাৰ লাগে। নেজপাত ( আগলতি কলপাত ) একো একোখনত একো আখি কল তামোল পান আদিৰে

নবুদ (নৈবেদ্য) সজাই কলপাতত সিন্দুৰৰ ফোট দি ল'ব লাগে। জীয়ৰী-বোৱাৰীসকলে শুদ্ধ কাপোৰ পিন্ধি হাতত ফুল লৈ আঠু কাঢ়ি বহে। কোনোবা এজনীয়ে সুবচনীৰ আখ্যান বৰ্ণনা কৰে; আইন এজনীয়ে হুকাৰ ধৰি থাকে। একোটা-একোটা অধ্যায়ৰ বৰ্ণনা শেষ হ'লে আয়তীসকলে ফুল লৈ নেজপাতত অঞ্জলি দিয়ে। বংশ পৰম্পৰাই শুনি শুনি জলোবুঢ়ীয়ে খুব শুদ্ধভাৱে আখ্যান বৰ্ণনা কৰিব পাৰে। আইন কাৰোবাৰ ঘৰত পূজা পাতিলেও বুঢ়ীক মাতি নিয়ে। তন্ময় হৈ বুঢ়ীয়ে উপাখ্যান বৰ্ণনা কৰি যায়।

"ৰজাৰ গুৱালিনীৰ চাণ্ডালিনীৰ লগত খুব মিল। দুয়ো এদিন একেলগ হৈ নৈৰ পাৰত সুবচনী পূজা কৰি কলপাতত প্ৰসাদ খাই সেই কলপাত পুতি থ'লে। কোনোবাই দেখা পাই ৰজাক লগালে। শুনি ৰজাৰ খুব খং উঠি গ'ল। এই গুৱালিনীয়ে যোগান ধৰা বস্তু তেওঁ খায়। পাইক পঠিয়াই গুৱালিনীক ধৰি আনিলে। ৰজাই ক'লে তোমাৰ গোসাঁনী কিমান ডাঙৰ চাওঁ। একবছৰ আগতে মোৰ পাটহাতী মৰিছে। সেই হাতীক জীয়াই দিব লাগিব। গুৱালিনীয়ে শুদ্ধাচাৰে সুবচনী পূজা আৰম্ভ কৰিলে। পূজা শেষ হোৱাত পাটহাতী মাটিৰ তলত পৰা উঠি গা জোকাৰি থিয় হ'ল।"

বুঢ়ীৰ পেন্‌পেননি শুনি শুনি বলৰামৰ মনটো খোকোজা লাগিল। এনেকুৱা দুৰৱস্থাতো সিহঁতৰ কেতিয়াও নাছিল। কিয় এনেকুৱা হ'ল? গুৰু গোঁসাই নামানিলে অমঙ্গল নহ'ব তু কিটো হ'ব? বৰুৱাৰ ঘৰত বাৰ মাহে তেৰ পূজা লাগিয়েই আছে। দুৰ্গা পূজা, লক্ষ্মী পূজা, কিমান ধুমধাম, কিমান খৰচ। বৰুৱাহঁতৰ অৱস্থা ভাল নহ'ব তো কাৰ হ'ব? ঘৰ-দুৱাৰেই চাবানে গাভীবোৰাই চাবা।

"চাওঁ, গুচ গুচ।"

জগন্নাথ ডাক্তৰৰ মাত। ডাক্তৰৰ চাইকেলৰ ব্ৰেকো নাই, বেলো নাই। দূৰৰ পৰা আৱাজ কৰি ডাক্তৰে মানুহক সাৱধান কৰি দিয়ে। চেৰাবলগীয়া মানুহ। বহুদিন আগতে চহৰৰ যতীন ডাক্তৰৰ

ফাৰ্ম্মাচীত কম্‌পাউণ্ডাৰৰ কাম কৰিছিল। এতিয়া গাঁওতে চিকিৎসা কৰে। সাধাৰণ মানুহৰ সাধাৰণ দৰব। ল'ৰাছোৱালীৰ পানী লাগিলে মিঠা তেল গৰম কৰি মালিচ কৰিবলৈ দিয়ে। কৃমিবিকাৰ হ'লে মাটিকঁঠালৰ পাতৰ গুৰিৰ ফালৰ বগা অংশৰ ৰস উলিয়াই খাব দিয়ে। লাও, কোমোৰা যি পায় তাতেই সন্তুষ্ট। অত্যন্ত দুৰ্ম্মুখ। সকলোৱে তেওঁক ভয় কৰে।

চাইকেলখনে বলৰামক খুন্দা মাৰিলেই। ওলোটাই ডাক্তৰে খং।

"কি সোমাইছেহে তোমাৰ কাণত? একো শুনা নোপোৱা। পৰি ভৰিৰ ছাল গ'ল।"

সুবচনীৰ পূজাৰ যোগাৰ কৰাৰ কাৰণে বলৰামে মনে মনে মদনৰ দোকানত্ব কাঁহৰ বাচন বেচি আহি আছিল। যাওঁতে দেখা পালে ডাক্তৰে খালে হয়। খাবলৈ নোপোৱা মানুহৰ এনেবোৰ কাণ্ড দেখিলে ডাক্তৰে কুকুৰে কাঁইট নোখোৱা গালি পাৰিবলৈ ধৰে। শেষ পৰ্য্যন্ত তেওঁ খঙতে মাতিব নোৱাৰা হয়।

"মূৰ্খৰ দল, অন্ধৰ দল।"

এই একেটা বাক্যৰ পুনৰাবৃত্তি কৰি থাকে।

লাভ একো নহ'ল। কাঁহিবাটিবোৰ গ'ল। বান অহাৰ আগৰ পৰাই অনাহাৰ আৰম্ভ হ'ল।

প্ৰতি বছৰে বান আহে, ঘৰৰ ভিতৰতো পানী সোমায়। সাময়িকভাৱে পি, ডব্লু, ডি'ৰ বাটত আশ্ৰয় লোৱাটো এটা সাধাৰণ কথা। মানুহে মাল-বস্তু, গৰু-ছাগলী আনি বাটত তোলে। ঢাৰি, চট ইত্যাদিৰে চালি সাজি বাটতে সংসাৰ পাতে। পানী কমিলে আকৌ ঘৰলৈ উভতি যায়। ঘৰৰ লগত সম্বন্ধ ছিঙি নাযায়, শিপা উভালি নাহে।

আগতে পানী খুব বেছি হ'লে বলৰামহঁতেও বাটত আশ্ৰয় লৈছিল। ধান চাউল লগত লৈ আনিছিল। মেনোই বাটত মেলি

দি ধান শুকাই লৈছিল। বাটত থাকিলেও গৃহস্থালিৰ নিয়ম-নীতি বাদ দিবলগীয়া নহৈছিল। ইজনে সিজনৰ খা-খবৰ কৰিবলৈ আহিলে সোধপোছ কৰিছিল, বহিবৰ কাৰণে পীৰা এখনো আগবঢ়াই দিছিল। বলৰামৰ মাকে পান এপাত আঠুৰ কাপোৰত মচি লৈ মানুহক তামোল পানো যাচিছিল।

ইবাৰৰ কথা বেলেগ। বান হ'ল উপলক্ষ্য মাত্ৰ। বহাগৰ পৰাই মানুহৰ খাবলৈ একো নাই। ধানৰ দাম মোণে ইতিমধ্যে ষাঠি টকা পালে গৈ। যিসকলৰ ধান আছিল তেওঁলোকে ধৰি থাকিল। যি লক্ষণ ধানৰ দাম কিমান পায়গৈ ঠিক নাই। আগতেই বেচি দি লোকচান ভৰিব নেকি?

জলোবুঢ়ীয়ে চকুৰে নেদেখে, কঁকালত দুখ পাই পাই ভালকৈ খোজ কাঢ়িবও নোৱাৰে। বলৰামে বুঢ়ীক দাঙি লৈ আহিল।

আৰম্ভ হ'ল অনাহাৰ। পেটত নহয়, হৃৎপিণ্ডৰ ঠিক তলতে চৌবিশ ঘণ্টা এটা ভোটা বিষ। কাণত সদায় তাল মাৰি ধৰা এটা অস্বস্তিকৰ অনুভূতি। প্ৰথমতে ভোকত পেট কলকলাই আছিল পিছত বন্ধ হ'ল। পিছে হৃদপিণ্ডৰ তলত খিল মাৰি ধৰা বিষটো অলপ সময়ৰ কাৰণেও নুগুচে। আৰু অৱসাদ, শৰীৰৰ কোঁহে কোঁহে অৱসাদ। ভৱিষ্যতৰো কোনো আশা নাই। বলৰামৰ মনত হতাশা আৰু তীব্ৰ আতঙ্ক। খেতিপথাৰৰ কাম বন্ধ। ক'তো কোনো কামকাজ নাই। নিৰুৎসাহ মন লৈ সি কাম বিচাৰি যায়, হতাশ হৈ উভতি আহে।

বলৰামৰ ডাঙৰ ল'ৰা যদুৰ বয়স আঠ বছৰ। সৰুজন ল'ৰা মধু পাঁচ বছৰৰ। অকণমান ল'ৰা যদু হঠাতে বৰ কৰিৎকৰ্ম্মা হৈ উঠিল। কাকো নোকোৱাকৈ সি ক'ৰবাত গুচি যায়। কচু, লাও, অমিতা, কিবাকিবি এসোপা লৈ ঘূৰি আহে। কোনেও তাক একো প্ৰশ্ন নকৰে। মেনোই সেইবোৰ সিজাই দিয়ে। তলমুৰ কৰি সকলোৱে খায়।

বৰষুণত তিতি থকা আৰু জেকা মাটিত শুই থকা কাৰণে বলৰামৰ কাহ হৈছে। চৌবিশ ঘণ্টা কাহি থাকে। ৰাতি কাহি কাহি উশাহ বন্ধ হোৱাৰ উপক্ৰম। কাষৰ চালিচৌত থকা ভৰত অস্থিৰ হৈ পৰে। যান্ত্ৰিকভাৱে ডাবি দিয়ে "এই বলৰাম।" জলোবুঢ়ীয়ে শুই শুই দিনটো গুণ্‌গুণাই কান্দে।

"ইবাৰ কায়ো বাচিব নহয়, সগায় মৰ্‌বি। পেটৰ ভোকত সগায় শুকি মৰবে।"

শুনি শুনি বলৰামৰ অসহ্য লাগি যায়। আতঙ্কত বুকু কঁপি উঠে। হঠাতে চিঞৰি ডাবি দি উঠে।

"এই, চুপ থাক। কু-ডাক ডাকি নাথাকিস।"

জগন্নাথ ডাক্তৰেও মদন দোকানীক ভেঙুচাই ডাবি দি উঠিল।

"যোৱা, যোৱা, তুমি মোৰ ই ছিঙিবা।"

সিদিনা আবেলিলৈ ঘৰত নহাত বলৰামে যত্নক বিচাৰি গ'ল। মদনৰ দোকানৰ সমুখত কিছু মানুহগোট খাই থকা দেখিলে। যত্নৰ সমনীয়া ল'ৰা হাল দূৰত বলৰামক দেখি লৰৰি আহিল।

"যত্নক মদন দোকানীয়ে বান্ধি থৈছে। দোকানৰ পৰা সি লাড়ু চোৰ কৰিছে।"

মদনে যত্নক তাৰ দোকানৰ বাৰান্দাৰ খুঁটাত বান্ধি থৈছে। প্ৰথমতে মাৰ-ধৰ কৰিছিল। বন্ধা অৱস্থাতো যত্নৰে সেও মনা নাই। সি ঠেকত পৰা জন্তুৰ দৰে আক্ৰোশত মানুহবোৰৰ ফালে চাই আছে। বলৰামক দেখি মদনৰ খং চৰি গ'ল।

"এই বয়সতে ছলিৰ ইমান গুণ। ডাঙৰ হ'লে ই বেটা ডকাইত হ'ব।"

দুটা মুড়িৰ লাড়ু চোৰ কৰাৰ অপৰাধত সৰু ল'ৰা এজনক এনেকৈ বান্ধি থোৱা দেখিও উপস্থিত কোনেও প্ৰতিবাদ কৰা নাছিল। বৰং সন্তানৰ দুৰ্কৰ্ম্মৰ কথা শুনি বলৰামে হিতাহিত জ্ঞান-শূন্য হৈ তাকেই মাৰিবলৈ খেদি গ'ল।

ইতিমধ্যে জগন্নাথ ডাক্তৰ ক'ৰবাৰ পৰা ওলালহি। তেওঁ বলৰামক গৰা মাৰি ধৰিলে।

"হৈছে বীৰত্ব দেখুৱাব নালাগে।"

মুখ ঘূৰাই তেওঁ মদনক গালি পাৰিবলৈ ধৰিলে।

"পাষণ্ড ক'ৰবাৰ। লাড্ চোৰ কৰাৰ কাৰণে সৰু ল'ৰা এটা বান্ধি থোৱাৰ তুমি কোনহে? এওঁ ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ। চোৰাং বেপাৰ কৰি টকা ঘটি তুমি সকলোৰে দণ্ডমুণ্ডৰ কৰ্ত্তা হৈছো নহয়?"

জগন্নাথ ডাক্তৰে আগবাঢ়ি গৈ নিজহাতে বন্দুৰ বান্ধ খুলি দিলে। মদন জাপ মাৰি আহিল। ইমানপৰে মনে মনে চাই থকা মানুহবোৰেও একেলগে একোজ আগবাঢ়ি গ'ল। সকলোৰে নিষ্প্ৰভ চকুবোৰ হঠাতে ধক্‌ধক্‌কৈ জ্বলি উঠিল।

মদন তৎক্ষণাৎ বৈ গ'ল। বাৰান্দাত থিয় হৈয়েই ডাক্তৰক ভাবুকি দিলে, "ডাক্তৰ, কথা ভাল নহ'ব।" ডাক্তৰে চাইকেল লৈ আগবাঢ়ি গৈ থাকিয়েই ক'লে -"যোৱা, যোৱা। তুমি মোৰ ই ছিঙিবা।"

চাৰিওপিনৰ হাহাকাৰ অৱস্থা দেখি ডাক্তৰ অস্থিৰ হৈ উঠিছে। ইফাল সিফালৰ পৰা অলপ অচৰপ বস্তু যা-যোগাৰ কৰি আনি মানুহখিনিক সহায় কৰাৰ চেষ্টা কৰি আছে। অতি অকিঞ্চিৎকৰ এই চেষ্টা। যিসকলৰ চক্ৰান্তত বাকীবোৰৰ এই অৱস্থা সিহঁতৰহে দিবপৰা অৱস্থা। পিছে সিহঁতে নিদিয়ে।

মানুহে ঘৰ-দুৱাৰ এৰি সহায় বিচাৰি গৌৰীপুৰ আৰু ধুবুৰীৰ ফালে গৈ আছে। কি ভয়ংকৰ কথা। চকুৰ আগত হাজাৰ হাজাৰ গৃহস্থ ভিখাৰীত পৰিণত হ'ল। যুদ্ধ নাই, বিগ্ৰহ নাই অথচ অসংখ্য পৰিয়াল ছিন্নমূল হৈ বাটেপথে সিঁচৰিত হৈ পৰিল। নিজৰ দেশতেই উদ্বাস্তু ভিখাৰী।

এনেকুৱা অৱস্থা হ'ব বুলি ডাক্তৰে আগতেই গম পাইছিল।

য়াৰ কোনোমতে তিনিমাহৰ খোৱাৰ সংস্থান হয় সিহে চৰকাৰক ধান দিলে। যাৰ বহুত আছিল সি এতিয়া তিনিগুণ দামত ধান বেচিছে। যাৰ নাই সি এতিয়া তিনিগুণ দামত কিনিবলগীয়া হৈছে। গতিকে যি ধনী সি আৰু ধনী হ'ল। যাৰ নাই তাৰ পানীত হাঁহ নচৰা অৱস্থা হ'ল। এই মদনৰ অৱস্থা আগৰ পৰাই ভাল আছিল কাৰণে সি দেশৰ এই অৱস্থাতো লাখ টকা খৰচ কৰি নতুনকৈ দালান বান্ধি আছে। এই বলৰাম কোনো প্ৰকাৰে খাইপিন্ধি আছিল। এতিয়া সি বাটৰ ভিকহু হ'ল।

জগন্নাথ ডাক্তৰৰ ৰাজনৈতিক চেতনা খুব স্পষ্ট নহয়, তেওঁৰ বিশেষ অধ্যয়নো নাই। পৰিস্থিতি লক্ষ্য কৰি তেওঁ বুজি পাইছে যে ক'ৰবাত কিবা এটা ডাঙৰ ফাকি আৰু গণ্ডগোল আছে।

ভগা চুাইকেলখনেৰে গৈ থাকিয়েই ডাক্তৰে মূৰটো জোকাৰি দিয়ে। তেওঁৰ মনত চৈতন্যৰ অঙ্কুৰ এটাই পোখা মেলি উঠিবলৈ ধৰিছে। বৰ্ত্তমান সমাজব্যৱস্থা কি তেনেহলে এক বিশেষ শ্ৰেণীৰ সুবিধাৰ কাৰণে ?

মানুহৰ এই দুৰৱস্থাতো কাৰো তৰফৰ পৰা বিশেষ কোনো চাঞ্চল্য নাই। ডাক্তৰৰ মূৰটো গৰম হৈ যায়। তেওঁ গাৰ বলেৰে পেডেল মাৰি আপোন মনে কৈ উঠে—"চাল্লা"।

ৰাজ আলিত এনেকৈ থাকিলে অনাহাৰে মৃত্যু অৱশ্যম্ভাৰী। ইতিমধ্যে ইফালৰ অৱস্থাৰ কথা প্ৰচাৰ হৈ গৈছে। গাড়ী লৈ মানুহে পানী চাবলৈ আছে, নিজ চকুৰে মানুহৰ দুৰৱস্থা চাবলৈ আহে। স্বাস্থ্যবান ডেকা, ধুনীয়া সুসজ্জিতা গাভৰু। আজি কিমান দিন হ'ল বানপানীয়ে গঙ্গাধৰৰ দলঙৰ প্ৰৱেশপথ খহাই নিছে। কেই-বছৰমানৰ পৰা তেনেকৈ পৰি আছে। অতি গুৰুত্বপূৰ্ণ বাট। গোলকগঞ্জৰ পৰা এই দলং পাৰ হৈ একেবাহে আগমনী আৰু বকসীৰ হাট হৈ কুচবিহাৰলৈ বাচ মটৰ চলিছিল।

গাড়ী লৈ মানুহে পানী চাবলৈ আহে। গাড়ীৰ পৰা নামি

হোৱালীবোৰে লাস্যময়ী ভঙ্গীত খোজকাঢ়ি নৈৰ পাৰলৈ আগবাঢ়ি গ'লে ডেকাবোৰে আতঙ্কিত হৈ হুচিয়াৰ কৰি দিয়ে। হোৱালীবোৰে ভুক কোঁচাই কৃত্রিম খং প্ৰকাশ কৰে। সকলোৱে পানীৰ ফটো তোলে, কঙ্কালসাৰ ভোকাতুৰ মানুহৰ ফটো তোলে। মানুহ আহে, মানুহ গুচি যায়। কোনো ফালৰ পৰা কোনো সাহায্য আহি নাপায়।

বান্ধ আলিত এনেকৈ থাকিলে অনাহাৰে মৃত্যু অৱশ্যম্ভাবী। কাকো নোকোৱাকৈ একো একোটা পৰিয়ালে ধুবুৰীৰ ফালে যাবলৈ আৰম্ভ কৰিলে। চহৰত অজস্ৰ ধনসম্পদ। তাত গৈ পালে কিবাকৈ নিশ্চয় আহাৰ জুটিব। আশাই অৱসন্ন দেহবোৰক চঞ্চল কৰি তুলিলে।

ৰাতিপুৱাই বলৰামে দেখিলে যে কাষত থকা ভৰতহঁত নাই। বস্তু-বাহানি অৰ্থাৎ ভগা টিন, ফটা কানি-কাপোৰ লৈ সিহঁতো গ'ল। কথাষাৰ গম পাই জলোবুঢ়ী আতঙ্কিত হৈ উঠিল।

"হে বাপ মোক ফেলে নাযাইসৰে। তুই মোক ফেলে গেইলে মই মৰ্লে মোক খৰি দিবে কায়? শিয়াল, কুকুৰে মোক ছিৰি ছিৰি খইবে। বাপৰে, অ' মোৰ বাপ।"

বুঢ়ীয়ে হুবাৱবাৱে কান্দিবলৈ ধৰিলে।

মানুহ সামাজিক জীৱ। যুগ যুগ ধৰি গঢ়ি উঠিছে বহুতো সামাজিক নীতি-নিয়ম, আচাৰ আৰু অনুষ্ঠান। এই সকলোবোৰ হৈছে জীৱনৰ অবিচ্ছেদ্য অঙ্গ। মাকৰ মৰা-শ মানুহে পেলাই নিদিয়ে, হয় কবৰ দিয়ে, নহয় দাহ কৰে। শ্ৰাদ্ধ শান্তি কৰে। মাকে সন্তানক এইবোৰ কথা সকিয়াই দিয়াৰ প্ৰয়োজন নাই। পিছে সন্তানৰ এই অৱশ্য কৰণীয় কামখিনিও বলৰামে কৰিব নোৱাৰিলে।

জলোবুঢ়ী আৰু মেনোই বছৰত এবাৰকৈ মাত্ৰ গাঁৱৰ পৰা ওলাইছিল, দুৰ্গাপূজাৰ বিসৰ্জনৰ মেলা চাবলৈ। সিহঁতৰ পৃথিৱীৰ

সীমা ইমানেই। এইবেলি প্ৰথমবাৰৰ কাৰণে সেই সীমা পাৰ হৈ সিহঁতে ধুবুৰীৰ পিনে যাত্ৰা কৰিলে। বুঢ়ীয়ে খোজ কাঢ়িব নোৱাৰে। পিছ পৰি গ'লে ভয়তে চিঞৰ বা বৰ হুলস্থূল লগাই দিয়ে। বুঢ়ীক টানি আঁজুৰি দাঙি মিলি ক্লান্ত হৈ সিহঁত কোনোৰকমে বালাজান ষ্টেচন পালেহি। বুঢ়ীৰ আৰু উঠাৰ শক্তি নাই। ৰাতি ধুবুৰীলৈ যোৱা ট্ৰেইন পাই বুঢ়ীক দাঙি লৈ ঠেলি হেঁচি ট্ৰেনত তুলি দিলে।

ধুবুৰী চহৰত আৰু পাঁচজন ভিখাৰীৰ সংখ্যা বাঢ়িল। আচল হিচাপত চাৰিজন বুলিহে কব লাগিব। বুঢ়ী ট্ৰেনতেই মৰিল। বলৰামে মাকৰ মৰা-শ লৈ কিং-কৰ্ত্তব্য-বিমূঢ় হৈ বহি থাকিল। সি যেন ঘূৰ্ণায়মান চক্ৰ এটাৰ কেন্দ্ৰত অস্থিৰ ভাৰসাম্য লৈ থিয় হৈ আছে। কেন্দ্ৰৰ পৰা দূৰত্ব অনুপাতে গতিৰ তীব্ৰতা বাঢ়ি গৈ আছে। বলৰাম সংকোচিত হৈ কেন্দ্ৰবিন্দুত নিজকে স্থিৰ ৰখাৰ প্ৰাণান্তকৰ প্ৰয়াসত ব্যস্ত। চক্ৰ বন্ বন্‌কৈ ঘূৰি আছে। সেই অস্থিৰ ভাৰসাম্য হেৰুৱাই সি উল্কাৰ গতিৰে গ্ৰহ-নক্ষত্ৰৰ সিপাৰে ছিটিকি পৰিব। অসহায়ভাৱে সি চিঞৰি উঠিল—"মুই এলায় কি কৰং ?"

মেনোই তাক ঘূৰ্ণায়মান চক্ৰৰ পৰা নমাই আনিলে।

"উঠো।"

"হু ?"

"উঠো।"

"উঠো। ছাৱাহুটা পেটৰ ভোকত কান্দি কান্দি মুচ্ছা গেইল। এমন কৰি বসি থাকলে হয় ?"

মেনোক অনুসৰণ কৰি যন্ত্ৰচালিতৰ দৰে বলৰাম ধুবুৰীৰ বাটত নামি গ'ল।

ধুবুৰী চহৰখন ভিখাৰীৰে ভৰি গ'ল। ডেকা, গাভৰু, বৃদ্ধ, নাৰী, শিশু, অক্ষম আৰু দুৰ্ব্বল। কঙ্কালৰ সমদল। ভিক্ষা বলৰামৰ বৃত্তি নহয়। দৰিদ্ৰ হলেও ইমানদিনে কিছুমান সামাজিক আৰু পাৰিবাৰিক মূল্যবোধ জীয়াই ৰখাৰ চেষ্টা কৰি আছিল। হাত পাতি

মানুহৰ আগত থিয় হবলৈ যাওঁতে সঙ্কোচত হাতখন কোঁচ খাই আছে। লাজ, সঙ্কোচ আৰু আড়ষ্টতা। তিনিদিন বলৰাম এক-প্ৰকাৰ অনাহাৰে থাকিল। অলপ কিবা পালে ল'ৰা ছুটাক দিছিল। তিনিদিন পিছত নেতাই ধুবুনীৰ ঘাটৰ কাষত মেনোই ভিক্ষা কৰি পোৱা চাউল কেইটা সিজাই যেতিয়া তাক ভাত বাঢ়ি দিলে, তেতিয়া ছুয়ো চকুৰে তাৰ ধাৰাসাৰে পানী বৰলৈ ধৰিলে।

ধুবুৰী চহৰখন ভিখাৰীৰে ভৰি পৰিল। ভিক্ষা পোৱা টান। অইন এটা মহা অশান্তি হৈছে মেনোৰ। আজন্ম তাইৰ কষ্ট কৰাৰ অভ্যাস। সকলোকে খুৱাই মেলি কিবা থাকিলেহে তাইৰ ভাগ্যত জুটিছিল। অনাহাৰে থকাটো তাইৰ কাৰণে নতুন কথা নহয়। ইমান কষ্টৰ পিছতো কিছুমান মানুহৰ কাৰণে তাইৰ দেহৰ আকৰ্ষণ এতিয়াও একেবাৰে শেষ হৈ যোৱা নাই। বহুতে তাইৰ ছুৰৱস্থাৰ সুযোগ লবৰ চেষ্টা আৰম্ভ কৰিলে। এয়া এক উপকৰা যন্ত্ৰণা।

চহৰৰ বাটে-পথে ভিখাৰী আৰু ভিখাৰী। ভিক্ষা পোৱা টান। পেটত অনিৰ্ব্বাণ ক্ষুধা। হয়তো অইন চহৰত ভিখাৰীৰ সংখ্যা কম। হয়তো অইন উৎপাতো নাই। সিহঁত পূবপিনে উজাই যাবলৈ ধৰিলে।

একেটা ঘটনাৰ পুনৰাবৃত্তি। কোকৰাঝাৰ, সৰভোগ, নলবাৰী। প্ৰতিখন ঠাই ইতিমধ্যে ভিখাৰীৰে ভৰি গৈছে। ট্ৰেনত, প্লেটফৰ্মত, বাটত, ভিখাৰী আৰু ভিখাৰী। বিনা টিকটে ছুৰমুৰকৈ প্ৰথম শ্ৰেণীৰ কোঠালীত উঠিবলৈ যাওঁতে নলবাৰীত এজন যাত্ৰীয়ে বলৰামক ছুৱাৰমুখৰ পৰা গোৰমাৰি পেলাই দিলে। ফুটবোৰ্ডত লাগি তাৰ কপালৰ সোঁফালখন ফাটি গ'ল। ঘা এতিয়াও শুকোৱা নাই।

এইদৰে গোলোকগঞ্জৰ কাষৰ বিচনদৈৰ ছিন্নমূল পৰিয়াল এটাই ভাঁহি ভাঁহি জালুকবাৰী ষ্টেচনৰ প্লেটফৰ্মত ছিটিকি পৰিল। তাৰ পৰাও খেদা খাই গুৱাহাটীৰ বাটত হেৰাই গ'ল। কোনেও সিহঁতক

দেখা নাপালে। চৰকাৰো সিহঁতৰ অস্তিত্ব সম্বন্ধে সম্পূৰ্ণ অজ্ঞ হৈ থাকিল। সিহঁত ভিন্ন জগতৰ জীৱ। সিহঁতৰ গতিবিধি বিভিন্ন স্তৰত। প্ৰেতৰ দৰে ঘূৰি ঘূৰি ভিক্ষাৰ কাৰণে সিহঁতে অশৰীৰি হাত মেলি দিলে। কোনেও সেই হাত দেখা নাপালে। ভিন্ন স্তৰৰ পৰা তাঁহি সিহঁতৰ কান্দোন কাৰো কাণত নপৰিল। চহৰৰ স্বাভাৱিক জীৱনযাত্ৰাও ক্ষন্তেকৰ কাৰণেও কোনো ছেদ নপৰিল। চহৰত পান, ভোজন, গান-বাজনা, খেলাধূলা, সাংস্কৃতিক উৎসৱ একেধৰণেই থাকিল। অসীম শূন্যতা এটাই সিহঁতক বেৰি ধৰি থাকিল। উৎসৱ-প্ৰাঙ্গণত অনাহুত অশৰীৰি অতিথি।

ইতিমধ্যে বলৰামৰ ডাঙৰ ল'ৰা যদুৰ ষষ্ঠ ইন্দ্ৰিয় এটা পুৰঠ হৈ উঠিছে। ক'ৰবাত কিবা খোৱা বস্তু দেখিলে তৎক্ষণাত তাৰ চকু পৰে। মাক দেউতাকৰ কাষৰ পৰা পলাই সি অকলে ইফালে-সিফালে ঘূৰি ফুৰে। বজাৰৰ মাজতে সোমাই যায়। পচাসৰা পোকে খোৱা পেলাই দিয়া—ফলমূল, আলু পিঁয়াজ যিহকে পায়, লৈ আহে। ভিৰৰ মাজত সুবিধা কৰিব পাৰিলে থাপ মাৰি বস্তু তুলি লয়। 'মাৰ মাৰ' বুলি খেদিলে মানুহৰ ভৰিৰ মাজেৰে সৰকি পলাই যায়। দ্ৰুতগামী ট্ৰাকৰ আগেদি বিদ্যুৎ গতিৰে লৰ মাৰে।

সিদিনা কাৰোবাৰ বাৰীৰ পৰা কেঁচা বঙালাও এটা চুৰ কৰি আনিছিল। বলৰামে প্ৰথমে যদুক খুব মাৰিলে, পিছত সেই বঙালাও সিজাই সকলোৱে তৃপ্তি কৰি খালে।

তথাপিও যদুক লৈ বলৰাম আৰু মেনোৰ উদ্বেগৰ সীমা নাই। ক্ষীণ হ'লেও পাৰিবাৰিক বন্ধন এটা এতিয়াও থাকি গৈছে।

"যাবা হয়া চায়া থাকলেন কেনে? আগান।" মেনোৱে পিছ-ফালৰ পৰা বলৰামক ঠেলা মাৰি দিলে।

বলৰামে ৰেল ষ্টেচনত, নদীৰ পাৰত বহুতো কঙ্কালসাৰ মৰা-শ পৰি থকা দেখিছে। কৰ্ম্মচঞ্চল পানবজাৰৰ মাজবাটত কঙ্কালসাৰ মানুহ এটাক পৰি থকা দেখি সি থমকি ৰৈ গ'ল। সকলো কঙ্কাল

দেখাত একেই। কিন্তু হ'লেও এইটো জানো ভৱত নহয়? গাড়ী, মটৰ, বিক্‌চা মানুহ ফালৰি কাটি কঙ্কালটোৰ সোঁফালেৰে আৰু বাওঁফালেৰে গৈ আছে। তীব্ৰ বেগেৰে মটৰ গাড়ী চলাই অহা মানুহ এজনে শেষ মুহূৰ্ত্তত তৎক্ষণাত ষ্টিয়াৰিং ঘুৰাই সোঁফালেদি গুলাই গ'ল। কঙ্কালটোক কোনেও আমনি কৰা নাই। এই ভিৰৰ মাজতো সি সম্পূৰ্ণ নিঃসঙ্গ।

হাতত কেক আৰু পেটিচৰ পেকট লৈ সুসজ্জিত নৰনাৰী মুখ ঘুৰাই ব্যস্তভাৱে ঠাইখিনি পাৰ হৈ সিফালে পাৰ্ক কৰি থোৱা গাড়ীত উঠিল।

কঙ্কালটোৰ চকুৰ পটা লাহে লাহে তুৱাৰমান লৰি উঠা দেখি বলৰাম থমকি বৈ গ'ল। পিছে পিছে ল'ৰা দুজনৰ সৈতে মেনো আহি আছিল। আকস্মিকভাৱে বলৰামৰ গতি ৰুদ্ধ হোৱাত মেনোই', তাৰ গাত খুন্দা খালে। কঙ্কালৰ পিনে চকু যোৱাত ভয়ানক আতংকত বলৰামৰ পিঠিত ঠেলা মাৰি বেগাই ঠাইডোখৰ পাৰ হৈ যোৱাৰ কাৰণে খৰখেদা লগালে।

"যাবা হুয়া চায়া থাকলেন কেনে? আগান?" ডাঙৰ চহৰ গুৱাহাটী। দিনে দিনে আৰু ডাঙৰ হৈ আছে। অসমৰ ৰাজধানীক দিচপুৰ বুলি ক'লেও আচলতে ইয়ো গুৱাহাটীয়েই। আগতে অৰিয়েণ্টাল বিমা-কোম্পানীৰ দালানটোৱেই আছিল চহৰৰ আটাইতকৈ ডাঙৰ দালান, ওৰিয়েণ্টাল বিল্ডিং। গধূলি আলোক-প্ৰবাহ পেলাই উজ্জ্বল কৰি তোলা হৈছিল। চহৰলৈ নতুনকৈ অহা মানুহ চাবলৈ গৈছিল। চহৰখন ডাঙৰ হৈয়েই আছে। কিমান চকুতলগা বিৰাট বিৰাট অট্টালিকা। ইতিমধ্যে কিমান লক্ষ ঘন মিটাৰ কংক্ৰিটৰ কাম হৈছে সেই পৰিসংখ্যা হিচাপ কৰি উলিয়ালে অভিভূত হ'ব লাগিব। চহৰৰ উন্নতি হৈছে, বিস্ময়কৰ উন্নতি। মিছাকথা। এনেকুৱা চহৰত বাটত মানুহ পৰি থাকিব নোৱাৰে। গুৱাহাটী কিয়? সমগ্ৰ দেশৰ উন্নতি হৈছে। এইক্ষেত্ৰত

অনাহাৰে মানুহৰ মৃত্যু হৈ আছে বুলি কোৱা কথা অতিশয় বিসঙ্গতিপূৰ্ণ।

বলৰামহঁত উদঙীয়া কুকুৰৰ দৰে বাটে বাটে ঘুৰি ফুৰিছে। অন্তহীন মানব। সি আৰু নোৱাৰে। ক্লান্তি, অসীম ক্লান্তি। কোনো প্ৰয়াস কৰাৰ বলৰামৰ আৰু অলপো আগ্ৰহ নাই। তাক খাদ্য নালাগে, আশ্ৰয় নালাগে। হাত-ভৰি মেলি ক'ৰবাত শুব পাৰিলেই হ'ল। কিবা এটাক খামুচি ধৰাৰ ইচ্ছা তাৰ নাই। ক্লান্তিত হাতৰ মুঠি শিথিল হৈ পৰিছে। বাটৰ কাষত গছজোপ। দেখা পাই বলৰামে গা এৰি দিলে।

"কি হইল? অমন কৰেন কেনে?" গভীৰ আতঙ্কত ঠেলিঠুলি মেনোই বলৰামক জগাই তুলিবলৈ চেষ্টা কৰিলে। বলৰামে মেনোৰ কথা শুনাৰ চেষ্টাও নকৰিলে। অকণো চেষ্টা নকৰাকৈ সি তললৈ গৈ থাকিল। শান্তি, ওম শান্তি। মেনো মৰাশৰ কাষত স্তব্ধ হৈ বহি থাকিল।

যদুই ক'ৰবাত এখন ভগা পুতলা মটৰ গাড়ী পাইছিল। পিচ দিয়া বাটত সেই গাড়ীখন লৈ সি মধুৰ লগত খেলাত মগ্ন হৈ ৰ'ল।

শোকত স্তব্ধ হৈ বহি থাকিলেও মেনোৰ দেহৰ কোষবোৰ সক্ৰিয় হৈ থাকিল। ৰাতি তাই প্ৰস্ৰাব কৰিবলৈ বাটৰ সিফালে দেখা নোপোৱা ঠাইলৈ গ'ল। ল'ৰা দুজনে আপোনমনে খেলি থাকিল। মেনো আৰু উভতি নাহিল।

অফিচৰ চৌকিদাৰৰ সৈতে চাৰিজন মানুহে মুখত সোপা দি তাইক ভিতৰলৈ টানি লৈ যাওঁতে তাই প্ৰাণপণে বাধা দিয়াৰ চেষ্টা কৰিলে। গতিকে নিজৰ উদ্দেশ্য সিদ্ধি কৰি সিঁহতে তাইক গেটৰ বাহিৰলৈ উলিয়াই দিলে। ভেতিয়া তাইৰ কাপোৰখন ডোখৰ ডোখৰ হৈ ফালি গৈছে। নিজৰ এই সম্পূৰ্ণ নগ্ন ৰূপ দেখি হঠাতে তাইৰ মূৰটো ঘূৰি গ'ল।

ইয়ালৈ কৰ’পৰা আহিল তাই? ইমান ৰাতি হ’ল, আন্ধাৰ। ইচ্ বাম। গধূলি তুলসী তলত চাকি জ্বলোৱা হোৱা নাই দেখোন আজি। মণ্ডলহঁতৰ ভেডা ছাগলীটোৱে বাটত খুন্দা মাৰি দিয়ে নেকি? তাই ব্যস্ত হৈ উঠিল আৰু লগে লগে নিজৰ নগ্ন অৱস্থা দেখি চক্ খাই উঠিল। আন্ধাৰৰ দৰে ক’লা ঢৌ এটাই সবেগে আহি তাইৰ মগজুৰ কোষবোৰ প্লাবিত কৰি দিলে। সজ্ঞানে বিবেচনা কৰি নহয়, জন্মৰ পৰা আহৰণ কৰা সংস্কাৰৰ নিষ্ঠুৰ সঙ্কেতত তাই স্বয়ংক্ৰিয়ভাৱে অলপ দূৰৰ কৰ্টৰ কাষত থকা পুখুৰীটোৰ পিনে লাহে লাহে আগবাঢ়ি গ’ল। ডোখৰ ডোখৰ হৈ ফালি যোৱা কাপোৰেৰে ডাঙৰ শিল এটা ডিঙিত বান্ধি তাই পানীলৈ নামি গ’ল। জীৱনৰ এই শেষ কামটোও তাই নিয়াৰিকৈ কৰিব নোৱাৰিলে। দ্বিতীয় দিনাৰ ৰাতিপুৱা বাটেৰে গৈ থকা সকলো মানুহে তাইৰ উলঙ্গ তপিনাখন পানীৰ ওপৰত ভাঁহি থকা দেখা পালে। বাটৰ ফালে পিছমুৱাকৈ হাউলি চহৰৰ সকলো মানুহ’ক তাই যেন এটা অশ্লীল ভঙ্গীৰে বিদ্ৰূপ কৰি আছে।

আগদিনা জমাদাৰে কৰ্পোৰেশনৰ জাবৰ পেলোৱা গাডীত জাবৰৰ লগত বলৰামৰ মৰা শটো তুলি লৈ গ’ল। যদু আৰু মধু দুয়োজনে মাকৰ প্ৰতীক্ষাত গছজোপাৰ তলতেই থাকিল। ৰাতিপুৱা যদু এবাৰ ওলাই গ’ল। পচা আপেল এটা লৈ আহিল। মধুই অকলে অকলে আপোনমনে গাডীখন লৈ বাটত খেলি থাকিল।

সিদিনা বিশ্বকৰ্ম্মা পূজা। জলোবুঢীৰ সাধুকথাৰ ভাণ্ডাৰ আছিল অফুৰন্ত। বুঢীয়ে কোৱা উপাখ্যানৰ কথা যদুৰ মনত পৰিল। বিশ্বকৰ্ম্মাৰ পুত্ৰ হেনো চুঙাবাদুলি। পুত্ৰক আটাইতকৈ ধুনীয়া কৰিবলৈ গৈ ৰেন্দা মাৰি চিকুন কৰি থাকোঁতে পাখিৰ ছাল ইমান পাতল হ’ল যে আৰু একো কৰাৰ উপায় নাথাকিল। নিজৰ কদাকাৰ ৰূপ লৈ লাজতে চুঙাবাদুলি দিনত পলাব নোৱাৰা হ’ল।

পূজাৰ দিনা ইনষ্টিটিউত আবেলি অভ্যাগতক চাহ-মিঠাই

খুৱায়। যদু বিচাৰি বিচাৰি সেইখিনি পালেগৈ। পেলাই দিয়া আধা খোৱা চিঙাৰা-মিঠাইৰ টোপোলা লৈ গধূলি উভতি আহিল। মিঠাই খাই মধুৰ হাঁহি বন্ধই নহয়। মাজে মাজে সি যদুৰ কালে চায় আৰু হাঁহে।

"কোতে পালুৰে দাদা ?"

পিছদিনা ৰাতিপুৱা যদু কৌতুহলী মানুহৰ লগত পুথুৰীৰ পাৰত থিয় হৈ উভতি আহিল। আহিয়েই একহাতে মধুৰ হাতত খামোচ মাৰি ধৰি আৰু আনহাতে পুতলা মটৰখন লৈ দ্ৰুতবেগে সি সেই অঞ্চলৰ পৰা গুচি গ'ল।

সি আজি মুক্ত। মাক দেউতাকে জাপি দিয়া সঞ্চিত সংস্কাৰৰ হেঁচাৰ পৰা মুক্ত হৈ সি নিজকে খুব ডাঙৰ বুলি অনুভব কৰিলে। লাজ, সঙ্কোচ, আড়ষ্টতা তাৰ নাই। আইনে ঠিক কৰি দিয়া খেলৰ নিয়ম মানি চলিবলৈ সি বাধ্য নহয়, নামানেও।

গভীৰ প্ৰত্যয়লৈ মধুৰ হাতত ধৰি সি ষ্টেচনৰ প্লেটফৰ্মৰ ফালে গৈ থাকিল। সি নিজেও জীয়াই থাকিব, মধুকো জীয়াই ৰাখিব।

মধুই প্লেটফৰ্মত পুতলা মটৰখন লৈ আপোনমনে খেলি থাকে। নানা ধান্দাত ঘূৰি থকা যদুৰ বুকুখন মাজে মাজে হেঁচা মাৰি ধৰে। তাৰ বুকুৰ মাজত থাকি গ'ল শিলৰদৰে কঠিন এডোখৰ—গোট খোৱা ঘৃণা। যিমানদিন শোষণৰ সমাপ্তি নহয় এই ঘৃণা তাৰ বুকুৰ মাজত থাকিয়েই যাব।

---

# হলধৰ

*  *  *  *  *  *  *  *  *  *

—অপূৰ্ব শৰ্মা

[ গাঁৱৰ সাধু উৎসৰ্গ আমাৰ গাঁৱৰ শেষ লিজেণ্ড মিস্ত্ৰিয়নী আইৰ স্মৃতিত ]

ৰাতিপুৱা বাহিৰৰ পৰা আহি বলোৰামে নাদৰ পাৰত মুখখন ধুবলৈ গৈছিল, হঠাৎ ভঁৰালটোলৈ চকু পৰাত প্ৰতি দিনৰ চিনাকী দৃশ্যত তেওঁ কিবা এটা বৈসাদৃশ্য অনুমান কৰিলে। পিছমুহূৰ্ত্তে বৈসাদৃশ্যটো চেতনাত পৰিষ্কাৰ হৈ পৰিল : ভঁৰালৰ গাধৈত আজি কিছুদিন ধৰি থৈ দিয়া তেওঁৰ নতুন আধা চঁচা নাঙলটো নাই। অবিশ্বাস আৰু বিস্ময়ে তেওঁৰ মনৰ মাজত লুকা ভাকু খেলিলে। বিপদত পৰা মানুহৰ দৰে তেওঁ দুৰ্ব্বল হৈ পৰিল। ভঁৰালটোৰ ফালে গৈ তেওঁ ভঁৰালৰ তললৈ, ইফালে সিফালে অসহায়ভাবে চকু ফুৰালে। তেওঁ এবাৰ আগচোতাললৈ গ'ল, ঘৰৰ পিছফালেৰে গৈ গোহালিৰ কাষেৰে অনিশ্চয় ভাৱে বাৰীৰ ফালে গ'ল। সন্দেহৰ ডাৱৰে তেওঁৰ মন আন্ধাৰ কৰি আনিলে। ক্ৰমে তেওঁৰ অন্তৰৰ পৰা বিস্ময় আৰু অবিশ্বাসৰ ধূঁৱলী দূৰ হল, দুৰ্ব্বলতা আঁতৰিল আৰু ধীৰে ধীৰে তাৰ ঠাইত ক্ৰোধৰ উগ্ৰতাপ সঞ্চাৰিত হ'ল। "চালা কুকুৰৰ ।" হঠাৎ এটা বিস্ফোৰণ হ'ল আৰু কিছুসময় ধৰি তীব্ৰ গৰ্জ্জনেৰে নেদেখা

শত্ৰুৰ বিৰুদ্ধে বিচিত্ৰ শব্দৰ ফিৰিঙতি উফৰিবলৈ ধৰিলে। তুঁহ জুইকুৰা ফুঁৱাই থকাৰ পৰা কাণ উনাই মালতীয়ে ৰান্ধনীঘৰতে তত ললে।

আজি এমাহমানৰ আগতে তুপৰীয়াৰ ৰ'দজাক পিঠিত লৈ একান্তমনে নতুন নাঙলটো চাঁচি থাকোঁতে হঠাৎ আহি মাঘি মহাজনে মাত দিলেহি, "কি অ' বলো, নাঙল চাঁচিছ?" মহাজনৰ মাতত বলোৰামৰ মনোযোগেই কেৱল নেভাগিল, এটা অশুভ ইঙ্গিত একো কাৰণ নোহাৱাকৈ তেওঁৰ মনত বিৰিঙি উঠিল।

"হয়, মহাজন" নাঙলটো ঘুৰাই লৈ ইচ্ছা কৰিয়েই মহাজনতকৈ নাঙলটোত বেছি মনোযোগ দি উত্তৰ দিলে।

"চুটা দেখোন? পোঁজা যেন পাইছোঁ। ক'ত পালি?" মহাজনৰ আগ্ৰহত বলোৰামে অস্বস্তি বোধ কৰিলে।

"ৰায় নেপালীয়ে বাৰীত কৰতিয়াল লগাইছে। মই বাছি বাছি এই চুটা চাপৰিৰ পৰা অহা গাড়ীত তুলি লৈ আহিলোঁ।

"ভালেই হ'ল যে। মোকো অহাবাৰলৈ নতুন গৰুহালৰ বাবে নাঙল এটা লাগিব। এইটো ময়ে নিম। ভালকৈ চাঁচি মেলি দিবি। মই পিচে ফাংফালহে লগাম হ'বলা, নতুন মাটি অলপ ভঙাব লাগিব।" মহাজনে একে উশাহতে ক'লে।

"এস্ মহাজন, লেঠাহে লাগিল। এইটো ভিনিহিয়ে পছন্ কৰি থৈ গৈছে। ভিনিহিৰ নাঙলটোৰো অৱস্থা নাই। তেনেই বুঢ়ী হ'ল ।"

"কোন? চন্দ্ৰ? এঃ হ'ব দে। সি এটা বিচাৰি ল'ব। এইটো ভালকৈ চাঁচি দে। লাগিলে মই অলপ পইচাকে দিম।"

"হৰি ঈশ্বৰ, মহাজন ভাল কথা কৈছে। আপোনাৰ পৰানো পইচা লমনে? থাকিলে এনেযেই দিম। এইটো পিচে ভিনিহিক নিদিলে মোৰ জবানেই ঝুঠা হ'ল। চাঁচি মেলি শণিবৰীয়া হাটৰ দিনা কাৰোবাৰ গাড়ীত পঠাই দিবলৈ সইত থুৱাই গৈছে। কিয়,

বাৰীতে দেখোন ইমানবোৰ গছ আছে, গদ্ধেশ্বৰক কৈ এটা কটাই ল'লেই হ'ল।”

অসমতলত এই বিপৰীত উদ্দেশ্যপূৰ্ণ কথোপকথন আৰু কিছুসময় চলে আৰু অনুক্ত তিক্ততাত শেষ হয়। বলোৰামে ভিনিহিয়েকৰ নাঙলটো সোনকালে পঠাই দি নিজৰটো চাঁচিবলৈ ললে। কিন্তু সবিয়হ পেলাবৰ সময় হোৱাত চঁচা নাঙল গাধৈত তুলি থৈ তেওঁ চাপৰিলৈ গ'ল। আৰু আজি বিশ্বাস কৰিব নুখুজিলেও তেওঁ এই কথা গ্ৰহণ কৰিবলৈ বাধ্য হল যে বহুকষ্টেৰে প্ৰায় সম্পূৰ্ণ কৰি অনা তেওঁৰ হেঁপাহৰ নতুন নাঙলটো চোৰে নিলে। হিতাহিত জ্ঞান শূন্য হৈ চিঞৰি চিঞৰি গুৱাল গালিৰে ৰাতিপুৱাৰ গাওঁ থানবান কৰাৰ পিচত তেওঁৰ অন্ধ ক্ৰোধ কিছু শাম কাটিলে। কিন্তু মনৰ ভিতৰত অতৃপ্তিৰ আৰু অপমানৰ একুৰা তুঁহজুই মনে মনে জ্বলিবলৈ ধৰিলে, কিয়নো মহাজনৰ তেওঁৰ নাঙলটোৰ প্ৰতি আক্ৰোশৰ কথা তেওঁৰ মনত পৰিল আৰু তেওঁ বুজিলে যে যদিও মহাজনে কেতিয়াও তেওঁৰ নাঙল চুৰ কৰিবলৈ নাহে তথাপি এই দুৰ্ঘটনাৰ ক'ৰবাত মহাজনৰ নেদেখা হাত আছে।

দুদিন ধৰি বলোৰাম খঙে-দুঃখে গোমোঠা হৈ থাকিল। কিন্তু এনেকৈ থাকিলে সংসাৰ নচলে। চাপৰিৰ মিঠা আলু খান্দিবৰ হৈছে। খান্দি ৰাতিয়েই বস্তাত ভৰাই গাড়ীত তুলি দেওবৰীয়া হাটলৈ নিব লাগিব। তেওঁ সোমেশ্বৰক চাপৰিলৈ লগ লবলৈ গ'ল—। সোমেশ্বৰ নাই। নাই? ৰাতিপুৱাই ক'লৈ গ'ল?

“এঃ কিনো ক'ব? আজি তিনিদিন কান্ধৰ বিষত মানুহটোৱে তত পোৱা নাই। কালি আস্পাতাললৈ গ'ল, বোলে বেজী লব লাগিব তিনিটা। তাক লবলৈ গৈছে আজি। তাকেহে কৈছোঁ বোলোঁ” সোমেশ্বৰৰ ঘৈনীয়েক বেৱতীৰ কথা সহজে শেষ নহয়। বলোৰাম চিন্তাত পৰিল।

আবেলিলৈ তেওঁ কণলৰাৰ ঘৰলৈ গাড়ীখনৰ কথা কবলৈ গ'ল।

কোনো কথা নাই। কণলবাই নিজে গাড়ী লৈ যাব। তাৰো মাটিমাহ আধাবস্তামান আছে, হাটলৈ নিব লাগে।

"মই আকৌ বাতিপুৰা সোমেশ্বৰক লগ ধৰিবলৈ গৈছিলোঁ। তাৰ বোলে হেনো কান্ধৰ বিষ, সিৰ বাগৰিছে।"

"আও, আচলটোৰ ওচৰলৈকে গৈছিলি। সি আজিকালি ডাঙৰ মানুহ, মাঘি ছালখন ছিগিলেও আস্পাতাল পায়গৈ। কান্ধ বিষালে বেজী লয়। এলাপেচা ডাক্তৰৰ চিকিচাই নহয়, চৰকাৰী ডাক্তৰ।"

"কান্ধ বিষাবলৈনো পালে কেনেকৈ?"

"এ বৰ ডাঙৰ ঘটনা। এৰাবাৰীৰ পৰা কাঠৰ টুকুৰা কঢ়িয়াইছিল।"

আঁ- কি? বলোৰামৰ প্ৰশ্নকেইটা ওলাই নাহিল, কেৱল চকুৱে-মুখে বিয়পি গ'ল। তেওঁৰ গা চেবালে। সন্দেহ আৰু উত্তেজনাৰ বতাহে মনৰ তুঁহ জুইকুৰা কোবাই গ'ল। কান্ধৰ বিষ মানুহৰ কান্ধতে যায়, সোমেশ্বৰে তাৰ বাবে এমাইল দূৰৰ আস্পাতাললৈ ঢপলিয়াইছে। পইচা দি বেজী লৈছে। বিশ্বাস অবিশ্বাসৰ ছাঁ-পোহৰে তেওঁৰ মনত খেলা কৰিলে। হয়নে? এইটো হ'ব পাৰেনে? সোমেশ্বৰ আৰু মহাজন? মহাজন কিন্তু সোমেশ্বৰ?

আলুখিনি ভালকৈ বিক্ৰি হৈ গ'ল। মাৰ্কিন কাপোৰ দুগজমান, দহনেচীয়া সূতা দুমুঠি কিনি তেওঁ সন্তুষ্টমনে ঘৰলৈ ঘুৰিছিল। কণ-লবাই গাড়ী চলাইছে। ঘৰমুৱা গৰুহালে হৰ হৰকৈ খালি গাড়ীখন টানি নিছে। গাড়ীত দীঘল দি পৰি বলোৰামে নানাধৰণে কথাবোৰ আঁত লগাবলৈ চেষ্টা কৰিলে।

পিচদিনা ৰাতিপুৱা ভাল চাই মিঠা আলু অলপ টোপোলা বান্ধি বলোৰাম আস্পাতাললৈ ওলাল। ফুকন ডাক্তৰৰ ঘৰত বেবেজীয়ৰে গণেশ দাইটিৰ ল'ৰা দেউতি লগুৱা হৈ আছে। সিবাৰ মালতী আৰু ছোৱালীজনীৰ বৰকৈ পেট চলাৰ সময়ত ডাক্তৰে বহুত সহায়

কৰিছিল। মাজে মাজে ঘৰৰ দুই এপদ বস্তু তেওঁ এতিয়াও ডাক্তৰৰ ঘৰত দিয়ে। ডাক্তৰ আস্পাতালৰ বেমাৰী চোৱাত ব্যস্ত। বলোৰামে আলুখিনি নি ডাক্তৰনীৰ হাতত দি ভিতৰফালে মূঢ়া এটা পাৰি বহিল। নালছিগা পিয়লা এটাত চাহ আৰু পিৰিচ এখনত চুজি অকণমান আনি দেউতিয়ে তেওঁৰ লগত দুই একাষাৰ কথা পাতিবলৈ লাগিল। কথাৰ চলতে তেওঁ উলিয়ালে, "আমাৰ সোমেশ্বৰেও বোলে বেজী লৈছেহি ?"

"অঁ ? সিদিনা মাঘি মহাজনে লৈ আহিছিল—চাবৰ ওচৰলৈ।"

"অঁা ?" বলোৰামে যেন চক্ খাই উঠিল।

"মহাজননো আকৌ কিয় আহিছিল ?" ৰ'ব নোৱাৰি তেওঁ সুধিলে।

"মহাজনেহে চাবক টকা দি গৈছে। সোমেশ্বৰ কাইটিয়েনো ক'ৰপৰা বেজী ল'বলৈ পইচাখন পাব ? পিচত চাগৈ ধানত মাৰি দিব।" দেউতিয়ে কলে। অভীষ্ট সিদ্ধিৰ শেষত বলোৰামে এটা দীঘলীয়া হুমুনিয়াহ কাঢ়িলে। আশা কৰামতেই সকলোখিনি খবৰ পোৱা গ'ল।

বলোৰাম এতিয়া নিশ্চিত। তেওঁৰ মনত গঢ লৈ অহা সন্দেহটো এতিয়া এটা পৰিষ্কাৰ সত্য। সোমেশ্বৰৰ হতুৱাই মহাজনে তাৰ নাঙলটো সৰকাইছে আৰু গধুৰ কেঁচা নাঙলটো নৈৰ পাৰ কৰি কঢ়িয়াই নিয়াত সোমেশ্বৰৰ কান্ধত সিৰ বাগৰিছে। এতিয়া মহাজনে তাৰ চিকিৎসাৰ খৰচ ভৰিছে। কিন্তু ক'তো একো প্ৰমাণ নাই। গতিকে, প্ৰথম কাম চুৰি মালটো বিচাৰি উলিওৱা। কিন্তু সেইটোৱেই এটা অসম্ভৱ কাম। কিন্তু হাঁয়, বলোৰামে পুনৰায় হুমুনিয়াহ কাঢ়িলে। সোমেশ্বৰেনো তাক এইদৰে শত্ৰুৰ শালিব লাগেনে ? মহাজনৰ হাতত তাৰ মাটি গ'ল। এতিয়া সি মহাজনৰ মাটিত আধি কৰে। তাৰো ধাৰত সূতত কাটি যিখিনি পায়, তাৰে সোমেশ্বৰৰ বছৰটো সুঘুৰে। তথাপি সি মহামূৰ্খই মহাজনৰ

তৰি চেলেকি থাকে। আৰু আজি মহাজনৰ উচটনিত সি তাৰ, বলোৰামৰ, অন্যায় কৰিবলৈ চুৰিত হাত দিলে ?

কিন্তু বলোৰামে অসম্ভৱক সম্ভৱ কৰাৰ চেষ্টা এৰি নিদিলে। বৰলা ভদ্ৰকান্তই আদবয়সত এজনী বাটলু তিৰোতা আনিছিল। সেই ভদ্ৰকান্তৰে গাঠলুকৈ মেনেসা পুত্ৰ ধোৰোকা গাওঁখনত সকলোৰে ঘৰে ঘৰে পিতৃপিতাই চাহ জলপানৰ জুতি লৈ ফুৰে, চাপৰিলৈ কুঁহিয়াৰ পেৰিবলৈ নিয়াৰ লোভ দেখুৱাই বলোৰামে ধোৰোকাক কামত লগালে আৰু চুদিনৰ ভিতৰতে ধোৰোকাই খবৰ আনি দিলে যে মহাজনৰ বৰ ঘৰৰ ভিতৰত, ডাঙৰী থোৱা চাংখনৰ তলত বলোৰামৰ নাঙলটো আধা চঁচা হৈ বেজাৰ মনেৰে শুই আছে। তেওঁ উত্তেজিত হৈ উঠিল। তেওঁৰ প্ৰতি কৰা অপকাৰ আৰু অপমানৰ বিৰুদ্ধে মহাজনক অপদস্থ কৰিবলৈ তেওঁ উত্ৰাৱল হ'ল। কিন্তু উত্ৰাৱল হ'লে নহব। তেওঁ মনে মনে বহুত চিন্তা কৰিলে, কিন্তু কোনো উপায় কৰিব নোৱাৰিলে। তেওঁ গজেন মাষ্টৰৰ ওচৰ চাপিল।

"আ—, বৰ ডাঙৰ কাম কৰিব খুজিছা। প্ৰমাণ কৰিব পাৰিবা ?"

"কি প্ৰমাণ লাগে মাষ্টৰ ? ৰায় নেপালীয়ে ক'ব, যেয়ে দেখিছে, সেয়ে ক'ব, মোৰ মাইকীমানুহে·ক'ব। কোন মানুহে নিজৰ নাঙল নি চালৰ তলত সুমায় ?"

মাষ্টৰে বিজ্ঞৰ হাঁহি মাৰিলে। তেনেকৈ চালে নহয়। চব কথা তেনেকৈ নহয়। পুলিচত দিয়া, পুলিচৰ বাহিৰে উপায় নাই"।

বলোৰাম ঘৰলৈ আহিল। পুলিচত দিয়া, অৰ্থাৎ ৪ মাইল বাটকুৰি বাই গৈ পুলিচক কেইটামান সিধা দিয়োগৈ, পুলিচ আহি মহাজনৰ ঘৰত চাহ-জলপানৰ জুতি লওকহি, সিধা পাতি লওকহি। চব ফুচ্ ফাচ্ হ'ব। পুলিচে একো নকৰে। ইহঁত সব এক জাতৰ।

মনৰ অশান্তিত বলোৰামে আৰু কিছুদিন কটালে। কি কৰা যায়, তেওঁ মনৰ মাজতে চট্‌ফট কৰে। ধোবোকাই তেওঁক সাহ দিছে, “ককাইটি কি চাই আছা ? দিয়া ভেদ ভাঙি, যি হয় হওক।”

ইতিমধ্যে নাট মেলা হ'ল। নিয়মিত নামঘৰত আখৰা চলিল। বলোৰামৰ অশান্তিয়ে তাৰ মাজতো মনটো কুটকুটাই কামুৰি থাকিলে। বৰ ধেমালিৰ দিনা তেওঁ পুনৰ ধোবোকাক পঠালে, বস্তুটো আগৰ ঠাইতে আছে নে নাই চাই আহিবলৈ। ভাওনাখন হৈ যাওক , নাট সামৰণিৰ দিনা তেওঁ ৰাইজৰ আগত কথাটো উলিয়াই ৰাইজকে বিচাৰ কৰিবলৈ দিব। ইমানখন ৰাইজৰ কথা মহাজনে নেমানিবনে ?

কিন্তু ধোবোকাই বেয়া খবৰ আনিলে, নাঙলটো আগৰ ঠাইত নাই। বলোৰাম জই পৰি গ'ল। এতিয়া তেওঁ কি বুলি বিচাৰ দিব ? হাঁয় হাঁয়, ইমান সুবিধাটো অথলে গ'ল। তেওঁৰ সাহৰ অভাৱতে এইখন হ'ল, ধোবোকাৰ কথা শুনা হলেই ভাল আছিল।

ভাওনাখন ভালেৰেই হৈ গ'ল। বায়ন হৈয়ো বলোৰামে নাট-খনত উৎসাহেৰে ভাগ ল'ব নোৱাৰিলে। নাই, তেওঁৰ অকণো ফুৰ্ত্তি নহ'ল। এখন বেজেনাতো মন নবহিল , বজাই ভাল নেলাগিল। নাট সামৰণিৰ দিনা আবেলি। তেওঁৰ টোপনি খতি ভালকৈ পূৰাবই পৰা নাই। আবেলি চাহ এবাতি খাই বিড়ি কিনিবলৈ তেওঁ ঘনছামৰ দোকানলৈ আহিল। দোকানৰ বাহিৰতে বেঞ্চ এখনত বহি সোমেশ্বৰলৈ নোচোৱাকৈ তেওঁ দোকানত সোমাব খুজিলে।

“কি অ' ককাইটি ” সোমেশ্বৰে মাত দিলে। বলোৰামৰ খঙে টিঙিচকৈ টোপনি খতিৰ মগজটো উতলাই পেলালেগৈ।

“এই তই মোক ককাইটি নেচেলাবি।” কৰ্কশস্বৰে তেওঁ ক'লে। সোমেশ্বৰে থত্‌মত্‌ খালে। মুখৰ বং সলনি হ'ল।

"আও, কিনো নগৰত সোমেশ্বৰৰ ভাৱবি সঁকিওৱা কোমল উত্তৰটো শেষ নহল। বলোৰামে সংযম হেৰুৱালে। অতদিনৰ অশান্তি, অতৃপ্তি, দুশ্চিন্তা, অপমানৰ জ্বালা হোলোকৰ্কৈ ওলাই আহিল।

"জগৰ লগোৱা নাই? কটা নিধক, কুকুৰ, চোৰ, হাৰামজাদা··"
ক্ৰমে উচ্চগ্ৰামলৈ যাব ধৰিলে।

সোমেশ্বৰে কণ্ঠস্বৰ বাধ্য হৈ তপত কৰিলে, "এই ককাইটি, ককাই নেমানিম কিন্তু। চাই চিতি কথা কৰি দেই, কৈ দিছো"

"কি চাব লাগে অ'? কি চাব লাগে, চালা, চোৰৰ জাত"।

"কি চুৰ কৰা দেখিছিলি অ'? কি চুৰ কৰা দেখিছিলি?"

বলোৰাম পাগলৰ দৰে হল। "কি চুৰ কৰিছিলি? চালা চোৰ, চালা চোৰ, কি চুৰ কৰিছিলি মই ক'ব লাগে? মোৰ নতুন নাঙলটো চুৰ কৰা নাছিলি, হাৰামজাদা? মহাজনৰ হুকুমত গাধৈৰ পৰা মোৰ আধা চঁচা নাঙলটো চুৰ কৰিছিলি কুকুৰ। আস্পাতালত বেজি লৈছিলি, মহাজন বাপেৰে পইচা দিছিল, চালা চোৰৰ জাত। মই ক'ব লাগে—নিলাজ, মই নেজানো? মই ক'ব লাগে, চালা গোলাম, গোলামৰ সঁচ। মহাজনে গু খাবলৈ ক'লে গু খাবি। হাৰামজাদা, লাঠুৱা, বেইমান।"

ইতিমধ্যে দোকানৰ বাৰান্দাত মানুহ, ল'ৰা-ছোৱালী এই দুই চৰিত্ৰক কেন্দ্ৰ কৰি থিয় হ'লহি। ঘনছামৰ দুজনী ঘৈনীয়েক আৰু এবুৰি ল'ৰা-ছোৱালীয়ে চকোৱাৰ কাষৰ জপনাৰ ওচৰত জুম পাতিলেহি। দোকানৰ ভিতৰৰ পৰা হা হা কৰি গজেন মাষ্টৰ ওলাই আহিল।

"হেঃ কি কৰা, কি কৰা? সৰু ল'ৰাৰ দৰে কাজিয়া। বৰ ভাল মুখ দিয়া তোমালোকৰ"—

"ইয়াৰ জ্ঞান শেষ কৰিব লাগিছিল মাষ্টৰ। ই চুৰাখোৱাই মহাজনৰ বুদ্ধি শুনি মোৰ আধা চঁচা নাঙলটো নি মহাজনৰ পোৱাত

চাওৰ তলত জুমুৰাইছেগৈ। মহাজনে তাক নাওঠ কৰিলে, সি কিন্তু মহাজনৰ চুৰা চেলেকিবলৈ এৰা নাই।"

"ঐ, ৰৱকৈ যে টেট্টু ফালিছ, উলিয়াই দিব পাৰিবি। পৰ্মান দিব পাৰিবি"? সোমেশ্বৰৰ কণ্ঠ তীব্ৰ হলেও তাত উগ্ৰতা নাই। বলোৰামে যি ধৰণে ঘটনাবোৰ কৈ গৈছে, সোমেশ্বৰ তাত তৎবিচুৰ্ত্তি খালে আৰু ভিতৰি ভিতৰি দুৰ্ব্বল হৈ পৰিল।

"মই কি উলিয়াই দিম? শোৱাচাওৰ তলৰ পৰা নি ক'ত গুৱনিয়ে সূতনিয়ে লুকুৱাইছ মই কি জানো? তই উলিয়াই দে।"

"উলিয়াই দিব নালাগে ৰ'বা। উলিয়াই দিব লাগে কিয়? তুমি, নিছা যদি সৈ কাটা, নহলে কোনে নিছে পুলিছত দিব লাগিব। বৰ বেয়া কথা হৈছে। নিজৰ ভিতৰত এইবোৰ বৰ বেয়া কথা।

"মাষ্টৰ, ইয়াৰ বাপেক মৰিবৰ সময়ত মই তিনিৰাতি সমানে পৰ দিছো। মৰাৰ দিনা গাঁৱত এটা মানুহ চোকোৰা 'এটাও নাই। চৰ চুকত ভাওনা চাবলৈ গ'ল। মই সূতাৰ গাঁৱৰ পৰা মানুহ আনি বাঁহ কাটি মৰাশ কান্ধত লৈ চছানলৈ গৈছো। তাৰ হালৰ দমৰা চৰকাত পৰে'াতে মোৰ গুটিয়া দমৰাটো বিনা ভেৰোণে তাক খেতি উঠাবলৈ দিছো। এতিয়া উপকাৰীক অজগৰে খায়। মহাজনে তোৰ চৰ চুচি নিছে। তোৰ শিক্ষা হোৱা নাই মূৰ্খ। বাপেৰৰ বেমাৰত, শৰাধত ধাৰ কৰা টকা আৰু সুতত মাৰি তোৰ মাটি কোনে হজম কৰিলে? আকালৰ দিনত টকা ধাৰলৈ দি কোনটো বাপেৰে ধানত মাৰি লয়? শতুৰুক নাকাটি তই মিতুৰলৈ টোৱাঁইছ, অহমক। কি কাৰণে? কিহৰ ভয়ত? অ—মাটি—আধিলৈ নিদিয়াৰ ভয়ত? তোৰ খামি-ডাঠ থাকিলে নিদিওঁ বুলিয়েই মাটি নিদিবলৈ মহাজনৰ তাগজ আছেনে? কেঁচুৰ দৰে কেৰমেৰ কৰি থাকিবি। তোক মাটি নিদি কাক দিয়ে চাই লচোন এবাৰ। খেতি কৰি আছ, সেই মাটিৰ ওপৰত তোৰ একো হক নাই? মোৰ লগত এইবাৰ চাপৰিলৈ ওলাবি, চাম হালোৱাৰ মাটি কোনে বন্ধ কৰে। বলোৰাম

হঠাৎ ৰ'ল আৰু জেপত বিড়ি বিচাৰিলে। মাষ্টৰৰ মধ্যস্থতা আৰু তেওঁৰ একপক্ষীয় আধিপত্যৰ ফলত দৃশ্যটোৰ উগ্ৰতা কমি আহিছিল। বলোৰামৰ সপক্ষে দুই এক সমৰ্থনসূচক মন্তব্য আহিল। এক আচৰিত পৰিৱেশ আৰু অনুভূতিৰ মাজত নিমাত হৈ তলমূৰ কৰিলে—। তাৰ মনৰ মাজত এটা কেতিয়াও অনুভৱ নকৰা ৰূপান্তৰ ঘটিব ধৰিছিল। চৰম অপমানত জৰ্জৰিত হৈ বলোৰামৰ কথাৰ মাজত সি প্ৰথম বাৰৰ কাৰণে তাৰ আত্মমৰ্য্যাদা অনুভৱ কৰিলে। এক নতুন উপলব্ধিয়ে, নতুন সাহসে তাৰ মনৰ লাজ,-ভয়, সঙ্কোচ নোহোৱা কৰি পেলালে। এৰা, কাক সি ভয় কৰিছে? সি কাৰ গোলাম? মহাজনে তাক ভিকহু কৰিছে, তথাপি সি কিহৰ ভয়ত মহাজনৰ বহতীয়া হৈ আছে? আৰু থাকিয়েইবা সি বাচিছেনে?" এটা বুজি নোপোৱা পুৰণি বান্ধোনৰ পৰা সি মুকলি হৈ পৰিল।

"এই চোৱা, খাটি কথা কৈছে বলোৰামে। ভয় নকৰিবা। সঁচা কথা ক'বলৈ ভয় কৰিব নাপায়। আৰু নহলে ময়ে যাওঁ আৰু পুলিছত—" গজেন মাষ্টৰ বাহিৰৰ ফালে ঘুৰিব খুজিছিল, সোমেশ্বৰ আহি তেওঁৰ ভৰিত পৰিল।

"হেঃ কি কৰা। বলোৰামক মাফ খোজা। ৰাইজক মাফ খোজা। যোৱা, বৰ ডাঙৰ ভুল কৰিছিলা। মানুহ মানুহৰ গোলাম হব নেপায়। যোৱা, নাঙলটো আনি দিয়া।" গজেন মাষ্টৰ তেওঁৰ চাইকেলৰ ওচৰলৈ গ'ল। সোমেশ্বৰ বলোৰামৰ ফালে ঘুৰিল আৰু সহজ আন্তৰিকতাৰ সুৰত ক'লে, "ব'ল ককাইটি, আনোগৈ।"

"যা আ, মই আকৌ কিহলৈ যাম? তই আনগৈ। য'ৰ পৰা আনিছিলি, তাতে থৈ আহগৈ। নাঙল কটিয়াওঁতে কাৰো কান্ধৰ বিষ নহয় যা—। মই বিড়ি কিনিবলৈহে আহিছিলোঁ।" অলপ আগৰ অগ্নি-মূৰ্ত্তি মানুহটোৱে একে সহজ আন্তৰিকতাৰ সুৰত ভৰ্ৎসনা কৰিলে।

"দে তেনে বিড়ি এটাকে" সোমেশ্বৰে হাঁহি এটা মাৰি কলে—।

ইয়াৰ পিচত এটা অভিনৱ দৃশ্য ৰচিত হ'ল —।

আবেলিৰ গাঁৱৰ বাটেদি কান্ধত নাঙল লৈ সোমেশ্বৰ আৰু পিচে পিচে এজাক সৰু সৰু আধা নঙঠা ল'ৰা ছোৱালীৰ সমদল গৈছিল। হঠাৎ সোমেশ্বৰে এবাৰ পিচফালৰ সমদলটোলৈ চালে, তাৰ মনটো আচৰিত ধৰণে পাতল লাগিছিল, অদ্ভুত স্ফুৰ্ত্তিত সি সোঁহাতখন ওপৰলৈ ডাঙি লঘুকণ্ঠে চিঞৰিলে, "ধৰ নাঙলচোৰক ধৰ।" আৰু একেলগে অসম স্বৰতে পিচফালৰ পৰা প্ৰতিধ্বনি হ'ল 'ধৰ, নাঙলচোৰক ধৰ'। কি আনন্দত—সোমেশ্বৰ জানে, তাৰ মুখ হাঁহিত মেল খাই গ'ল। এইবাৰ তাৰ কণ্ঠ আৰু ওপৰলৈ গ'ল।

হোকাটো হাতত লৈ মহাজনে বাৰান্দাৰ পৰা দূৰৰ শব্দটো শুনিলে। চকু ঘূৰাই প্ৰথমে তেওঁ কেই মুহূৰ্ত্তমান দৃশ্যটো বিশ্বাস কৰিব পৰা নাছিল। তাৰ পিচত ভূত দেখাৰ দৰে একো সুবুদ্ধি প্ৰায় দৌৰি বাৰান্দাৰ কাষৰ পৰা চকোৱাৰ আঁৰত কঁপি কঁপি থিয় হ'ল। সমদলটো যেতিয়া তেওঁৰ পদূলি পালেহি, মাঘি মহলদাৰে যেন নিযতিক স্বচক্ষে দেখিলে। তেওঁ দেখা পালে যে মহা আনন্দে চিঞৰি চিঞৰি কান্ধত নাঙল লৈ সোমেশ্বৰে কুকুৰ লৰ দিছে। তাৰ পিছত ঢপলিয়াইছে গাঁৱৰ ল'ৰা ছোৱালীৰ জাক। আৰু সৱৰ শিশুৰ জাকটোৰ মাজত হাঁহি চিঞৰি ক'ব নোৱোৰা হৈ গৈছে—মহাজনৰ মৰমৰ সুমলীয়া ল'ৰাটো। মাঘি মহাজনৰ দেহটো দুবাৰমান জোৰে কঁপি উঠিল। কলিজাটো কেই মুহূৰ্ত্তমান বন্ধ হৈ গ'ল। তেওঁ শিলৰ দৰে মাটিত পোত খাই ৰ'ল।

॥ টোকা ॥

* ঘটনাটো প্ৰায় এনেধৰণেৰেই ঘটিছিল। কেৱল শিক্ষকজনৰ ভূমিকা অধিকতৰ দুৰ্ব্বল আৰু দ্বিধাযুক্ত আছিল।

** প্ৰকাশ থাকে যে—কিছু বছৰৰ আগতে মিস্ত্ৰীয়নী আই ঢুকাল। এই ঘটনাত এখন গাঁৱৰ তৎকালীন আৰু ভৱিষ্যত শিশু-

সমূহ মাতৃত্বৰ পৰা বঞ্চিত হয়। সম্ভ্ৰান্ত কুলীন গোঁসাই পৰিয়ালৰ ছোৱালী। প্ৰায় এক শতাব্দী পূৰ্ব্বে গাভৰু বয়সত কুল-পৰিচয়হীন কাঠমিস্ত্ৰী কোনো এক সিঙৰ লগত নাও, হাতী আদি যোগে পলাই আহে। সেইটো অন্য এটা সাধু। পৃথিবীৰ ভিতৰত আটাইতকৈ সু-স্বাদু আটলচজোপা ঘটনাক্ৰমে তেওঁৰ পাকঘৰৰ ওচৰত আছিল। ইতিহাসৰ খাতিৰত ক'ব লাগিব যে—তেওঁৰ হাতৰ খাবলিৰ সোৱাদ তেওঁৰ মৃত্যুৰ লগে লগে পৃথিৱীয়ে হেৰুৱায়। আত্মাত বিশ্বাসীসকলৰ পক্ষে, তেওঁৰ আত্মা নিঃসন্দেহে শান্তিত আছে, তাৰ বাবে কোনো প্ৰাৰ্থনাৰ প্ৰয়োজন নাই।

———

# দালাল

* * * * * * * * *

—পবিত্ৰকুমাৰ ডেকা

গাড়ীখন গলিটোৰ মুখতে ৰখাই ৰহমান ড্ৰাইভাৰ নামি গলিটোৰ ভিতৰলৈ সোমাই গ'ল। ড্ৰাইভাৰৰ কাষৰ একমাত্ৰ ছিটটোতে বহি মানুহটোৱে সমুখলৈ চাই ৰ'ল। ষ্টাফ ভানখন সম্পূৰ্ণ অন্ধকাৰ। এইফালে মিউনিচিপালিটিৰ 'লাইট পোষ্ট' লগাইছেহে, এতিয়াও লাইট জ্বলা নাই। অন্ধকাৰৰ মাজত গাড়ীখন মিলি গৈছে। কাঠৰ গড়ালটোৰ দৰে মাত্ৰ এখন দুৱাৰ আৰু দুফালে দুখন সৰু আইনাৰ 'ভেন্টিলেট'ৰ থকা কেইবাটাও মানুহ বহিব পৰা পাছফালৰ ভাঙৰ কোঠাটোৰ পৰা কিবা এটা খৰখৰ শব্দ শুনা গ'ল। বোধকৰো নিগনি সোমাইছে। কিয় নোসোমাব? গেৰেজটোৰ চাৰিওপিনে জানো কম জাবৰ-জোথৰ। কিমান এন্দুৰ-নিগনিয়ে তাত গাঁত খান্দি বাহ লৈছে তাৰ ঠিক নাই। তাৰে কোনোবা কেইটামান আহি চাগৈ গাড়ীৰ ভিতৰ সোমাল। ভিতৰৰ চিটকেইটা কুটি শেষ

কৰিব যেন পাইছোঁ। কুটক ছালা, মোৰ কি ? ৰহমানে হেনো মালিকক এন্দুৰ নিগনিবোৰ মৰাৰ কথা কওঁতে মালিকে একেবাৰে হৈ হৈ কৰি উঠিছিল - গণেশজীৰ বাহন, ভগৱানৰ সৃষ্টি জীৱ, মাৰিলে পাপ নহবনে ? ছালা কুকুৰৰ পোৱালী, ভেজাল বস্তু খুৱাই, চোৰাং কাৰবাৰ কৰি হাজাৰে হাজাৰে মানুহক মাৰিলে পাপ নহয়। এন্দুৰ-নিগনিকেইটা মাৰিলে পাপ হয়।

মানুহটোৱে অন্ধকাৰতে গাড়ীৰ ভিতৰত অস্থিৰ হৈ উঠিল। ধেৎ ছালা, কাইলৈৰ পৰা এইবোৰ কাম নকৰো আৰু। কিমান দিন আৰু এইচব পশুৰ কাম কৰি জীয়াই থাকিম ? পান-তামোলৰ দোকান দিম, ষ্টেচনত কুলিৰ কাম কৰিম, ভিক্ষা কৰি খাম, ৰিক্সা চলাম। মানুহটোৰ হাতৰ মুঠি কঠিন হৈ উঠিল। গোটেই শৰীৰলৈ সাহস আহিল, চকুৱে মুখে বলিষ্ঠ ভাব। গৰম লাগি গ'ল। কপালত ঘাম বিৰিঙিল। ঘামখিনি মচিবলৈ ৰুমালখন উলিযাবৰ বাবে জেপলৈ বাওঁ হাতখন ভৰাই দিওঁতেই আঙুলিৰ মূৰত কেইখনমান কাগজৰ স্পৰ্শ লাগিল। টকা, কেইখনমান দহটকীয়া নোট। মানুহটোৰ হাতৰ মুঠি শিথিল হৈ গ'ল। অকণমান আগতে শৰীৰলৈ অহা সমস্ত শক্তি লাহে লাহে কৰবাত বিলীন হৈ গ'ল। মানুহটোৱে অসহাযৰ দৰে বহি ৰ'ল। ৰুমালখন উলিয়াই ঘামবোৰ মচিবলৈ পাহৰি গ'ল।

উপায় নাই। জীয়াই থাকিব লাগিব। কুকুৰ মেকুৰীৰ দৰে হলেও জীয়াই থাকিব লাগিব। চেন্টিমেণ্ট বাদ দিবলৈ বাধ্য। নহলে এই অভাৱ-অনাটনৰ দিনত পাঁচোটা মানুহৰ পৰিয়াল কেনেকৈ জীয়াই থাকিম ? কোম্পানীৰ কেইজনমান সহকৰ্মীৰ স্বাৰ্থৰ কাৰণে কাম কৰিছিলোঁ। মিটিং কৰি খুব বিদ্ৰোহৰ কথা কৈছিলো। লাভটো হ'ল কি ? মালিকে আটাইকেইটাকে কামৰ পৰা খেদি দিলে। মালিক আমাৰ দৰে মূৰ্খ নহয়। ডিচাৰ্জ কৰা নাছিল। ৰিট্ৰেঞ্চ কৰিবলৈ মালিকৰ সম্পূৰ্ণ অধিকাৰ আছে।

ইউনিয়নৰ প্ৰেচিডেণ্টটোৱে ছালা পলাই পলাই ফুৰে। গমপোৱা নাই বুলি ভাবিছে নেকি ? মালিকে মাহে মাহে তাক কিমান টকা দি থাকে আমি হবলা গম পোৱা নাই বুলি ভাবিছ ? ছালা, ষ্টুপিড, দালালি কৰিবলৈ ঠাই নাপালি ? টকাৰ কাৰণে চব পাহৰি গলি ? তয়েই আমাক গৰম গৰম কথাকৈ উৎসাহ দিয়া নাছিলিনে ? তইঁতৰ দৰে জীৱক মাজ ৰাস্তাত উলঙ্গ কৰি চাবুকেৰে কোবাই হত্যা কৰিলেও একো পাপ নহয়। মানুহটো পুনৰ উত্তেজিত হৈ উঠিল। উত্তেজনাত হাতৰ মুঠি দুটা টানকৈ ধৰি বহা ছিটটোতে জোৰেৰে হেচি ধৰিলে।

কিন্তু কি কৰিম, উপায় নাই। ঘৰত আৰু চাৰিটা প্ৰাণীয়ে মোৰ মুখলৈ চাই বৈ আছে। নিৰলা, ভাল পাই বিয়া কৰোৱা পত্নী। কিমান দিন উপবাসে কটাইছে তাৰ ঠিক নাই। চেহেৰা শুকাই খীণাই গৈছে, কিমানদিন কাপোৰ এসাজ কিনি দিব পৰা নাই। এজনী গাভৰু ছোৱালী। নয়নতৰা, ডাঙৰ জীয়াৰী। মৰমতে নয়নতৰা নাম থৈছিলো। কিমান মৰমৰ ছোৱালী, পইচাৰ অভাৱত কলেজত পঢ়াব নোৱাৰিলো, শেষত দুবেলা দুমুঠি ভাত দিবলৈও মই অসমৰ্থ। ই দুটা সৰু সৰু ল'ৰা। স্কুলত নাম লগাবৰ বয়স কেতিয়াবাই পাৰ হৈ গল। নিৰলাই মই নেদেখাকৈ গোপনে কান্দে। মই কান্দিব নোৱাৰো। ঘৰৰ পৰা চোৰৰ দৰে ওলাই আহোঁ।

চাকৰি। এটা সামান্য চাকৰিও নেপালো। এবাৰ খেদাখোৱা মানুহক সহজে বিশ্বাস নকৰে। তাতে ছালা বাতৰি কাকত কেইখনৰ ষ্টাফ ৰিপৰ্টাৰে আমাৰ নামেৰে সৈতে কোম্পানীৰ সৈতে হোৱা গণ্ডগোলৰ খবৰটো ছপাই দিছিল। খুব গৰমকৈ লিখিছিল। লাভটো কি হ'ল ? তইঁতৰ দৰে দালাল বাতৰি কাকতলৈ কোনে পৰোৱা কৰে ? মালিকৰ ফালে আইন আছে। আমাক ৰিট্ৰেন্চ্ কৰাৰ পিছত তইঁতে দেখোন একো মাতেই নামাতিলি ? সাংবাদিকতা কৰিবলৈ আহিছ নে গোলামী কৰিবলৈ আহিছ ? ছালা দালাল

চৰ! খুব সমাজবাদ, নীতিৰ গৰম গৰম লেক্‌চাৰ দি ফুৰিবি। আৰে, আমিহে জানো তহঁত কিমান পানীৰ মাছ।

হঠাৎ ঘৰখনলৈ এটা সুখবৰ আহিল। নয়নতৰাই চাকৰি এটা পালে। নয়নতৰা মোৰ মৰমৰ ডাঙৰ ছোৱালী বিশ্বাসেই নহয়। মুখৰ মাত এটা নোলোৱা, মোৰ ধুনীয়া ছোৱালীজনীয়ে চাকৰি কৰি ঘৰখনক খুৱাবলৈ চেষ্টা কৰিছে। ঘৰখনৰ আটাইৰে শুকান মুখত হাঁহি বিৰিঙিল। জীয়াই থকাৰ আশা দেখিছোঁ। নয়নতৰাক মোৰ অন্তৰৰ পৰা মনে মনে আশীৰ্ব্বাদ দিলো। মৃত্যুৰ হাতৰ পৰা মাক দেউতাক ভায়েকহঁতক বচাবলৈ তাই চেষ্টা চলাইছে, কিন্তু এই অভাৱ অনাটনৰ দিনত তাই অকলে কি কৰিব? ইমান ধুনীয়া চেহেৰাৰ ছোৱালীজনী দিনে দিনে কিবা জনী হৈ আহিছে! দহবজাতে ঘৰৰ পৰা ওলাই যায়। ৰাতি কেতিয়াবা উভতি আহোঁতে ন বাজে। কোনোবা কোম্পানীত কাম কৰিছে। বেছিকৈ কাম কৰি অ'ভাৰ-টাইমৰ পইচাকেইটাৰে ঘৰখনক জীয়াই ৰাখিবলৈ চেষ্টা চলাইছে।

কিন্তু মই কি কৰিম? মই ঘৰখনৰ উপযুক্ত পুৰুষ। মোৰ কৰ্ত্তব্য সিহঁতক ভৰণ-পোষণ দি উপযুক্ত কৰি তোলা। অথচ কুমলীয়া ছোৱালীজনীয়ে দেহাৰ ঘাম মাটিত পেলাই পৰিশ্ৰম কৰি আনি দিয়া টকাকেইটাৰে দুইবেলা মই খাইছো। মই লাজ আৰু আত্মগ্লানিত পলাই পলাই ফুৰিবলৈ ধৰিলোঁ। নযনতৰাৰ মুখলৈ চাব পৰা নাছিলো। ল'ৰা দুটা, নিৰলা—সিহঁতেও যেন মোৰ অসহায অৱস্থা দেখি সহানুভূতিৰে চাইছে। মোৰ অসহ্য লাগিল। কিবা এটা কৰিব লাগিব। লাজ মান বাদ দি এদিন ৰাতি পুৰণা মালিকৰ ঘৰ পালোগৈ। মালিকক হাতে ভৰিয়ে ধৰিলো। মালিকে জনালে অফিচত চাকৰি দিব নোৱাৰে, কিন্তু তেওঁৰ অন্যান্য ব্যৱসায়সমূহত কিবা এটা সুবিধা কৰি দিয়াৰ চেষ্টা কৰিব পাৰে। মই তাতেই স্বৰ্গ ঢুকি পালো। যি কাম দিয়ে তাকেই কৰিম। অৱশেষত মোৰ অনুনয় বিনয়ত মালিকে কাম এটা দিলে।

কিন্তু মোৰ কামটোৰ কথা শুনিয়েই মই উচপ খাই উঠিলো। ভয়ে ভয়ে তেনে কাম কৰিব নোৱাৰিম বুলি জনালো। মালিকে ঘৰৰ পৰা ওলোৱাৰ বাটটো দেখুৱাই দিলে। আকৌ অনুনয় বিনয় কৰি চালো। নাই, মালিকৰ এক কথা। মালিকে কোৱামতে কাম কৰিলে আহিব পাৰো, নহলে উপায় নাই।

মালিকৰ ঘৰৰ পৰা ওলাই আহিলো। বহুত চিন্তা কৰিলো। নাই নকৰো, কেতিয়াও এনে পাপ কাম নকৰো। দুদিন ঘুৰিলো। ভিক্ষা কৰিম, কিন্তু মানুহৰ আগলৈ গৈ হাত পাতি বিফল হৈছো। মোৰ হাত কোঁচ খাই আহিছে। অসম্ভৱ, এই চেহেৰাৰে ভিক্ষা মই কেতিয়াও কৰিব নোৱাৰিম। ষ্টেচনলৈ গ'লো। কুলিৰ কাম কৰিম। লাজ লাগিল। সমাজ, মান সম্মান এৰিব নোৱাৰিলো। চাৰিওপিনে চিনাকি মানুহ ঘৰখনৰ সম্মানেই বা থাকিব ক'ত? নয়নতৰাই কি ভাবিব? তাই চাকৰি কৰে। তাইৰ এটা সম্মান আছে। তাইৰ দেউতাকে ষ্টেচনত কুলিগিৰি কৰিলে তাই মানুহৰ আগত মুখ দেখুৱাৰ কেনেকৈ? নিৰলাকেই বা কি উত্তৰ দিম? ষ্টেচনৰ পৰা উভতি আহিলো।

অৱশেষত পাপ পুণ্যৰ কথা বাদ দিলো। মই মালিকৰ মতেই কাম কৰিম, সংসাৰত পাপ নাই, থাকিলে মালিকৰ দৰে মানুহ কেতিযাও জীয়াই থাকিব নোৱাৰিলেহেঁতেন। নয়নতৰাৰ উপাৰ্জ্জনতে সদায জীযাই থাকিব নোৱাৰি। তাইক বিয়া দিব লাগিব, তাই এদিন এঘৰলৈ গুচি যাব। মই সদায় স্বাৰ্থপৰৰ দৰে তাইৰ সুখ-আনন্দ বাদ দি থাকিব নোৱাৰিম। মালিকৰ ঘৰ পালোগৈ। মালিকে মিচিকিযাই হাঁহিলে। মালিকে যেন আগতেই জানে যে মই আহিবই লাগিব। অতি সহজ ভাবে মোক কাম বুজাই দিলে। প্ৰতিটো মালৰ বাবে কমিচন পাম। কুৰি টকাকৈ। তাৰ মানে মাহে ছশটকা। এজন হাকিমৰ দৰমহাতকৈও বহুত বেছি। মোৰ সমুখত এখন সুখৰ সংসাৰৰ ছবি ভাহি উঠিল। নয়নতৰাক চাকৰি

কৰিবলৈ নিদিওঁ। ভাল চাই লৰা এটা বিচাৰি বিয়া দিম। ল'ৰা ছুটাক স্কুলত নাম লগাই দিম, নিৰলালৈ এসাজ নতুন কাপোৰ কিনি নিব লাগিব। টেবুল চকি দুখনমানো অৰ্ডাৰ দি সজাব লাগিব। ঘৰটো ভাগি গৈছে, মেৰামতি কৰিব লাগিব আৰু মোৰ সাজ পোচাকো পৰিষ্কাৰ পৰিচ্ছন্ন কৰি লব লাগিব। ভদ্ৰলোকৰ ছদ্মবেশ নহলে এনে কামত সুবিধা নহব।

মালিকে ৰহমান ড্ৰাইভাৰক লগ লগাই দিলে। ৰহমানে সকলো জানে। মালৰ আড্ডা জানে। ক'ত কি বস্তু থাকে চব জানে। সিয়েই সকলো কৰিব। মই মাথোন মোৰ কমিচনৰ পৰা তাক চাৰিভাগৰ এভাগ দিব লাগিব। মনটো সেমেকি গল—ৰহমানকো ভাগ দিব লাগিব। হওক, তথাপি মোৰ যথেষ্ট টকা আয় হব। ভাল মাল যোগাৰ কৰিব পাৰিলে হেনো মালিকে মাজে মাজে বক্‌চিচো দিযে। ৰহমানৰ লগত বন্দবস্ত কৰিলো।

মালিকক কোৱাৰ লগে লগে টকা এশ আগধন দিলে, আচৰিত! অফিচত পাঁচ টকা দৰমহা বঢাই দিবলৈ কওঁতে মালিকে আমাক খেদি দিছিল। অথচ কোনো কাগজ পত্ৰ চুক্তি নোহোৱাকৈয়েই বিশ্বাস কৰি মোক এশ টকা দি দিলে। বোধকৰো মালিকে গম পাইছে মই জালত বন্দী হৈছো। মই মালিকক ফাঁকি দিব নোৱাৰো। ঘৰ পালোহি, নিৰলাক সুখৰ খবৰটো জনালো। টকা পঞ্চাশটা নিৰলাৰ হাতত দিলো। নিৰলাই আনন্দতে কান্দি দিলে। নিৰলাক ফাঁকি দিলো। মহৰিৰ কাম পাইছো। ৰাতি বস্তু বেহানিৰ হিচাপ পত্ৰ কৰিব লাগিব। বিশ্বাস কৰিলে। নিৰলাই মোক কোনোদিনে অবিশ্বাস কৰা নাছিল। মোৰ ভাল পোৱাক বিশ্বাস কৰিয়েই এদিন ঘৰৰ সকলোকে ত্যাগ কৰি মোৰ লগত ওলাই আহিছিল। নিৰলাক কলোঁ—নয়নতৰাক চাকৰিটো এৰিবলৈ কবা। তাই চাকৰি কৰাৰ দৰকাৰ নাই। নিৰলায়ো সন্মতি দিলে। সক

ল'ৰা দুটাই ওচৰে ওচৰে ঘূৰি ফুৰিছে। সিহঁতেও দেউতাকৰ চাকৰিৰ কথা গম পাইছে।

ৰাতি আঠোটা বাজিল। নয়নতৰা উভতি অহা নাই, বেচেৰীয়ে চাগৈ দুটা পইচাৰ আশাত অ'ভাৰটাইম কৰিছে। চিন্তা নকৰিবি, মই চাকৰি পাইছো। কালিৰ পৰা তোৰ সকলো চিন্তা দূৰ হৈ যাব।

অন্ধকাৰ আৰু নিৰ্জ্জনত মানুহটোৱে বহি বহি চিন্তা কৰিলে, কিন্তু তথাপি যেন মনলৈ শান্তি অহা নাই। বোধকৰো এতিয়াও পাপবোধ তাৰ মনৰ পৰা দূৰ হোৱা নাই।

ধেৎ ছালা। নাভাবো আৰু। ভাবিলেই মূৰ গৰম হৈ আহে। নানান দুশ্চিন্তা মগজুত সোমায়। ৰহমানটো ইমান সময় ক'লৈ গ'ল। সি হেনো মালৰ আড্ডা চব জানে। মিছাকৈয়ে মোৰ আগত সি বাহাদুৰি দেখুৱালে নেকি?

—'মহৰীবাবু।' ৰহমানে ফুচফুচাই মাতিলে। উচাপ খাই উঠিলো। পাহৰিয়েই গৈছো। মোৰ কামটো দালালি হ'লেও মানুহে মহৰি বুলিয়েই জানিব। মালিকৰ নিৰ্দ্দেশ।

—'মহৰীবাবু, আপোনাৰ নচিব খুব ভাল। প্ৰথম বহনীতেই একদম্ খুবচুৰত্ চিজ পালো।'

মানুহটোৱে বুৰ্বকৰ দৰে ৰহমানলৈ চালে। দূৰত ছাঁৰ দৰে কিবা এটা দেখিলে।

—'গাড়ীত উঠাই দিয়া।' মানুহটোৱে কোনোমতে ৰহমানক কলে।

—'লেকিন মহৰীবাবু একঘণ্টাৰ উপৰ থাকিব নোৱাৰে। দচবজাৰ আগতে ঘৰত পৌচাই দিব লাগিব, আপুনি মালিকক কথাটো কৈ দিব।'

—'ঠিক আছে, যা। উঠাই দে।'

ৰহমান আঁতৰ হৈ গ'ল। পিছফালৰ দুৱাৰ খোলাৰ শব্দ।

অন্ধকাৰত ভিতৰৰ ছিটৰ ওপৰত খচমচনি। পুনৰ দুৱাৰ বন্ধ হ'ল। ৰহমানে উভতি আহি নিজৰ ছিটত বহিল, মানুহটোলৈ চালে। মানুহটোৱে মূৰ জোকাৰিলে। ৰহমানে গাড়ী ষ্টাৰ্ট দিলে।

অন্ধকাৰ গলিৰ মুখৰ পৰা গাড়ী চহৰৰ ব্যস্ততালৈ ঘূৰিল। ৰাতি ন বাজিবৰ হ'ল। চহৰখনৰ চকুত টোপনি নাই। গভীৰ ৰাতিহে শুই পৰে। অতি পুৱাতেই পুনৰ সাৰ পাই উঠে। মানুহ, গাড়ী, ৰিক্সাৰ ভিৰ। নিয়ন আৰু নানান ৰঙীন লাইটৰ বাহাৰ। অহা আহিছে, যোৱা গৈছে। দিনকদিনে চহৰখনৰ ব্যস্ততা আৰু মানুহৰ সংখ্যা বাঢ়িহে গৈছে। ভাৰতৰ নানান ঠাইৰ পৰা ব্যৱসায়ী আৰু চাকৰিয়াল আহি ভৰি পৰিছে। মানুহটোৱে অস্থিৰভাৱে চিন্তা কৰিবলৈ ধৰিলে। পোহৰবোৰ ভাল লগা নাই। অন্ধকাৰ গলিৰ মুখতেই যেন ভাল লাগিছিল।

ৰহমানে হঠাৎ গাড়ীৰ ব্ৰেক ধৰিলে। মানুহটোৰ চিন্তা-ভাৱনা-বোৰ দূৰ হৈ গ'ল। মালিকৰ অট্টালিকাৰ চৌহদৰ গেটৰ আগত গাড়ী ৰৈছেহি। দাৰোৱানে গেটখন খুলি দিলে। ৰহমানে গাড়ী লৈ গৈ অন্ধকাৰ গাড়ী বাৰান্দাত ৰখালেগৈ। ৰহমান নামিল। পিচফালৈ গৈ দুৱাৰখন খুলিলে। কিবাকিবি ফুচফুচাই ক'লে। মানুহটোৱে শুনিলে। ৰহমান পুনৰ মানুহটোৰ ওচৰলৈ আহিল।

'—মহৰী বাবু, নামক। চিজটো মালিকৰ ওচৰলৈ লৈ যাওক।'

মানুহটোৱে দুৱাৰখন খুলি গাড়ীৰ পৰা নামিল। গাড়ীখনৰ পিচফালে ছাঁ এটা দেখিলে। মানুহটোৱে একো নকৈ ডিমলাইট জ্বলাই থোৱা মলান পোহৰৰ ড্ৰইংৰুমটোলৈ আগবাঢ়িল। ৰহমানে ছাঁটোৰ ওচৰলৈ গৈ ইংগিত দিলে। মানুহটোৰ পাচে পাচে ছাঁটোও আগবাঢ়িল।

ড্ৰইংৰুমত কোনো নাই। মানুহটোৱে ভিতৰ সোমাই মলান পোহৰতে পুনৰ ঘূৰি চালে। পাচে পাচে অহা ছাঁটোৱে এতিয়া শৰীৰী মূৰ্ত্তি ধৰি ড্ৰইংৰুম সোমাল।

হঠাৎ মানুহটো শিলৰ মূৰ্ত্তিৰ দৰে থৰ হৈ ৰ'ল। মুখৰ পৰা অস্ফুটে ওলাল 'ন-য়-ন'।

ছোৱালীজনীও কাষৰ চোফাখনৰ গাত জোৰেৰে খামোচ মাৰি ধৰি বৈ গ'ল।

( মহাভাৰত ৰামায়ণৰ দিন হোৱা হ'লে এইখিনিতে এটা বজ্ৰপাত পেলাই সকলো ধ্বংস কৰি দিব পৰা গলহেঁতেন। অথবা মাটিত হঠাৎ এটা ফাঁট মেলাই ছোৱালীজনীক বসুমতীৰ গৰ্ভলৈ লৈ যাব পৰা গলহেঁতেন। নাটক হলে এইখিনিতে কেইটামান খুব উচ্চস্তৰৰ সমাজবাদী সংলাপ মানুহটোৰ মুখত দিব পৰা গলহেঁতেন। কিন্তু আমাৰ গল্পত একোৱেই কৰিব পৰা ন'গল। )

মানুহটো হঠাৎ অতি বেগেৰে ড্ৰইংৰুমৰ পৰা ওলাই গ'ল।

———

## দুখোজ আগলৈ এখোজ পিচলৈ

* * * * * * * * * *

—ভুবনমোহন মহন্ত

কিহব পৰা কি হ'লগৈ ?

কিয় এনে হ'ল ?

এনে হব নেলাগিছিল দেখোন।

এখোজ দুখোজকৈ ওলাই গৈ নঙলাৰ কাষত থকা তিনিটা সমান ওখ ধানখেৰৰ মেজিৰ ওচৰ পাই ৰামগোপালে ভাবিলে মেজি কেইটাত জুই লগাই দিব নেকি' সি ? ভবাৰ লগে লগেই তাৰ চকুলো ওলাওঁ ওলাওঁ হ'ল। তাৰেই হাতৰ মেজি সেই কেইটা। নোৱাৰে পুৰিব। আৰু পুৰিলেবা হ'ব কি ? যিকুৰা জুই তাৰ বুকুত কন্দৰ্প ফুকন চা'বে জ্বলালে তাক মেজিৰ জুয়ে উপশম কৰিব নোৱাৰে। এই জুই তাতকৈও ভীষণ হব লাগিব। সেই ভীষণ জুই জ্বলোৱাৰ প্ৰতিজ্ঞা মনতে কৰিলে সেই জুই সহজে নুমুমায়।

কিহব পৰা কি হ'লগৈ সি টলকিবই নোৱাৰিলে। কন্দৰ্প ফুকন চা'বক সি এঘাৰ বছৰ চাৰিমাহেও বুজিব নোৱাৰিলে আৰু বুজিব নোৱাৰাকৈয়ে সি ঘৰৰ পৰা ওলাই এয়া ধানখেৰৰ মেজিৰ ওচৰ

পালেহি। সি যাবগৈ। এঘাৰ বছৰ চাবি মাহৰ মূৰত এইখন ঘৰ এৰি বাঁহীবাদক সদাহাস্যময় ৰামগোপাল নামৰ চাব্বিশ বছৰীয়া ধুনীয়া ডেকা লৰাটো যাবগৈ। হাতত কন্দৰ্প ফুকনে দিয়া চাবিশ টকা আছে। টিনৰ চুটকেচটোত সি স্নুমুৰাই লৈছে। আগতে নন্দিনীয়ে দিয়া ত্ৰিশটা টকাৰ ঝুৰিটা বেলেগে লৈছে হাত খৰচৰ বাবদ। সি নওলা পাৰ হৈ পুখুৰীৰ পাৰ পালেহি। পুখুৰীটো শেষ হৈ অলপ দূৰ আহি এয়া কিনাৰামৰ ঘৰ, তাৰ অকৃত্ৰিম বন্ধু।

"ঐ বিয়া কৰাবলৈ যাব নেকি ?" কিনাৰামে পিৰালিৰ পৰাই মাতিলে। ৰামগোপালে সেমেকা হাঁহি এটা মাৰি তালৈ চালে। আগৰ দৰে সি নিচিঞৰিলে। হাঁহি উঠা কথাও নকলে। কিনাৰাম আগবাঢ়ি আহিল। ৰামগোপালক আগভেটি ধৰি সুধিলে, "ভাবে ভেটিয়ে কোনফালে ওলালি ?" সুধিয়েই কিবা অঘটন ঘটাৰ প্ৰমাদ গণিলে।

"কব নোৱাৰোঁ।" সঁচাকৈয়ে কব নোৱাৰিলে। শোকে খুন্দা মাৰি ধৰিলে তাক।

"আহচোন বহহি।" পাছত কলৈ যাব গৈ থাকিবি। কিনাৰামে জোৰ কৰিয়েই টানি নিলে ৰামগোপালক। শোক পাতলক বুলি ৰামগোপালেও কেৰজেৰ নকৰিলে। কিনাৰামৰ আগত আদ্যোপান্ত কৈ এটা হুমুনিয়াহ কাঢ়িলে। কিন্তু কিনাৰামেও আচল কাৰণ উলিয়াব নোৱাৰিলে কিয় ৰামগোপলৰ নিচিনা এটা কৰ্ম্মঠ লৰাক কন্দৰ্প ফুকনে ঘৰৰ পৰা বাহিৰ কৰি দিলে। সেয়ে সান্ত্বনাৰ সুৰেৰে ক'লে, "সেইবোৰ ডাঙৰ মানুহৰ কথা। তই মই কি তাৰ ভূ পাম ? এতিয়া আৰু যি হ'ল হ'ল , তই আজি ৰাতিটো ইয়াতে থাক। কাইলৈ পুৱা ভাবি চিন্তি কিবা এটা কৰিব লাগিব।"

"কি কৰিবি ? ফুকন চা'বে মোক ইয়াত দেখা পালে ছুহেও কৰিব।" ৰামগোপালে কলে।

"থ হেৰ'। মই লগত থাকিলে ফুকনহে নালাগে ফুকনৰ বাপেক

আহিলেও তোৰ নোম এডালকে লবাব নোৱাৰে। মৰিলে মৰিম। মৰিলেনো আমাৰ হেকুৱাব লগা কিটো আছে? সেই বুলি শিয়াল হবলৈ যাম কিয়? সিংহৰ দৰে মৰিম।" বুকু ফিন্দাই কিনাৰামে কলে। ৰামগোপালৰ সাহ বাঢ়িল। এৰা যুঁজ কৰি মৰাৰ সমান আনন্দ নাই। নন্দিনীয়েও কৈছিল সেইষাৰ কথা। পিছে তাই ছোৱালী মানুহ! কলেজত পঢ়িলেই হ'লনে? অৱশ্যে তাইৰ সাহ, বুদ্ধিক তাৰিফ নকৰি নোৱাৰি। আচলতে তাইৰ কথা শুনিয়েই তাৰ এই অৱস্থা হ'ল।

ৰামগোপাল থাকিল।

অনাটিন বাকৰি, মুমলি সাগৰ, ভৰতমুনি পথাৰ, জয়সাগৰ দলনি এই চাৰিখন পথাৰৰ যিমানবোৰ ধান কন্দৰ্প ফুকন চা'বৰ ভৰাললৈ ৰামগোপালে কান্ধৰ ছাল ছিঙি ভাৰ বৈ আনে তাৰ সাক্ষী হ'ল চকোৱাথনৰ ওচৰত থকা গগনচুম্বী ধানখেৰৰ তিনিটা মেজি আৰু তিনিটা গুটি ধানৰ ভৰাল।

আন যিয়েই নহওক, কন্দৰ্প ফুকনৰ কলেজত পঢ়া ছোৱালী নন্দিনীয়ে ৰামগোপালৰ জীৱন সম্পৰ্কে যি মন্তব্য কৰিছিল সেয়া আজি সি উপলব্ধি কৰিব পাৰিলে অৰ্থাৎ যেতিয়া সি এইখন ঘৰৰ পৰা বিদায় লব লগা হ'ল। নন্দিনীৰ মন্তব্যটো আছিল ধানখেৰৰ মেজিৰ লগতহে ৰামগোপালৰ জীৱনৰ তুলনা হব পাৰে। গুটি ধানৰ ভঁড়ালৰ লগত নহয়। আৰু সেই উপলব্ধিতেই সি ন-কৈ জীৱন গঢ়াৰ প্ৰস্তুতিও কৰিছে। নন্দিনী কলেজৰ গৰমৰ বন্ধত ঘৰলৈ আহে আৰু তেতিয়াই ৰামগোপালৰ পথাৰত কাম আৰম্ভ হয়। ঠিক সেই সময়তে গাভৰু নন্দিনীয়ে ডেকা ৰামগোপালৰ লগত চেগ বুজি কথাৰ মহলা মাৰে।

ৰামগোপাল য'ত থাকে তাৰ পৰা নন্দিনীৰ কোঠালৈ মাত্ৰ তিনিহাত। মূল ঘৰটো শেষ হৈছে নন্দিনী থকা কোঠাটোত। মাজত অকণমান ফাক। ফাকৰ সিফালে ক্ৰমান্বয়ে ৰামগোপালৰ

চালি, ভবালৰ গাধৰি, ভবাল, ধানখেৰৰ মেজি তিনিটা, চকোৱা বাট, পুখুৰী। গতিকে নন্দিনীৰ ৰামগোপালৰ লগত কথা পতাৰ একো অসুবিধা নাই। সুবিধা হলেও প্ৰথম অৱস্থাত ৰামগোপালে নন্দিনীৰ পৰা আঁতৰি থাকিবলৈ বিচাৰিছিল। নন্দিনীয়ে যেতিয়া খিৰিকীৰ মুখত বৈ থাকি পুখুৰীৰ পাৰত বাঁহী বজাই থকা ৰামগোপালৰ সুৰ শুনিছিল তেতিয়া তাই সি উভতি অহালৈ বাট চাই আছিল আৰু তাইৰ খিৰিকিৰ কাষেদি সি পাৰ হৈ যাওঁ নেযাওঁতেই যেতিয়া "এই গোপাল, অকণমান ৰবাচোন, কথা আছে" বুলি শুনা-নুশুনাকৈ কয় সিও ভয়ে ভয়ে মাতটো চেপি চেপি কয়, "কাইলৈ খুব পুৱাই হাললৈ যাব লাগিব। এতিযাই নুশুলে সাৰেই নাপাম। কি কথা আছে কাইলৈ দুপৰীয়া ক'ব।" আৰু তাইৰ উত্তৰলৈ বাট নেচাই টকৌপাতৰ দুৱাৰখন কেৰেককৈ খুলি ভিতৰফালৰ পৰা দাং দি বাঁহীটো যথাস্থানত থৈ শুই পৰেগৈ। শুলেও বহুত সময়লৈ তাৰ টোপনি নাহে, কাৰণ, কাৰণ, কাৰণ। জানো কব নোৱাৰে সি! আকৌ কেতিযাবা দুপৰীয়া হালৰপৰা আহি ভাত কেইটা খাই জিৰণি লবলৈ ধৰোতেই নন্দিনী তাৰ ওচৰ ওলায়গৈ আৰু তাৰ বিচনাত বহে। সি ভয়ত বিবৰ্ণ হৈ থিয় দি তাইলৈ চাই থাকে। চাই থাকি অৱশ্যে তাৰ বেয়া নেলাগে। কাৰণ গাঁৱত দেখা ছোৱালীবোৰতকৈ নন্দিনীৰ সাজ পাৰ চকুত লগা, তাই দেখিবলৈও ভাল লগা, হাঁহিলে গালখনৰ সোঁ মাজতে খাল হৈ যায় আৰু অনবৰতে হাঁহি থকা মুখ-খনৰে সৈতে চকুহাল তিৰ্‌বিৰাই থাকে। হলেও তাৰ বৰ ভয় লাগে কাৰণ--কাৰণ সি নাজানে। কিন্তু সি সেইদৰে থিয হৈ বেছি সময় নেথাকে, ওচৰৰ চেনিৰাম, কিনাৰাম বা বদনহঁতৰ ঘৰলৈ হালৰ এচাৰি নাইবা গৰুৰ পঘা বিচৰাৰ অছিলাৰে সি আঁতৰি যায়। নন্দিনীয়ে তাৰ তেনে ব্যৱহাৰৰ বাবে বেয়া পোৱা যেন নালাগিছিল কাৰণ বেয়া পোৱা হলে পিছদিনাবোৰত তাই নাহিলহেঁতেন।

কিন্তু সেই একেবোৰ অছিলাকে লৈ তাইৰপৰা আঁতৰি ফুৰাটো

সময়ত একপ্ৰকাৰ অগন্তৰেই হৈ পৰিল। আৰু এটা কথা: বছৰটোৰ ভিতৰত তিনি বা চাৰিমাহহে নন্দিনী ঘৰত থাকে। তাৰ পিছতো যায়গৈয়ে। গতিকে পলাই ফুৰাৰ প্ৰয়োজন নাই এনে এটা সিদ্ধান্তত উপনীত হৈ সি সান্নিধ্য দিলে। আৰু এনে এটা সময় আহিল যেতিয়া নন্দিনীৰ লগত দিনটোত অন্ততঃ এবাৰ দেখা নকৰিলেই নহয়গৈ। নন্দিনীক সি ভাল পাই পেলাইছেনেকি বাৰু? নাই, সি নাজানে। কিন্তু এটা কথা সি জানে সেইটো হ'ল কন্দৰ্প ফুকন বোলা বাঘবায় মানুহজনলৈ তাৰ যি ভয় আছিল সিয়ো নন্দিনীৰ সান্নিধ্যই বহুত হ্ৰাস কৰি পেলাইছিল। আনহাতে নন্দিনীয়ে যিবোৰ কথা-বতৰা তাৰ আগত কয় সেইবোৰৰ লগত ফুকন চা'বৰ কথাৰ কোনো সম্পৰ্কই নাই, বৰং একেবাৰে ওলোটা।

নন্দিনীয়ে এদিন তাক সুধিলে, "এই গোপাল, তোমাৰ বয়স কিমান হ'ল বাৰু? প্ৰশ্নটো শুনি তাৰ আচৰিত লাগি গল। কি কৰিব নন্দিনীয়ে তাৰ বয়সৰ কথা জানি। আৰু বয়স। বয়স চয়সৰ কি ভূ পায় সি? মাক বাপেকক সি নেদেখাৰ নিচিনাই, চাৰিবছৰ মানৰ পৰা অ'ত ত'ত অনাই-বনাই ফুৰাৰ ফুকন চা'বক পালে এটা সময়ত। মাত্ৰ এটা কথা সি মানুহৰ মুখৰপৰা গম পাইছিল। সেইটো হ'ল স্বাধীন হোৱাৰ পিছত যিটো ভূমিকম্প হৈছিল তেতিয়া হেনো সি চুচৰি ফুৰা ইমানেই। কিন্তু স্বাধীন হোৱাৰ পিছৰ ভূমিকম্পৰ পৰা এতিয়ালৈকে কিমান দিন হ'ল সেইটো জানিবৰ তাৰ কোনো উপায় হোৱা নাই। আচলতে সেই বিষয়ে তাৰ হুচো নাই। এতিয়া নন্দিনীৰ প্ৰশ্নত সেই বয়সটো উলিয়াবৰ মন গ'ল তাৰ।

"বাৰু স্বাধীন হোৱা কিমান বছৰ হ'ল? সি প্ৰশ্ন কৰিলে। নন্দিনীৰ হাঁহি উঠিল। উঠিলেও তাই উত্তৰ দিলে, "একুৰি আঠ বছৰ।" বছৰটোৰ কথা শুনি সি বিস্ময়ত অবাক হৈ তাইলৈ চাই ৰ'ল। "কি হ'ল, চাই থাকিলা যে।" নন্দিনীয়ে সুধিলে।

বিস্ময়টো ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি সি মাত্ৰ কলে, "নাই এনেয়ে।" তাৰ পিছত সি আকৌ সুধিলে,—"বাৰু তাৰ পিছত যে এটা ভূমিকম্প হৈছিল তেতিয়াৰ পৰা কিমান বছৰ হ'ল ?" নন্দিনীয়ে অকণো নবৈ কলে "একুৰি পাঁচ বছৰ।" এইবাৰো সি আচৰিত হ'ল। তাৰ মানে তাৰ বয়স একুৰি পাচতকৈও বেছি হ'ল। সি কিন্তু এইবাৰ তাৰ বিস্ময় প্ৰকাশ নকৰি মাত্ৰ কলে, "তেন্তে তাৰ লগত এবছৰমান যোগ কৰক।"

ইমান হিচাপ নিকাচৰ পাছত ৰামগোপালৰ বয়সটো শুলোৱাৰ পিছত ৰামগোপালে প্ৰশ্ন কৰিলে, "বয়সতো হ'ল বাৰু। তাৰে আপুনি এতিয়া কি কৰিব ?" প্ৰশ্নটোৰ কাৰণে সাজু নথকা নন্দিনীয়ে প্ৰথমতে থতমত খালেও কথাৰ সুৰ সলাবলৈ বেছি সময় নালাগিল। তাই কলে, "তুমিতো ডেকাই হলাহি, কিমান সৰুৰেপৰা তোমাক দেখিলোঁ, চাই থাকোতেই বিয়া কৰাব পৰা হলা।" কৈ তাই ৰামগোপালৰ মন পৰীক্ষা কৰিলে, "বিয়া বাৰু নকৰোৱা নেকি ?"

ৰামগোপালৰ মুখ ৰঙা পৰি উঠিল। এই প্ৰশ্নৰ উত্তৰ সি কি বুলি দিব ? বিয়া কৰাবলৈ তাৰ মন নোযোৱা নহয়। কিন্তু টকা পইচা কত ? মাটি বাৰী এদৰা নিজাকৈ এতিয়ালৈকে নাই, ছোৱালী এজনী সুমুৱাবলৈ ঘৰ এটা নাই, আৰু আটাইতকৈ প্ৰধান কথা ছোৱালীজনী। সেইজনীয়েই নাই দেখোন। তালৈনো বাৰু ছোৱালী কোনে দিব ? এইবোৰ ভাবি থাকোতেই নন্দিনীয়ে কলে "বাৰু বাৰু তুমিতো ইয়াত বহুতদিন কাম কৰিলা। কিমান দিন হ'ল বাৰু ? হিচাপ কৰিছিলানে ?" মুহূৰ্ত্ততে সি হিচাপ কৰি পেলালে : এঘাৰ বছৰ চাৰি মাহ হ'ল। সি হিচাপটো কৈ তাইৰ মুখলৈ চাই ৰল।

"তুমি এই এঘাৰ বছৰত কিমান টকা দেউতাৰাৰাপৰা পালা ?" নন্দিনীয়ে সুধিলে। ক'তা সিতো দৰ্ম্মহা বুলি ফুকন চা'বৰ পৰা এটা ফুটা কড়িও লোৱা মনত নপৰে। তাতে মাহেকীয়া বন্দোবস্তও

তেনেকৈ নাছিল। মাত্র ফুকন চা'বে কিবা এটা হিচাপ কৰি দিম বুলি কৈছিল। তাকো সি নোসোধাকৈয়ে। গতিকে সিও ভবা নাই। খাই বই আছে বচ্। এতিয়া নন্দিনীয়ে কোৱাতহে তাৰ সম্বিৎ ঘূৰি আহিল। কিন্তু সি কি বুলি এতিয়া চা'বক কথাখিনি কব। লাজেই লাগে দেখোন।

ৰামগোপাল মনে মনে থকা কাৰণে নন্দিনীয়ে আকৌ কলে, "তুমি ৰাতি হলে পুথুৰীৰ পাৰত বহি বাঁহি বজোৱা আৰু পুৱা হাল বাবলৈ থোৱা। আঘোণৰ পৰা মাঘলৈকে ধান কাটি মৰণা মাৰি গুটি ধানৰ ভঁৰাল ভৰোৱা। ধানখেৰৰ মেজিৰে আকাশ চুই যোৱা কৰা। কিন্তু এইবোৰ জানো তোমাৰ? এবাৰ ভালকৈ ভাবি চোৱাচোন। দেউতাই এতিয়া তোমাক ভাল পাইছে বাবে একো কোৱা নাই। কিন্তু যেতিয়া তুমি কিবা বিচাৰিবা তেতিয়াই তোমাক ঘৰৰ পৰা খেদাই দিব। তেতিয়া তুমি ক'ত থাকিবা? কোনে তোমাক আশ্রয় দিব? শুনা, তোমাৰ জীৱন ধানখেৰৰ মেজি তিনিটাৰ লগতহে তুলনা হব, গুটি ধানৰ ভঁৰাল তিনিটাৰ লগত নহয়।"

ৰামগোপালে বাঙ্ময় নন্দিনীৰ মুখলৈ চাই ৰল। তাই কোৱা কথাখিনি আখৰে আখৰে সঁচা। এৰা, সিযে কিমান মূৰ্খ। যিটো কথা ইমানদিনে সিহে ভাবিব লাগিছিল সেইটো কথা আজি তাৰ মালিকৰ জীয়েকেহে সঁকিয়াই দিব লগা হ'ল। ইয়াতকৈ লজ্জাকৰ বিষয় কি হব পাৰে। সি নিজকে নিজে ধিক্কাৰ দিলে। কিন্তু তাতোকৈ আচৰিত হ'ল -এইজনী নন্দিনী বোলা ছোৱালীয়ে বাঘৰায় বাপেকটোৰ বিপক্ষে ইমান কথা কেনেকৈ কব পাৰে! অৱশ্যে নন্দিনীৰ লগত বাপেকৰ কাজিযাও সি দেখিছে। সেইবোৰ কথা সি বুজি নেপায়। কিবা বেলেগ দেশৰ কথাও কোৱা শুনিছে আৰু নন্দিনীক সেইখন দেশলৈ যাবলৈও খণ্ডৰ ভমকত আদেশ দিয়া শুনিছে। হলেও সেইবোৰ বাপেক জীয়েকৰ উখনা উখনি। তাত একো নাই।

কিন্তু আজি যিবোৰ কথা নন্দিনীয়ে কলে তেনেকৈ হলে দেখোন মহাভাৰতৰ যুদ্ধই হ'ব। সি একো বুজি নেপালে, মুঠতে নন্দিনীৰ চৰিত্ৰ বুজি উঠাতো যে সহজসাধ্য কাম নহয় তাক সি উপলব্ধি কৰিছিল। সি অনুমান কৰি ললে আজিৰ কথাবোৰৰ গুৰিত নিশ্চয় বাপেক জীয়েকৰ কাজিয়াই আছিল। হলেও তাইৰ ওপৰত তাৰ শ্ৰদ্ধা উপজিল।

"এতিয়া বাৰু কি কৰিব লাগিব বাইদেউ?" সহায় ভিক্ষাৰ সুৰেৰে সি নন্দিনীৰ মুখলৈ চাই কলে।

"কি কৰিবা আৰু। বাঁহী বজোৱা, হাল বোৱা, খেতিৰ ধানেৰে চা'বৰ ভৰাল ভৰোৱা। হৈ যাব। নন্দিনীয়ে হাঁহি হাঁহি ক'লে।

"ধেমালি নকৰিব বাইদেউ। মই আচলতে এটা মস্ত গৰু। নহলেনো মই এই এঘাৰ বছৰ কাল একো এটা বন্দোৱস্ত নকৰাকৈ থাকিব পাৰোনে? মোক এটা উপায় দিয়ক বাইদেউ।" তাৰ চকু চলচলীয়া হ'ল। নন্দিনীয়ে তাক মৰমেৰে উপদেশ দিলে।

অলপো পলম নকৰি ৰামগোপালে কন্দৰ্প ফুকন চা'বৰ ওচৰত তাৰ আজি পেচ কৰিলে। নন্দিনীয়ে শিকোৱা মতেই সি মাটিতে লেপেতা কাটি বহি তাৰ কথাখিনি কলে। বুধিয়ক ফুকনে মুখত হাঁহি লৈ অলপ সময় কিবা ভাবি কলে, "গোপাল, তইতো মোৰ ঘৰৰে লৰা। ঘৰৰ লৰাক জানো কোনোবাই দৰ্ম্মহা দিয়ে। তেতিয়া তো চাকৰ হৈ যাবি। আৰু তইতো মোৰ ইয়াত খোৱাবোৱা পিন্ধা উৰাত একো অসুবিধা পোৱা নাই। যেতিয়াই যি লাগে বুলিছ তাকেই দি আছোঁ তোক। মোৰতো আৰু কোনো নাই। ছোৱালীজনী উলিয়াই দিয়াৰ পিছত মই এইবোৰ সম্পত্তি লৈ কি কৰিম? কিন্তু তই যেতিয়া হিচাপ নিকাচৰ কথা উলিয়াইছ তাৰ এটা ব্যৱস্থা কৰিম মই। তই সেই বিষয়ে চিন্তা নকৰিবি।"

ৰামগোপালৰ একো কবলৈ নাছিল ইয়াৰ পিছত। নন্দিনীৰ

ওপৰত পেটে পেটে তাৰ খঙো উঠিল। মিছাকৈ ইমান মৰমিয়াল মানুহ এটাৰ ওপৰত ঠগ কৰাৰ নিচিনা দোষ জাপ দিবলৈ ওলাইছিল। সি তাৰ ঘৰলৈ উভতি আহিল।

পিছদিনা নন্দিনীক তাৰ আগদিনাৰ কথা কলে। নন্দিনীয়ে হাঁহি এটা মাৰি কলে, "এতিয়া এটা কাম কৰা"।

"কওক।" ৰামগোপাল উৎসুক হৈ ৰ'ল।

ইফালে সিফালে চাই নন্দিনীয়ে কলে, "তুমি এতিয়া দেউতাৰ আগত তোমাৰ বিয়াৰ কথা উলিওৱা। পাৰিবা ?"

"ছিঃ বাইদেউ, মই মৰি গলেও সেই কথা কব নোৱাৰো। মোৰ বৰ লাজ লাগে।

"কিহৰ লাজ ? তুমি ডেকা হৈছা। বিয়া বাৰু কৰাই ঘৰগৃহস্থী কৰিব লাগে।" নন্দিনীয়ে তিৰ্‌বিৰাই থকা চকুহাল ৰামগোপালৰ চকুত থলে। ৰামগোপাল ৰঙা পৰি উঠিল। অলপ সময় বৈ সি কলে, "নহব বাইদেউ, মই কোনোপধ্যেই নোৱাৰিম।"

"তেন্তে ডঙুৱা ভাত খায়েই থাকা। মই তোমাৰ কাৰণেহে কৈছোঁ।" নন্দিনীযে মাতত গভীৰতা সানি কলে। ৰামগোপালে কিবা ভাবিলে। কিন্তু একো উত্তৰ নিদিলে। তাৰ পৰা একো সঁহাৰি নাপাই নন্দিনীয়ে কলে, "তুমি কব নোৱাৰা যদি ময়েই কৈ দিম।"

ৰামগোপালে ভাবিলে সি বিয়া নকৰালে নন্দিনীৰ কি ক্ষতি হ'ব ? ইমানকৈ লাগি আছে কিয় তাই ? সি একো ৰহস্য উলিয়াব নোৱাৰিলে। কিন্তু সি নন্দিনীক বেয়া নাপাবলৈকে কলে, "আপুনি কি বুলি কব ? ছিঃ মই চা'বৰ ওচৰত তেতিয়া কেনেকৈ মুখ উলিয়াম ? নালাগে বাইদেউ। মই নিজেই কম। কিন্তু ইমান লৰালৰিকৈ নালাগে। লাহে ধীৰে ছেগ বুজি কথাখিনি কম।" নন্দিনীয়ে মুখ টিপি হাঁহিলে। এটা সময়ত তাই গলগৈ।

ৰামগোপালে উশাহ সলালে। উঃ কি শান্তি !

বাহিৰত ফুকনৰ কাহৰ শব্দ শুনি তাৰ বুকুখন চিবিংকৈ মাৰিলে। ইমান সময়ে ফুকন চা'ৰ ইয়াতে আছিল নেকি বাৰু? বাঁহীটো ঠিক ঠাইত আছেনে নাই এবাৰ এনেয়ে চাই ললে সি।

ৰামগোপালৰ সময়ৰ ছেগ বুজিবলৈ নন্দিনী বৈ নাথাকিল। মাক চম্পাৱতীৰ আগত ৰামগোপালৰ বিয়াখন পতাৰ ওপৰত যুক্তি প্ৰদৰ্শন কৰি কলে যে বিয়া বাৰু কৰাই দিলে সি এতিয়াতকৈ বেছিকৈ মনপুতি কাম কৰিব পাৰিব। নন্দিনীৰ যুক্তিপূৰ্ণ কথাত পতিয়ন গৈ আন এদিন কন্দৰ্প ফুকনক কথাটো কলে। ফুকনে অলপ সময় কিবা ভাবি কলে, "তিনিদিন সময় লৈছোঁ। ইয়াৰ ভিতৰতে কিবা এটা ব্যৱস্থা কৰিম। তুমি নিশ্চিন্ত থাকা।" তাৰ পিছত তেওঁ ওলাই গল।

ঠিক তৃতীয় দিনাই ফুকনে ৰামগোপালক মাতি আনিলে। বহিবলৈ কৈ ভিতৰৰ পৰা চম্পাৱতী আৰু নন্দিনীকো মাতি আনিলে। ফুকনৰ সৈতে চাৰিজন মানুহ চ'ৰাঘৰত বহিল। ফুকনৰ মুখত চিন্তাৰ ৰেখ নাছিল বা থাকিলেও তাক ঢাকি ৰাখিবলৈ যত্ন কৰিছিল।

গল হেকাৰি এটা মাৰি ফুকনে কলে, "তোমালোক সকলোৰে আগত কথাখিনি কওঁ বুলি মাতি আনিলো।" ফুকনে ৰামগোপাললৈ তীব্ৰ দৃষ্টি হানি হাঁহি এটা মাৰিলে আৰু আৰম্ভ কৰিলে, "গোপাল!" ৰামগোপাল পোন হৈ বহিল। সি চা'ৰৰ মুখলৈ চাই ৰ'ল, কিন্তু ফুকনৰ প্ৰখৰ দৃষ্টিত তাৰ চকু তললৈ নামি গল। সি চাব নোৱাৰিলে বেছি সময়। চম্পাৱতী আৰু নন্দিনীয়ে কৌতুহলেৰে ফুকনৰ গতি-বিধি লক্ষ্য কৰিলে। কাৰণ তেওঁলোকে জানে ফুকনৰ বাহিৰৰ মুখাবয়ৱৰ পৰা কোনো কথা ধৰিব পৰা নেযায়।

"তই ইয়াত থকা প্ৰায় চাৰে এঘাৰ বছৰেই হলহি। বাটত পাই বুটলি আনি শিকাই বুজাই মানুহ কৰিলো। এতিয়া তই নিজে খাব পৰা হলি। সেয়া মোৰ কাৰণে খুব আনন্দৰ কথা। তই সুন্দৰ

স্বাস্থ্যৰ অধিকাৰী তাতো মোৰ খুব আনন্দ। তোৰ উন্নতি হোৱা দেখিলেই মোৰ ভাল।" ফুকনে এইখিনি কৈ অলপ সময় ৰ'ল। তাৰ পিছত চিগাৰেট এটা জ্বলাই ললে।

"কিন্তু তই মোৰ ইয়াত থাকিলে তোৰ উন্নতি নহব। কাৰণ মোৰ তাত কাম কৰি মোৰ ভৰাল ভৰালে তোৰ পেটহে ভৰিব, আন একো নহব। গতিকে তোক বিদায় দিয়াৰ কথা ভাবিছোঁ।"

ৰামগোপালে ফুকন চা'বলৈ ট-ট কৰি চাই থাকিল। সি একো বুজি পোৱা নাই ফুকন চা'বে তাক এইবোৰ কি কৈছে। সি ক'লৈ যাব! সিতো এইখন ঘৰৰ বাহিৰে কাকো চিনি নেপায়। কোনে তাক আশ্ৰয় দিব।

ফুকনে আকৌ কলে, "আচলতে তোৰ গতি-বিধি মই লক্ষ্য কৰি আঁছো। তোৰ গাত দোষ নাই। সেইটো বয়সৰ দোষ। সেই বয়সৰ দোষৰ কাৰণে মানুহে কব নোৱাৰাকৈয়ে চুকত থাকি বুকুত কামোৰ মাৰে। কেতিয়াবা তপত ভাতৰ ধোৱাকো সহ্য কৰিব নোৱাৰি। এই চাবে এঘাৰ বছৰ কালৰ পাছত মই ভৰা ধৰণে কাম নহলগৈ।"

সকলোৰে মাত হৰিল। ঠাণ্ডা মগজুৰে ইমান এটা ডাঙৰ কাম কেনেকৈ কৰিব পাৰিলে এই কথা ভাবি বিস্ময়ত হতবাক হ'ল সকলো। কিন্তু কোনেও একো মাতিব নোৱাৰিলে। ৰামগোপালৰ মুৰ আচন্দ্ৰাই কৰিলে।

"তোমালোক অকণমান বহা। মই অলপ ভিতৰৰ পৰা আহোঁ।" ফুকন ভিতৰ সোমাই গ'ল। এইকণ সময়তে তিনিওজনৰ একেটা চিন্তা—সকলোৱেই জানে ফুকনৰ এডাল লেজাইৰ দীঘল বেত আছে আৰু সেই বেতডালৰ ব্যৱহাৰ ঠাণ্ডা মগজুৰেই বহুদিন ধৰি কৰি আহিছে। এতিয়াও তাকেই আনিবলৈ গৈছে নিশ্চয়। নন্দিনীৰ মুখত পানী নোহোৱা হ'ল। তথাপি তাই দৃঢ়ভাবে বাপেকৰ অৱশ্যম্ভাৱী ৰামগোপালৰ ওপৰত হোৱা শাৰীৰিক অত্যাচাৰক প্ৰতিবোধ কৰিবলৈ

সাজু হ'ল। মৰণত শৰণ দি ৰামগোপালেও সম্ভাব্য বিপদলৈ সাজু হৈ ৰ'ল।

অলপ পিছতে ফুকন ওলাই আহিল। হাতত এজাপ নোট। ৰামগোপাললৈ আগবঢাই দি ফুকনে ক'লে "হোঁ ল। ইয়াত চাবিশ টকা আছে। এঘাৰ বছৰত যি খালি সেইবোৰ কাটি মেলি তই তিনিশ সত্তৰ টকা পাব। মই চাবিশ টকা পূৰাই দিলোঁ। ইয়াৰে ক'ৰবাত দোকান চোকান দি চলি থাকিবি। ইয়াৰ পিছত তোক ইয়াত নেদেখিলেই ভাল পাম।"

কাৰো মুখৰ পৰা মাত এষাৰ নোলাল।
ৰামগোপাল তললৈ মু-কৈ থিয় হ'ল।

"তই এতিয়া বিছনা পত্ৰ বান্ধি লৈ যাগে।" চম্পাৱতী আৰু নন্দিনীলৈ চাই কলে, "তোমালোকা যোৱাগৈ।" তেওঁলোকে ৰাম-গোপাললৈ চাব নোৱাৰিলে।

নন্দিনী নিজৰ কোঠালৈ আৰু চম্পাৱতী ভিতৰলৈ গ'ল একোটা বিমৰ্ষ মন লৈ। কোনেও কব নোৱাৰিলে কিহৰ পৰা কি হলগৈ। চম্পাৱতীৰ পিছে পিছে ফুকন গৈ ভিতৰত ক'লে, "ৰামগোপালৰ বিয়াখন পাতিব নোৱাৰিলোঁ।" চৰম পৰাজয়ৰ গ্লানিৰে ভৰি যোৱা মন এটা লৈ চম্পাৱতীয়ে সেমেকা হাঁহি এটা মাৰিলে। ফুকনে আকৌ ক'লে, "ৰামগোপালৰ গোপিনীৰ লগত কেলি কৰিবলৈ বেছিদিন নাছিল। আমাৰ নন্দিনীও তাৰ বাঁহীৰ সুৰত মতলীয়া হোৱা লক্ষ্য কৰিছিলো। পলোৱাৰ আগমুহূৰ্ত্তও এয়া তাক পঠালোঁ।" কৈ চম্পাৱতীৰ মন বিশ্লেষণ কৰিলে গোপনে। চম্পাৱতীয়ে ট-টকৈ চকুহাল মেলি স্বামীলৈ চাই ৰ'ল। সেই দৃষ্টিতে চকু থৈ ফুকনে কলে, "মই বোধকৰো বেয়া কৰা নাই।" চম্পাৱতীয়ে একো নামাতিলে। ফুকনে বিজয়েৰে আকৌ কলে, নন্দিনীক বিয়া দিব লাগিব। দৰা এটা ওলাইছে। চম্পাৱতীৰ মুখত এইবাৰ প্ৰথমবাৰলৈ হাঁহি

শুনাল। তেওঁ কলে, "বৰ ভাল হ'ব। সোনকালে কামটো কৰি পেলাব লাগিব।"

খিৰিকিয়েদি নন্দিনীয়ে চলচলীয়া চকুৰে ৰামগোপাল যোৱালৈ চাই থাকিল। কিহৰ পৰা কি হলগৈ।

কিনাৰামৰ বিছনাত শুই শুই ৰামগোপালে গোটেই কথাটোক সপোন সপোন যেন ভাবিলে—দিঠকতো এইবোৰ সম্ভৱনে ?

কিহৰ পৰা কি হ'লগৈ শুই শুই এফালৰপৰা ভাবি গ'ল সি।

———

## কাহিলি পুৱাৰ পোহৰ

* * * * * * * * *

—পোলেন বৰকটকী

ৰ'দে পুৰি কিচকিচিয়া ক'লা কৰা পিঠিখনত ঘামবোৰ বিবিঙি উঠিছে। প্ৰথমে টোপ টোপকৈ জমা হোৱা ঘামবোৰ একেলগ হৈ একো একোটা ক্ষুদ্ৰ জলধাৰ সদৃশ হৈ তললৈ বৈ গৈছে। ছমুখিত দিয়া আঠেহতীয়াখনো ( মাজডোখৰ ফাটি গ'লে আন দুটা মূৰ জোৰা লগাই চিলাই কৰি পিন্ধা আঠেহাত দীঘল ঘৰত বোৱা গামোচা ) ঘামত তিতি গৈছে। ৰ'দটোও দেখোন কিবা চোকাহে হৈ গৈছে দিনে দিনে। কাতিমাহ গৈ আঘোণ পৰিলহি, এতিয়াওনো ৰ'দটো কমিব নাপায়নে ? ওপৰলৈ এবাৰ এনেয়ে চালে সি। কঁকালৰ সক গামোচাখনেৰে মুখৰ ঘামবোৰ মচি ল'লে। পিন্ধি থকা আঠেহতীয়া খনলৈ চকু পৰিল। দুই এঠাইত ফিচিকি গৈছে। এইবাৰ আৰু চিলাই কৰিবও নোৱাৰি। তাই ( ঘৈনীয়েকে ) অৱশ্যে তাক কৈ থাকে সূতা অলপ আনি দিবলৈ। হয়, সূতা অলপ কিনিব লাগিছিল। তাৰ হওক নহওক, তাইকে লগা হৈছে মেখেলা এখন। সি লক্ষ্য কৰিছে ফটা মেখেলাখন তাই বহুতো কষ্ট কৰিছে

পিন্ধিব লাগে। সূতা অলপ কিনিব লাগিব। কিনিবতো লাগেই কিন্তু সি পইচানো পায় ক'ত? তাই অবশ্যে সূতাৰ দাম দেখি প্ৰস্তাব দিছিল, আজিকালি হেনো কাপোৰেই সস্তাত পায়। তাই হেনো গাওঁবুঢ়াৰ ঘৰৰ ৰেডিঅ'ত এদিন নিজ কাণেও শুনি আহিছে বাইজৰ কাৰণে কাপোৰ সস্তা কৰি দিয়া বুলি। গতিকে থান কাপোৰ কিনিলেও হয়। কথাটোতো হওঁতে হয়, কিন্তু সস্তা হ'লেনো হ'ব কি, বিনা-পইচাত পালে লোৱাৰ বাহিৰে দিবলৈ তাৰ হাতত এটা পইচাওযে নাই। বাৰীৰ কলঠোক, শাক-পাচলিখিনি বিক্ৰি কৰি যি এপইচা দুপইচা পায় তাৰে তেল-নিমখখিনিৰে জোৰা নমৰে। চাউলমুঠিকে কিনিব নোৱাৰি বছৰৰ পিচত বছৰ ধৰি সিহঁতেতো দুই-তিনি সাজৰ মূৰত এসাজকৈয়ে খাই আহিছে। বজাৰত চাউলতো সস্তা হয়। যোৱা বাৰিষাটো যমৰ জীয়াতু ভুগি বাচিযে থাকিল আটাইকেইটা প্ৰাণী।

অসংলগ্ন কিছুমান চিন্তাৰ মাজত আহি থাকি সি মনেই কৰা নাছিল যে তাৰ ঘৰ পাবলৈ এতিয়াও ৭।৮ মাইল বাকী। গৰুহাল খেদাবলৈ সি পাহৰিয়ে গৈছিল। গৰুহালেও, সি একো নকৰা দেখি অতি লাহে লাহে খোজ দিছে। সি তেতিয়াহে মন কৰিলে এই বেগত যাবলৈ হ'লে সি ঘৰ পোৱালৈ চকা পাটতেই বহিব। খপ্‌জপ্‌কৈ সি দুই হাতেৰে গৰুহালৰ নেগুৰ মোটকাই দি বেগাই নিবলৈ চেষ্টা কৰিলে। এচাৰিডাল ডাঙি গৰুহালৰ পিঠিত কোবাবলৈ লৈ সি বৈ গ'ল। গৰুহালে ফোঁপাইছে আৰু সিহঁতৰ চকুৰে পানী বৈ আছে। গৰুহাললৈ হঠাতে তাৰ বেয়া লাগিল। জকজকিয়া হাড়েৰে তেনেই চেৰেলা পৰিছে গৰুহাল। গৰুহাললৈ চাই কি ভাবি জানো সি নিজৰ গাটোলৈ চালে। একেই অৱস্থা। কামি হাড় জকজকাই ওলাই পৰি তাৰো একেই চেহেৰা। তথাপি গৰুহাললৈ তাৰ দুখ লাগিল। বেচেৰাহঁত নিমাখিত জীব! মুখেৰে ক'ব নোৱাৰিলে কি হ'ব, সিহঁতেওতো দুখ পায়। কষ্ট পায়ে

সিহঁতেও মনে মনে কান্দে। গৰুহাললৈ তাৰ দুখ উথলি উঠিল। সিহঁতৰো নিশ্চয় ভোক লাগিছে। ৰাতিপুৱাৰেপৰা সিহঁতে একো খাবলৈ পোৱা নাই। খোৱা সিও নাই একো।

গৰুহালৰ পিঠি দুখন এনেয়ে এবাৰ মোহাৰি দিলে সি। সিহঁতক উদ্দেশ্য কৰি ক'লে : য' বাপাহঁত, তুহঁতেও কষ্ট পাইছাহ। কষ্টে-মষ্টে এখ্‌নি বাট য'। মই অ'তো আক' খৱা নাই। ঘৰ পালি কিবা এটা বেবস্থা কৰিম য'। গৰুহালে তাৰ কথাখিনি বুজিয়ে পালে নেকি, সিহঁতে বেগাই যাবলৈ ধৰিলে। গৰুহাল তাৰ জীৱনৰ এবাৰ নোৱৰা সঙ্গী। তাৰ জীৱনত গৰুহালৰ কথা সি অপলাগ কৰিব নোৱাৰে। এক অৰ্থত গৰুহাল নহ'লেতো সি জীয়ন্তে মৰা।

গৰুহাল আৰু তাৰ মাজৰ সম্পৰ্কৰ কথা ভাবি হঠাতে তাৰ মনত পৰিল মধু মহাজনৰ কথা। সি গৰুহালৰ কথাকেই ইমান সহানুভূতিৰে ভাবিছে, কিন্তু মধু মহাজনে দেখোন তাৰ কথাকেই সিমানকণো নাভাবে। মহাজনৰ মনত বোধকৰো সি গৰুতকৈও নিকৃষ্ট জীৱ। নহ'লেনো তাৰ ইমান বিলাই-বিপত্তিৰ কথা জানিও মহাজনে তাৰ প্ৰতি এনে ব্যৱহাৰ কৰেনে ?

মহাজনক আজিও সি কাওঁবাওঁকৈ লাগিছিল : দেউতা, ইবাৰতো ধান ভালেই নহল। চুক্তিমতে গটাইখিনি ধান দিবা লাইগ্‌লি ম'ক লেগি দুইমাহৰ ধানো নাথ্‌কে। যৱা বছৰটু কুনুমতে আধামৰা আধাজীয়া হৈ বাচি থাইক্‌লু। দেউতাই এখ্‌নি দয়া কৰক আৰ। আপ্‌নাক বাকীখিনি ধান লাইগ্‌লি আছুতে দিম। এখ্‌নি দয়া কইৰ্‌লি আমি অলপ ৰক্ষা পৰু। নহ্‌লিত' এবাৰ মাঘৰ দহ্‌মীৰ (দোমাহী—বিহু) পেৰেই লঘাণ দিবা লাইগ্‌ব'।

মহাজনে ক্ৰুৰ হাঁহি এটা মাৰি ক'লে : কি কলি ৰামচৰণ, ত'ক দয়া কইৰ্‌বা লাগে ? দয়া বাৰু ত'ক মই কইৰ্‌লুৱে দে, ম'ক কুনি দয়া কৰে ? ম'ৰতো এইবাৰ ধানকেটাই হৈছি সকলো। তুহাঁতে তুহাঁতৰ বিপদটুহে বুজাহ। কালি আহি সণেশ্বৰেও বিনেনি তুলি

গৈইছি। মই ইতা কি কইব্‌বা লাগে, তুহঁাতেই কউচুন? ম'ৰ সমস্যাৰ কথা তুহঁাতে কি বুইজ্‌বি?

মহাজনে তাৰ আগত তেওঁৰ বিভিন্ন সমস্যাৰ কথা ক'লে। ক'লে, কেনেকৈ গুৱাহাটীত সজা পকীঘৰটো চিমেণ্টৰ অভাবত সম্পূৰ্ণ কৰিব পৰা নাই, ডাক্তৰী পঢ়ি থকা ছোৱালীজনী আৰু ইঞ্জিনীয়াৰিং পঢ়ি থকা ল'ৰাটোক খৰচ যোগাওঁতে মহাজনৰ কিমান কষ্ট হৈছে। ডাঙৰটো পুতেকে যোৱাবাৰ কাঠৰ ঠিকাত বেচি লাভ কৰিব নোৱাৰিলে, আনহাতে সিয়ে আকৌ গুৱাহাটীত মাটি তিনিকঠা কিনিবলৈ মন কৰি মহাজনক দুই হেজাৰ টকা খুজিছে, মহাজনৰ লাইন বাচখনেও আজিকালি বেচি লাভ নিদিয়া হৈছে। ইত্যাদি ইত্যাদি সি বুজি নোপোৱা বিভিন্ন সমস্যাৰ কথা মহাজনে তাক বিবৰি ক'লে। 'তুহঁাতে কেবল তুহঁাতৰ কথাটুহে বুজাহ, ম'ৰ যি ইফ্‌লে সংসাৰখান চলওঁতে মাথা গৰম হৈ গেইছি, সেই গিলাখানত' তুহঁাতে বুজি নাপাহ্‌। গতিকে এবে মাজত দয়া-চয়াৰ কথা নাই। চুক্তিমতে ধানখিনি দি থৈ যাবি। আৰ এটা কথাৱে ৰামচৰণ, ভগবানত ভক্তি ৰাখ, আকদিন তুহঁাতৰ' ভগবানে সুদিন আইনৱ।'

চুক্তিমতে মহাজনক ১৫ মোণ ধান দিব লাগে। কিন্তু সি এইবাৰ ধান পালে মাত্ৰ ২৫ মোণ। খেতি ভাল হ'লে অৱশ্যে ৩০ মোণমান পায়। ইপিনে মুঠ আঠজন খাওঁতাৰে তাক মাহেকত লাগে প্ৰায় চাৰি মোণকৈ। আকৌ শুকৰাম বেপাৰীক দিবলগীয়া দুমোণ আছেই। যোৱা আহিন মাহত মাজু ল'ৰাটোৰ টান জ্বৰত ঔষধ কিনিবলৈ বুলি বেপাৰীৰপৰা ২৫ টকা ধাৰলৈ আনিছিল, আঘোণত দুমোণ ধান দিয়াৰ চুক্তিত। ধান দুমোণ নিদিলেতো শুকৰামেও নেৰে। কোনোবাদিনা সি ওলায়হিহে। গতিকে মধু মহাজনক সি খাটিছিল বাকী থকা ৫ মোণ ধান এইবাৰলৈ ৰেহাই দিবলৈ।

মহাজনে কিছু সময় বৈ কিবা এটা দেখোন ভাবিলে। আৱামী

চকীত বহি থকা মহাজনৰ মুখলৈ মাটিত পীৰা এখনত বহি থকা ৰামচৰণে আশাৰে চাই থাকি মহাজনৰ মুখত তাৰ প্ৰতি কিঞ্চিৎ সদয় ভাবৰ উদয় হোৱা দেখা পালে। গতিকে যেতিয়া মহাজনে তাক ক'লে, 'ঠিক আছে, তই এটা কামকে কৰ', সি সসব্যস্তে কৈ উঠিল : কওক, দেউতা।

মহাজন : (আৰামী চকীত বহি চিগাৰেট হুপি হুপি) মই এটা উপায় ভাবি পাইছু।

ৰামচৰণ : (কিছু দূৰত পীৰাত বহি) কওক দেউতা!

মহাজন : তই ম'ৰ মাটিখেনি এৰিয়ে দি। আহাবাৰ তই তাতে আৰ হাল নাবাবি। মই অন্যক দিম।

ৰামচৰণ : (প্ৰায় আতঙ্কিত হৈ) কি কৰে দেউতাই! মই মৰাক আৰ কিয়া মাইৰবা খুইজছি? মইত' আপ্‌নাৰ মাটি খৱা চুই বছৰে হৱা নাই, আৰ মইত' আপ্‌নাক এই-কেবছৰ ঠিকমতেই ধান দি আছু।

মহাজন : (খঙেৰে) তুহাঁতক চিনি পাবাৰ বাকী নাই। তুহাঁত সক্‌লৰে সেই আকেই বিনেনি। চব অভাব-অভিযোগ গিলাখান তুহাঁতৰহে, ম'ৰ আৰ অভাবেই নাই। তুহাঁতৰ ৰইজ্জাতি মই চব জান্নু। কেইবছৰমান আকেলগে মাটি খৱাৰ পিচতত' তুহাঁতৰে গৰম বেচি হৱে। তুহাঁতৰ মুখেদি বৰ বৰ কথা অ'লয় তেইতা। তেইতাত' তুহাঁতেই মাটিৰ মালিক হৈ পৰাহ। সেই কাৰণে মই চাফাচাফি কৈ দিছু ধান দিবি, নহলি মাটি এৰি দিবি। মই কাক' তিন বছৰতকে' বেচি দিন মাটি নেদাওঁ। যা, এয়ে ম'ৰ শেষ কথা।

কাওঁ বাওঁকৈ আৰু কিবা অলপ সি ক'ব খুজিছিল, মহাজন ভিতৰলৈ সোমাই গ'ল। সি কেবল ক'লে : ঠিক আছে দেউতা,

মাটিখেনি এৰি দিবা কৈ ম'ক নামাইৰব। আপ্‌নাৰ ধানখিনিকে পুৰাকে দি যাম।'

ৰাতিপুৱাই মহাজনক দিবলগীয়া ধানৰ দহমোণ গাড়ীত ভৰাই দিবলৈ আহিছে সি। পাঁচমোণ ধান ৰেহাই পাব বুলি ৰবকৈ আশা কৰি আহিছিল। কিন্তু নহ'ল। ফলত, আৰু এদিন বাকী পাঁচ মোণ ধান লৈ আহিব লাগিব। ফলত, আৰু এদিন সি পেট শুকনি দিব লাগিব। এইবোৰ কথাকে ভাবি থকাৰ মাজতে সি মন কৰিলে যে তাৰ লেবেলা গৰুহাল আকৌ নোযোৱা হৈছে। সিহঁতে গাড়ীখন টানিব নোৱৰা হেছে। সি এইবাৰ গৰুহালক খেদাবলৈ অকণো যত্ন নকৰিলে। আপোনমনে গৈ থাকিবলৈ দিলে গৰুহালক। ভোকত তাৰো পেটৰ কলমলনি উঠিছে। তথাপি মহাজনৰ কথাবোৰহে তাৰ কাণত প্ৰতিধ্বনিত হ'বলৈ ধৰিলে।

মহাজনৰ বৰ অভাব। এৰা, ডাঙৰ মানুহৰ অভাবো ডাঙৰ। সি আজি মহাজনৰপৰা, অইন হওক নহওক, কেইটামান নজনা কথা জানিলে। গুৱাহাটীত সজা একোটা পকী ঘৰৰ দাম হেনো চাৰি কুৰি হেজাৰ টকাৰো বেচি। চাৰি কুৰিলৈকে সি এটা ধাৰণা কৰিব পাৰে। কাৰণ, কেইবছৰমানৰ আগতে মহাজনৰপৰা ধানৰ সুতত পাঁচ কুৰি টকা ধাৰলৈ লৈ চাৰিকুৰিৰে ৰঙা দমৰাটো কিনিছিল। মহাজনৰ বাকী ঘৰটো সাজোতে খৰচ পৰিব হেনো চাৰি কুৰি হেজাৰ টকাৰো বেচি। তাৰ দমৰাটোৰ হিচাবেৰে চাৰি কুৰি হেজাৰ টকা কিমান হ'ব পাৰে সি কল্পনা কৰি চাবলৈ চেষ্টা কৰিও একো উৱাদিহেই নাপালে।

পকী ঘৰত থাকিবলৈৰা কেনেকুৱা লাগে? তাৰ নিজৰে হাঁহি উঠিল মনে মনে। সিযে পকীঘৰত থাকিবলৈ কেনেকুৱা লাগে ভাবিছে, তাৰ দেখোন মূধচেৰে আকাশ দেখা জুপুৰিটোকে খেৰ বাঁহৰ অভাৱত ভাল কৰিব পৰা নাই। আগেয়ে হাবিৰ পৰা খেৰ এনেয়ে কাটি আনিব পাৰিছিল, আজিকালি হাবিৰ খেৰকেইডালৰো গৰাকী

ওলাল। কিবা টেক্স লাগে হেনো। মহাজনৰ অভাৱ হৈছে। বাচখনত লাভ নহয়, পুতেকে গুৱাহাটীত মাটি কিনিব পৰা নাই। কাঠৰ কল এটা বছৰাব খুজিও পৰা নাই।

খটং খটং শব্দটোৱে তাৰ দৃষ্টি আকৰ্ষণ কৰিলে। তাৰ চকু পৰিল গাড়ীৰ ধামডালত আঁৰি থোৱা বটলটোলৈ। ঘৰৰপৰা ওলাই আহিবৰ সময়ত ঘৈনীয়েকে কেৰাচিন তেলৰ বটলটো গাড়ীখনত আঁৰি দি তাক কৈছিল পাৰিলে আঢে পোৱামান কেৰাচিন আনিবলৈ। ঘৰত এটোপা তেলো নাই। কিন্তু তাৰ হাতত পোন্ধৰটা পইচাৰ বাহিৰে একো নাই। তাৰে পাঁচ পইচাৰে বিড়ি কিনিলে। মহাজনৰপৰাই ছুটা টকা ধাৰলৈ খুজিম বুলি পাঙি গৈছিল, কিন্তু তেওঁৰ কথা শুনি তাৰ আৰু পইচা খোজাৰ সাহস নহ'ল। আজি ৰাতি এন্ধাৰতেই থাকিব লাগিব। কেৰাচিন তেল হেনো আগতকৈ সস্তাও হৈছে। সস্তা আগতকৈ সকলো বস্তুৱেই হৈছে। সস্তা হ'লেইবা-কি ? তাৰ সেইবোৰ ভাবি থাকি লাভ নাই। নগদ পইচা অহা বাটেইযে তাৰ নাই। ল'ৰা ছোৱালীৰ মুখৰপৰা কাঢ়ি গাখীৰখিনিকে বেচিছিল, তাৰো দামুৰীটো চৰকাত পৰিল।

ফোঁপাই ফোঁপাই গৰুহাল বৈ গ'ল। কোনো ধৰণৰ উচ্চ-বাচ্য নকৰি সি গাড়ীৰপৰা নামিল। যুৱঁলীৰপৰা গৰুহালক একৰাই দিলে। গৰুহালৰ পিয়াহো লাগিব পাৰে। ৰচিত ধৰি গৰুহালক লৈ গ'ল। ওচৰৰ জান এটাত পানী খুৱালে। পানী খাই উঠি গৰুহালে জানটোৰ পাৰত ঘাঁহ খাবলৈ ধৰিলে। সি ছুবাৰমান ৰচিত ধৰি টানিলে। ঘাঁহ এৰি গৰুহাল নাহে। খাওক, অলপ ঘাঁহকে খাওক, সিহঁতৰো ভোক লাগিছে। গৰুহালক ঘাঁহ খাবলৈ এৰি দি সিও জানটোলৈ নামি গ'ল। চকুৱে-মুখে পানী মাৰিলে। ছুই হাতেৰে আঁজলি কৰি সিও পানী খালে। পানীখিনি পেটলৈ যোৱাত পেটটোৱে কোঁ-কোঁ কৈ মাতি উঠিল। তাৰো ভোক লাগিছে। ৰাতিপুৱাই ঘৰত পিঠা-গুৰি এমুঠমান কলেৰে সানি খাই আহিছিল। ভোক

লাগিবৰে কথা। তাৰ ভাগৰো লাগিছে। লাগিবই, ভোক লাগিলেই ভাগৰ লাগে।

জানটোৰ পাৰ শিমলুজোপাৰ তলত সি বহি পৰিল। ওপৰলৈ চাই বেলি কিমান হৈছে এটা আন্দাজ কৰিলে। ৰ'দটো পিচে এইবাৰ আঘোণ মাহতো বেচ চোকা হৈ আছে। জানো, বতৰ-চতৰবোৰ কিবা সলনিয়ে হ'ল নেকি? গৰুহালে ভোকত যি পাইছে তাকে বাচ-বিচাৰ নকৰাকৈ মহ্ মহ্ কৈ খাব লাগিছে। জানটোত গা ধুই থকা সৰু সৰু ল'ৰা-ছোৱালীজাকৰ ফালে এবাৰ চালে সি। কিৰিলি পাৰি সিহঁতে সাঁতুৰিছে, খেলিছে। বেলিটোলৈ আকৌ এবাৰ চালে। বেলি বহুতো হ'ল। বাট এতিয়াও ভালেখিনি বাকী। গৰুকেইটাৰ ঘাঁহ খাই থকা দৃশ্যটোৱেই বোধকৰো তাক আকৌ এবাৰ তাৰ নিজৰ পেটৰ ভোকটোৰ কথা মনত পেলাই দিলে। ভোক বেচ লাগিছে তাৰ। অৱশ্যে তাৰ ভোক লগাটো বৰ ডাঙৰ কথা নহয়। এই ভোকৰ সৈতে তাৰ মনত পৰা দিনৰেপৰা সি খুব ভালদৰে পৰিচিত। বছৰটোত ভোক পলাই খোৱা দিন সি লেখি উলিয়াব পাৰে। কিন্তু বেলি পৰাৰ আগেয়ে নাপালে তাই আকৌ অনৰ্থক চিন্তা কৰি থাকিব।

ঘৈনীয়েকৰ মুখখন তাৰ মনত পৰিল। তাৰ বৰ দুখ লাগিল। পেটৰ ভোকত তাইৰ নিজৰে দেহা ক'লা পৰি আহিছে, কিন্তু তাইৰ চিন্তা তাৰ প্ৰতিহে। তাইৰ ভাগৰ মাছ-গাথীৰ একণো তাই তাক দিয়ে। সি সুধিলে কয় তাইৰ হেনো সেইবোৰ খাবলৈ মনেই নাযায়। ঘৈনীয়েকৰ এতিয়াৰ চেহেৰাৰ মাজত তাইৰ একালৰ চেহেৰা সি কল্পনাও কৰিব নোৱাৰে। তাৰ এটা হুমুনিয়াহ ওলাই আহিল। নিজকে ক'লে সি: দৰিদ্ৰৰ লগত ঘৰ বাইন্ধলি এনাই হৱে।

মনেৰে সি সোনকালে যোৱাৰ তাড়না এটা অনুভৱ কৰিলে যদিও তাৰ মনৰ সৈতে হাত-ভৰিবোৰে যেন সহযোগ কৰিব খোজা নাই। সি বহি ৰ'ল। মধু মহাজনৰ কথাই আজি তাৰ মন ছানি

খৈছে। বাৰে বাৰে মহাজনৰ কথাকেইটাহে তাৰ কাণত যেন বাজি উঠে। মধু মহাজন এই অঞ্চলৰ ডাঙৰ মানুহ। দেউতাক ককাকৰ দিনৰেপৰা হেনো তেওঁলোক ডাঙৰ মানুহ। আৰু একেদৰে সিহঁতো মানে অঞ্চলটোৰ প্ৰায় আঁশীজন মানুহ পুৰুষানুক্ৰমে খাবলৈ নোপোৱা মানুহ। কোনোদিনে নভবা কথা এটা আজি সি ভাবি পেলালে। মনৰ মাজত বহুতো সাহস গোটাই সি কথাটো ভাবিবলৈ চেষ্টা কৰিলে। সিহঁত আৰু মধু মহাজনতো একেই মানুহ। মানুহে কয় মধু মহাজনক এই সকলোবোৰ ঈশ্বৰে দিছে। মহাজনেও আজি তাক কৈছে: 'ভগবানত ভক্তি ৰাখ, তুইঁতবো সুদিন আহিব।' কিন্তু সি ভাবি নাপালে, এই ভগবান নামৰ বস্তুটো কি আৰু কেনেকুৱা। এই ভগবানটোৱে মহাজনকহেযে দিয়ে, সিহঁতকনো নিদিয়ে কিয়? সিহঁতেওতো একো অন্যায় কৰা নাই। বছৰৰ পিচত বছৰ ধৰি দেহা ক'লা পৰি যোৱাকৈ পৰিশ্ৰম কৰিছে, অথচ তাৰ বিনিময়তো সিহঁতে পেট ভৰাই খাবলৈকে নাপায়। কি বুলিনো ভগবানক ভক্তি কৰিব লাগে? মহাজনৰ দৰে সোণ-ৰূপ দিব পাৰিলেহে ভগবানটো সন্তুষ্ট হয় নেকি? আচলতে সকলোকে সমানে চাই থকা ভগবান বুলি বস্তু এটা বোধকৰো নাই। থকা হ'লে তেওঁ সমান বিচাৰ কৰিলেহেতেন। কিন্তু সিতো সমান বিচাৰদেখা নাই।

বহুদিন, দুখত, খঙত ঈশ্বৰ-তিশ্বৰ নাই বুলি গালি সি পাৰিছে। কিন্তু সেই গালি অতি সাময়িক তাৰ খং আৰু ক্ষোভৰহে ফল। পিচতেই সি মনে মনে: 'প্ৰভু, খঙত মহামূৰ্খই তোমাক কিবা কৈছিলো, তুমি নিজগুণে দোষ মৰিষণ কৰিবা' বুলি কেবাবাৰো নেদেখা ঈশ্বৰজনক কাকুতি-মিনতিও কৰিছে। কিন্তু, আজি যেন সি অকল খঙৰ ভমকতেই নহয়, তাৰ মনৰ ক'ৰবাৰ বহু ভিতৰৰপৰা উপলব্ধি কৰিছে যে সকলোকে সমান বিচাৰ কৰা ঈশ্বৰজন প্ৰকৃততে এক সন্দেহজনক বস্তু। কাৰণ, সিতো ক'তো সমান বিচাৰ দেখা নাই। সি যি দেখি আহিছে, সেয়া হ'ল: সিহঁতৰ অভাৱ এবটল

কেৰাচিনৰ, এমুঠি চাউলৰ, এখন কাপোৰৰ, আনহাতে মহাজনৰ অভাৱ এটা পকীঘৰৰ, এটা কাঠৰ কলৰ। তাৰ ল'ৰাই অভাৱত পৰি স্কুল এৰি দিছে, মহাজনৰ পুতেক-জীয়েকে দূৰত থাকি পঢ়ি শুনি ডাঙৰ মানুহ হ'ব পাৰিছে। মনত বহুতো সাহস গোটাই এইখিনি ভবাৰ লগে লগে তাৰ অনুভৱ হ'ল, সি যেন কিবা এটা পাই গ'ল। কি পালে সি ঠিক নিজেও নাজানে। সন্দেহ, ভয়, বিশ্বাস-অবিশ্বাস এইবোৰে তাক তেতিয়াও এডাল গধুৰ শিকলিৰ দৰে বান্ধি ৰাখিলে। সি তেতিয়াও তভক মাৰি বহিয়ে থাকিল।

ক্ষন্তেকপৰ পিচত সি সম্বিত ঘূৰাই পালে। সি দেখিলে গৰুহাল ঘাঁহ বিচাৰি বিচাৰি বহু দূৰ পাইছে। গৰুহাল ঘূৰাই আনিলে আৰু যুঁৱলিত জীৰ দি সি গাড়ীখনত জাপ মাৰি উঠি বহিল। তাৰ তেতিয়াহে মনত পৰিল গুণাৰামৰপৰা গাড়ীখন সোনকালে ঘূৰাই দিম বুলি আনিছিল। তিনি-চাৰিদিন খাটি খাটি কোনোমতে গুণাৰামৰপৰা গাড়ীখন আজি আনিছে। গৰুহালে ঘাঁহ-পানী অলপ খাই এতিয়া কিছু সকাহ পাইছে। সিহঁতে আগতকৈ বেগাই যাবলৈ ধৰিছে। অ'হ্-আহ্ কৰি সিও গৰুহাল বেগাই নিবলৈ চেষ্টা কৰিলে। পথাৰত কিছুমান মানুহে তেতিয়াও ধান কাটি আছে। দুজনমানে ডাঙৰি কঢ়িয়াই আছে। গৰুহালক খেদোৱাৰ প্ৰয়োজন নাই। ঘৰমুৱা গৰু, ঘৰলৈ ঢাপলি মেলিছে। সি আকৌ আনমনা হৈ পৰিল।

আগৰকথাবোৰৰ সূত্ৰ ধৰিয়ে বোধকৰো। তাৰ মনলৈ আহিছে সিহঁতৰ গাঁৱৰ ৰহমতৰ পুতেক বিয়াজৰ কথা। তাৰ দৰে একেই অৱস্থা ৰহমতৰো। কিন্তু অশেষ দুখ-কষ্টৰ মাজতো ৰহমতে পুতেকটোক মানুহ কৰিছে। বৰ ভাল ল'ৰা সঁচাকে বিয়াজ। গাওঁখনৰ ভিতৰতে, গাওঁখন কিয়, গোটেই অঞ্চলটোৰ ভিতৰতে সৰ্ব্বগুণী ল'ৰা বিয়াজ। পঢ়া শুনাতো চোকা। সকলো শ্ৰেণীতে বৃত্তি পাইছে। ধীৰ-স্থিৰ, শান্ত-শিষ্ট, ডাঙৰক মান-সন্মান কৰা আৰু পঢ়া-শুনা কৰিও অকণো গপ-ফন্তি নোহোৱা ল'ৰা বিয়াজ।

গাওঁখনৰ বাকীবোৰ ল'বাৰ দৰে হাইস্কুল পোৱাৰ লগে লগে অ'ৰ কুটা এগছ ত'ত নোথোৱা নহয়, সি কলেজত পঢ়িও বঁদ্ধত আছিলে বাপেকৰ সৈতে পথাৰত হাল বায়, ধান কাটে, সকলো কামকে কৰে। আনকি, ধান কাটিবৰ সময়ত বাপেকে অকলে নোৱাৰে দেখি সি কলেজৰ পঢ়া ক্ষতি কৰিও ধান কাটিবলৈ ঘৰলৈ আহে। সি গাৱঁলৈ আহিলে সিহঁতৰ বৰ ভাল লাগে। সিহঁতৰ সৈতে নানা কথা পাতে। বৰ জ্ঞানী ল'বা সঁচাকে। সেই বিয়াজেই পিচে কেতিয়াবা বৰ অদ্ভুত অদ্ভুত কথা কিছুমানো কয়। সিহঁতৰ বিশ্বাস কৰিবৰে মন নাযায়। আনহাতে এটা কথাটো বিশ্বাস কৰিব লাগিব যে বিয়াজ অমূলক কথা কোৱা ল'বা নহয়। গতিকে সিহঁত বৰ বিপদত পৰে তেতিয়া।

সেই বিয়াজেই এদিন তাক কৈছিল। তাৰ মনত পৰিছে। সিদিনাও বিয়াজে কিছুমান অদ্ভুত অদ্ভুত কথাকেই কৈছিল। তাৰ বিশ্বাস কৰিবৰ মন নগ'লেও সি সেইদিনা মনে মনে শুনি আছিল। কথা কেইটা কিন্তু তাৰ মনত আছে এতিয়াও ভালদৰে। কিবা কথা প্ৰসঙ্গত বিয়াজে কৈছিল : ৰামচৰণ খুড়া, তোমালোকৰ ঈশ্বৰ আৰু আমাৰ আল্লাটোৱেইতো আমাক যতমানে সৰ্ব্বনাশ কৰিছে। তাৰ মনত আছে, কথাখিনি বিয়াজে পাতলভাবে কোৱা নাছিল। মহা দুশ্চিন্তাত পৰা মানুহৰদৰে বিয়াজে নিজকে কোৱাদি কৈছিল : ঈশ্বৰ আল্লাৰপৰা মুক্তি নোপোৱালৈকে আমাৰ নিস্তাৰ নাই। চকুৰ আগত ডকাইতহঁতে আমাক লুটি আছে আৰু আমি সিহঁতক নেদেখি চাই আছো অদৃশ্য ঈশ্বৰ-আল্লালৈ ? বিয়াজৰ কথাবোৰৰ অৰ্থ সি বুজি পোৱা নাছিল যদিও, তাৰ মুখলৈ চাই সি একো সোধাও নাছিল, কোৱাও নাছিল। ভীষণ চিন্তাত পৰি গম্ভীৰ হৈ পৰা মানুহৰ দৰে বিয়াজে তাৰ আগত কৈ থকা সময়ত তাৰ এনে অনুমান হৈছিল বিয়াজ যেন তাৰ অচিনাকী অন্য কোনোবা ল'বা। বিয়াজৰ কথাৰ অৰ্থ সেইদিনা নুবুজিলেও তাৰ গহীন গম্ভীৰ ৰূপটোলৈ চাই বিয়াজৰ

প্ৰতি তাৰ বৰ মৰম লাগিছিল। বেচেৰা কুমলীয়া ল'ৰাটোক কিবা যেন ডাঙৰ চিন্তাই খুলি খুলি খাইছে। সি বুজি নাপালে কি হ'ল, বিয়াজ জ্ঞানী ল'ৰা, সি নিশ্চয় কিবা ভাল, ডাঙৰ চিন্তাকেই কৰিছে!

বিয়াজে আকৌ কৈছিল, ক'ৰবাত হেনো বহুত মানুহ থকা এখন দেশ আছে, তাত হেনো সকলোৱে সমানে খাই লৈ থাকিব পাৰে। তাত হেনো কাম কৰিব লাগে সকলোৱে আৰু খোৱা-লোৱাৰ বাবে কাৰো চিন্তা নাই। তাত হেনো মাটি-বাৰীবোৰ কাৰো নিজা নহয়। সি আৰু কিবাকিবি কৈছিল। জানো, বিয়াজে সঁচাই কৈছেনে, কল্পনা কৰিয়ে কৈছে! ক'তনো আছে তেনে এখন দেশ! দেশ মানেনো কি, সি দেখোন ভালকৈ বুজিয়ে নাপায়। ভাবিলে তাৰ লাজো লাগে। আমাৰ দেশখনো হেনো বহুত ডাঙৰ। আমাৰ দেশতো হেনো বহুত মানুহ থাকে। সঁচা কথা ক'বলৈ গ'লে সি এইবোৰ কথাৰ একো অৰ্থই বুজি নাপায়। কিমান ডাঙৰ হ'লেনো এখন দেশ হয়? সি এতিয়ালৈ তাৰ জীৱনত মুঠতে দুবাৰ গুৱাহাটীলৈ গৈছে। মাটিৰ কেচত কেহোঁৰাম মণ্ডলৰ লগত গৈছিল। সিহঁতৰ গাওঁৰপৰা গুৱাহাটীলৈ ৪০ মাইল দূৰ। দেশখন নিশ্চয় গুৱাহাটীৰ-পৰাও বহুত দূৰলৈকে আছে। খৰালি বিহাৰৰপৰা মাটি কাটিবলৈ আহি পোনাৰাম ঠিকাদাৰৰ ঘৰত থকা মানুহ দুই এটাক সি অৱশ্যে সুধি চাইছিল, সিহঁতৰ ঘৰ কিমান দূৰত বুলি। তথাপি সি ধাৰণা কৰিব নোৱাৰে আচলতে দেশখননো কি আৰু কিমান ডাঙৰ। এই 'দেশ'খনৰ কথা ভাবিলে তাৰ সেই নেদেখা-নুশুনা ঈশ্বৰটোৰ দৰে লাগে।

এদিন চাহৰ দোকানত বহি ৰেডিঅ' শুনি থাকোতেও এই 'দেশ'খনৰ বিষয়ে বহুত কিবাকিবি-কোৱা শুনি সি সেইদিনা থিৰ কৰিলে যে এই দেশখননো কি সি জানি লোৱা উচিত। সি ক-খ নজনা মূৰ্খ মানুহ, গতিকে সি এইবোৰ কথাৰ আওভাও নাপাবও পাৰে। সি ঘৰলৈ আহি হাইস্কুলৰ দুই শ্ৰেণীলৈকে পঢ়া তাৰ ডাঙৰটো

পুতেকক সুধিলেহি। তাতকৈ অন্ততঃ পঢ়া-শুনা জনা জ'বা, গভিকে সি জানিবও পাৰে। সি পুতেকক সুধিলে: দেশ মানে কি অ'? দেশনো কাক কয়? পুতেকে খুব হাঁহিলে। পিতাটো একদম অঁকৰা। সি বৰ লাজ পালে। তাৰপিচৰপৰা অৱশ্যে সি আৰু কাকো সোধাও নাই। সি ধৰি লৈছে দেশখন বোধকৰো ঈশ্বৰৰ নিচিনাই। কোনেও দেখায় নাপায়, কিন্তু সকলোৱে নাম ল'বলাগিব।

তাৰ চিন্তাত যতি পৰিল। আকৌ সেই খটং খটং শব্দটোৱে তাৰ দৃষ্টি আকৰ্ষণ কৰিলে। খালি কেৰাচিন তেলৰ বটলটো গাড়ীত জোঁকাৰণীত ধামডালত লাগি শব্দ কৰিছে। বটলটো চকুত পৰাত মুহূৰ্ত্ততে তাৰ ভীষণ খং উঠিল। খঙটো তাৰ কাৰ ওপৰত উঠিল সি ধৰিব নোৱাৰিলেও, সি ক'ব নোৱাৰাকৈয়ে খঙটো যেন শুকৰাম বেপাৰীৰ ওচৰ পালে। তাৰ অজ্ঞাতেই তাৰ মুখৰপৰা এটা অবাইচ মাত ওলাল। দুইমাহ আগতে পচিশটা টকা দিছি, আৰ তাক বেটাক মই ইতা ছুইম'ণ ধান দিবা লাইগব'। অথচ ধানৰ মণে ইতা হল ডেৰকুৰি টকা। চৰ চালা ডকাইতৰ দল।

খঙটো শুকৰাম বেপাৰীৰ ওচৰতো বেচি পৰ নাথাকিল। খং আহি মধু মহাজনৰ ওচৰ পালেহি। ৫ মণ ধান ছয়টা মাহকৃলেগি সি মক এৰি দিবা নইব্ লাক? মইত' ত'ক আকেবাৰে নেদাউ বুলি ক'ৱা নাই। এইকেটা ধান তুহাঁতক বিলওঁতে বিলওঁতে দেখুন ম'ৰ মাঘৰ দহ্ মীটুৱে পাৰ নহ্ব? বছৰটুত' আগত পৰিয়ে আছে। হুঃ, সি বেটাই ধান নেইদ্লি বুলে ম'ৰপেৰে মাটি কাটি নি অন্যক দিব'। যাঃ, চাল্লা, ধান নেদাউ, মাটিঅ' নেক। চাউচুন কেন্কে ম'ৰপেৰে মাটি কাটি নেই। এনায়' মৰা, তেনায়' মৰা! যি কৰাহ্ কইব্ বি যা।

প্ৰচণ্ড জোৰে এচাবিডালেৰে ছুয়োটা গৰুকে সি কোবাবলৈ ধৰিলে। গৰুহালে অকস্মাত কোব খাই দৌৰিবলৈ লাগিল।

---

## মই অমলৰ বন্ধু

* * * * * * * * * *

—মহেন্দ্ৰ বৰঠাকুৰ

[ কিয় কব নোৱাৰো মোৰ যেন বুকুখন কঁপি উঠিছে। মোৰ ঠিকনাটোকে বাৰে বাৰে পঢ়িছো। চিঠিখন ফালি ভিতৰৰ কথাখিনি পঢ়ি পেলাব পাৰো কিন্তু কিবা এক অজান আশঙ্কাত চিঠিখন মই মেলি লোৱা নাই। যোৱা আঠবছৰ ধৰি এই আখৰকেইটা মই দেখিবলৈ পোৱা নাই, যোৱা আঠবছৰ ধৰি এই আখৰৰ লেখকৰ লগত মোৰ কোন যোগসূত্ৰ নাই, অথচ এই-কেইটা কাৰ আখৰ মই নিৰ্ভুলভাবে কৈ দি' পাৰো। চকীখনত আউজি ৰহিলো আৰু চিঠিখন মেলি ল'লো। ]

মৰমৰ বু,

[ মোক যে তই-'বু', বুলি মাতিছিলি পাহৰা নাই। তোৰ মুখত 'বু' উচ্চাৰণটো শুনি মোৰ বৰ ভাল লাগে। আজি দেড় বছৰমানৰ আগতে নীতাক লগ পাইছিলো। মই মন কৰা নাছিলো, নীতাইহে মোক আগতে দেখিলে আৰু প্ৰায় চিঞৰি দিলে—এই বুদা। নীতাই মোক বুদা বুলি মাতিবলৈ তোৰ পৰাই শিকিছিল। নীতা

কিন্তু এতিয়া বৰ শকত হৈছে। কলেজ এখনত প্ৰফেচাৰী কৰে, দেড় বছৰ মানৰ আগতে ইয়ালৈ আহিছিল' আৰু হঠাৎ মোৰ লগত দেখা হৈছিল। মোৰ ঘৰলৈ মাতিছিলো। সময় নহ'ব বুলি ক'লে। শিৰত সেন্দুৰৰ দাগ আছেনেকি লক্ষ্য কৰিছিলো—নেদেখিলো। তোৰ কথাও সুধিম বুলি ভাবিছিলো, সময়কে নাপালো। মাত্ৰ কেইমিনিট একতৰফীয়াভাবে কথা কৈয়েই নীতা গুচি গ'লগৈ। সেইদিনাও ওৰে নিশা মই তোৰ কথাকে ভাবিছিলো। এই মুহূৰ্ত্তলৈকে তোৰ বিষয়ে যিবোৰ বাতৰি পাইছো—সেইবোৰ তাৰ মুখৰ পৰা শুনা বাতৰি। যোৱা আঠবছৰ তই বাৰু মোক তোৰ বিষয়ে একো নজনোৱাকৈ থাকিব লাগেনে? মইনো বাৰু তোৰ খবৰ কেনেকৈ লওঁ? তই ক'ত আছ, কি কৰিছ, মই কেনেকৈ জানিম। তথাপি তোক লগ পোৱাৰ বাবে মন ব্যাকুল। আৰু তাৰ মুখৰ পৰা তোৰ বিষয়ে যিবোৰ বাতৰি শুনিছো, সেইবিলাকে মোক ৰোমাঞ্চিত কৰে। তোৰ প্ৰতি মোৰ মৰম তীব্ৰতৰ হয়।]

ভালে আছ নিশ্চয—

[মই যিদৰে ভাল-বেয়াৰ হিচাব কৰো, তই সেইদৰে কৰ? চলিব পৰাকৈ হাতত টকা পইচা থাকিলে, কৰিবলৈ মন যোৱা কামটো কৰিবলৈ পালে, অসুখ-বিসুখ নোহোৱাকৈ থাকিলেই মই ভালে আছো বুলি ভাবো। কিন্তু তোৰ ভালে থকা হিচাবটো মোৰ সতে যে নিমিলে। দেড় হাজাৰ মান টকা দৰমহা পোৱা, সুসজ্জিত ঘৰত থাকিবলৈ পোৱা কোম্পানীৰ চাকৰিটো তই এৰি দিলি, বিশ্ববিদ্যালয়ৰ চাৰ্টিফিকেটখন দলিয়াই পেলালি আৰু তাৰ পৰিবৰ্ত্তে মানুহৰ কল্যাণ সাধিবলৈ তই অজ্ঞাতবাস আৰম্ভ কৰিলি, কেইবাসাজ ধৰি পেটত খুদকণ এটা নপৰাকৈয়ে ৰ'দে-বৰষুণে, পাহাৰে-জঙ্গলে— তই ঘুৰিবলৈ ললি, তোৰ মা-দেউতাই তোৰ খবৰ নাজানে, তোৰ বন্ধুৱে তোৰ খবৰ নাজানে, তোৰ যৌৱনৰ সকলো স্বপ্ন যাক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল—সেই নীতায়ো তোৰ খবৰ নাজানে। ক'ত—

মইতো কাকো বাদ দিব নোৱাৰিলো। মা-দেউতা, ভাই-ভনী সকলোৰে স্নেহত মই বন্দী, আৰু বন্দী কণ আৰু মুনক লৈ। কণৰ কথাতো তই জানই। সেই কণকেই মই বিয়া কৰলো; কণ এতিয়া মাতৃ। মুন আমাৰ সন্তান; মুনৰ এতিয়া ছুবছৰেই হল'হি। কণ-মুনে হাঁহি থকা মানেই মই ভালে থকা। কিন্তু তোৰ বাবে ভালে থকাৰ অৰ্থ এইটো হয় জানো? দেড় হাজাৰমান টকাৰ চাকৰি লৈয়ো তই ভালে থকা বুলি নাভাবিলি, তই বিচৰাৰ দৰেই তোৰ আৰু নীতাৰ দুয়োখন ঘৰৰ উৎসাহত তহতঁৰ বিয়াৰ বন্দোবস্ত হৈছিল, অথচ নীতাক বিয়া কৰালেই তই ভালে থাকিব পৰিবি বুলি ভাবি ল'ব নোৱাৰিলি। বহুতদিনৰ আগতে তয়েতো এদিন কৈছিলি—আচলতে আমি এতিয়া ভালে থাকিব নোৱাৰো বুজিছ। তই বা মই ভালে থকাবেই ভালে থকা নুবুজায়। আমি সকলোৱে যদি খাবলৈ পাওঁ, থাকিবলৈ পাওঁ—সেইটোও ভালে থকা আৰু আমি সকলোৱে যদি খাবলৈ নাপাওঁ, ফুটপাথত পৰি থাকো—তাৰ নামো ভালে থকা। এতিয়া যেনেদৰে আছো, সেইটোক ভালে থকা নুবুজায়—তোৰ এই কথা কেইটা মোৰ মনত আছে। এই অৰ্থত যদি তই ভালে থকা নথকাৰ কথা সুধিছ তেনেহলে—মই তাৰ উত্তৰ দিব নোৱাৰিম।]

এদিন দূৰে দূৰে, ক'টৰ আগত গুণপেহাক দেখিছিলো। বৰ ইচ্ছা হৈছিল মাত এষাৰ মাতি আহিবলৈ

[গুণপেহাৰ সকলো খবৰ তই পাইছ জানো? গুণপেহা আৰু আগৰ গুণপেহা হৈ থকা নাই। গোট কঠালটো গোটে গোটে খোৱা, দা-কটাৰী নোহোৱাকৈয়ে নাৰিকলটো বখলিয়াই খাই শেষ কৰা, চাৰিটা হাঁহৰ মাংস অকলে খাব পৰা, ভীমকলৰ পাতখিলাত আটৈসেৰ চাউলৰ ভাত বাটি লৈ গৰাহে গৰাহে খাই দিব পৰা—গুণপেহাৰ এতিয়া হাড আৰু ছালখনহে বাকী ৰৈছেগৈ। কথা পাতিবলৈ পালেই—ষচক্ষে দেখি অহাৰ দৰে মান-অত্যাচাৰৰ পৰা আৰম্ভ কৰি মনিৰাম পিয়লিৰ ফাঁচীলৈকে বৰ্ণনা কৰি যোৱা

গুণপেহাই এতিয়া মুখেৰে প্ৰায় নামাতেই। নৈ পাৰৰ আঁহত জোপা আৰু তাৰ তলৰ হুঁফলুটোত থকা বুঢ়া ডাঙৰীয়াৰ কথা কিজানি গুণপেহাই একেবাৰেই পাহৰি গ'ল। গুণপেহাৰ পৰাই সৰুতে আঁহত গছত সেই বুঢা ডাঙৰীয়াজনৰ কথা শুনিছিলো। তেতিয়াৰ পৰা সেইফালে বেলিপৰাৰ পিচত যাবতো নোৱাৰোৱেই, দিনতে অকলে যাবলৈ ভয় লাগে। শুনিছো, গুণপেহা বোলে মাজৰাতি-লৈকে সেই আঁহতজোপাৰ তলৰ উঁইহাফলুটোত বহি থাকেগৈ। গুনপেহাৰ সৰুটো ল'ৰা বাপুৱে ৰামশৰ্ম্মাক কোৰেৰে চবিয়াই মাৰিলে। বাপু ৰামশৰ্ম্মাৰ ঘৰৰ হালোৱা আছিল। ৰামশৰ্ম্মাৰ মুখচোকা স্বভাৱৰ কথা জানই। মানুহক মানুহ যেন নেদেখে। পথাৰত আলি দি থাকোতে ৰামশৰ্ম্মাই বাপুক কিবা গালি শপনি পাৰি আছিল বোলে। ডেকা ল'ৰা, উঠিল খং। হাতৰ কোৰখনেৰে ৰামশৰ্ম্মাৰ মূৰতে চবিযাই নিজে থানা পালেগৈ। তাৰ কিছুদিনৰ পিচত পেহাৰ বৰজনী ছোৱালী ভুমুৰ কেলেঙ্কাৰী হ'ল—তাইতকৈ দহ বছৰমান সৰু দদায়েক নে বৰ বাপেকৰ পুতেকৰ লগত। সেই লৈয়ে হুলস্থুল লাগিল। ৰাইজে গুণপেহাক এৰিলে। দেড কুৰি বছৰৰো বেচি হোৱা জীয়েকজনীক বিয়া নিদিয়াকৈ ঘৰতে ৰখাৰ কাৰণে ৰাইজে পেহাপেহীকে দূষিলে। এদিন ভুমু কোনেও নিবিচৰা কেচুৱাটি লৈ ঘৰৰ পৰা নাইকিয়া হ'ল। কেনি গ'ল কোনেও কব নোৱাৰে। ভুমু গুচি যোৱাৰ এসপ্তাহ কি দহদিন মানৰ পিচতে পেহীয়ে ডিঙিত চিপ লগাই মৰিল। বাপু এতিয়া জেলতে আছে। গুণপেহাৰ ঘৰখনৰ বৰ্ত্তমান অৱস্থা কেনেকুৱা সেই খবৰ মই পোৱা নাই। গাৱঁলৈ ময়ো বহুতদিন যাব পৰা নাই। 'এওঁলোকক' গাঁৱৰ ঘৰলৈ নিলেই অসুখ বিসুখ হয়। ইয়াত অকলে এৰি থৈ যাবও নোৱাৰি। গতিকে চাকৰি আৰু সংসাৰ এই লৈয়ে ব্যস্ত আছো। বহুতদিনৰ আগতে তই এদিন নিতাই তিনিহিৰ বিপৰ্যায় দেখি কৈছিলি —এই মানুহবোৰ যুগে যুগে এনেদৰেই আছে, যদি কিবা এটা কৰিব নোৱাৰো এনেদৰেই

থাকিব। আজিও তই হয়তো কবি গুণপেহা এজনেই নহয়, গুণপেহা বহুত আছে। এজন গুণপেহাক চকুৰ আগত দেখি ঘৰত সোমাই বেজাৰ কৰি দেখুৱালে লাভ নাই। লাভ নাই বুলিছো কিন্তু আমিনো কিয়েইবা কৰিব পাৰো? ]

আজিকালি তই বক্তৃতা-টক্তৃতা দিয়নে নিদিয়?

[ বক্তৃতা! তই মোক বিদ্রূপ কৰিছ নেকি? বিশ্ববিদ্যালয়ত পঢ়ি থাকোতে মই ছাত্ৰনেতা আছিলো। বহুত আন্দোলনত আগভাগ লৈছিলো। হৰতাল, শোভাযাত্ৰা, পিকেটিং - আদি বহুত আন্দোলন মোৰ নেতৃত্বত সাফল্যৰে চলিছিল। আৰু তই এইবোৰত ভাগ লোৱা নাছিলি। তই মাথোন কিতাপ পঢ়িছিলি। .ফৰেষ্ট ফিল্ডত হোৱা বিৰাট জনসভাত তোক মই কিমান বাৰ বক্তৃতা দিবলৈ কাবৌ কৰিছিলোঁ, তই কিন্তু মাইকৰ মুখামুখি হব খুখুজিছিলি। এদিন, মাথোন এদিন তই বক্তৃতা দিছিলি, এদিন তোক খং উঠা দেখিছিলো, এদিন তই মোক গালি পাৰিছিলি। তোৰ চাগে' মনত নাই। মোৰ কিন্তু স্পষ্ট মনত আছে। আমি অনগ্ৰসৰ শ্ৰেণীৰ বাৰ্ষিক সন্মিলন পাতিছোঁ। বাতিপুৱা ছমাইল জোৰা এটা প্ৰকাণ্ড শোভাযাত্ৰা উলিয়াব পৰাৰ সাফল্যই সেইদিনা মোক আপ্লুত কৰি ৰাখিছিল। আবেলি প্ৰায় পাঁচহেজাৰ মানুহৰ জনসভা। মই উদাত্ত কণ্ঠে বক্তৃতা দিছো। অনগ্ৰসৰ শ্ৰেণীৰ যুক্তিযুক্ত দাবীসমূহ চৰকাৰে অৱহেলা কৰিছে বুলি চৰকাৰক কঠোৰ ভাষাৰে সমালোচনা কৰিছো ( অথচ চৰকাৰৰ পৰা দহহেজাৰ টকাৰ অনুদান পাইছিলো আৰু সন্মিলন উদ্বোধন কৰিবলৈ মুখ্যমন্ত্ৰীক নিমন্ত্ৰণ কৰিছিলো )। জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিছে, মোৰ উত্তেজনা বাঢ়ি গৈছে, এই মুহূৰ্ত্তেই যেন মই সকলো ভাঙি-চিঙি পেলাম এনে এক বজ্ৰমুষ্টি প্ৰদৰ্শন কৰি মই বক্তৃতা দিছো। হঠাৎ ওলালিহি তই আৰু মোৰ পৰা তই মাইকটো প্ৰায় কাঢ়ি ললি। তোৰ মুখখন অসম্ভৱ ৰঙা পৰিছিল, চকু দুটা ট' ট কৈ জ্বলিছিল। তই কৈ উঠিছিলি

সম্মিলনে দৰিদ্ৰ কৃষকৰ পেটত ভাত নিদিয়ে। এই সম্মিলনে প্ৰস্তাৱ লওক—আমাৰ বাইজক শতকৰা পঞ্চাশ ভাগ চাকৰি দিব লাগিব; আমাৰ ল'ৰাক পঢ়াৰ সুবিধা দিব লাগিব তাৰ পিচত আহক বামুনৰ সম্মিলন, কলিতা-কায়স্থ-কৈৱৰ্ত্ত-মেছ-ৰাভা বড়ো মুছলমান, খৃষ্টিয়ান, শিখ, জৈন, অসমীয়া ভাষী, হিন্দি ভাষী—মধ্যবিত্তই নেতৃত্ব বজায় ৰখাৰ বাট সুগম কৰি লওক। প্ৰস্তাৱৰ বিপ্লৱক, হৰতাল, ধৰ্ম্মঘট, সত্যাগ্ৰহৰ বিপ্লৱক মই প্ৰকৃত বিপ্লৱৰ পৰিপন্থী গণ্য কৰো। —তোৰ এইবিলাক কথা শুনি এক মুহূৰ্ত্তৰ কাৰণে বিৰাট সভাঘৰ কাঁহপৰি জীন গৈছিল, ময়ো হতভম্ব হৈছিলো। তাৰ পিচত গুণগুণনি আৰম্ভ হ'ল। তই সজোৰে কৈ গ'লি—পৃথিৱীত দুটা শ্ৰেণী আছে, এটাৰ নাম বিলাসভোগী আৰু আন এটাৰ নাম—শ্ৰমিক। অৰ্দ্ধাহাৰী। ইয়াৰ মাজত অন্য ধৰ্ম্ম নাই, সম্প্ৰদায় নাই, ভাষা নাই, একো নাই। —এই বুলি তই সজোৰে তোৰ ব্ৰাহ্মণত্বৰ প্ৰতীক চিহ্ন লগুণদাল সোলোকাই পেলাইছিলি আৰু ঠিক সেই মুহূৰ্ত্ততেই তোৰ কপালে-মূৰে কেইটামান শিলৰ টুকুৰা কোবেৰে আহি পৰিছিলহি। তই পৰি গৈছিল। চাৰিওফালে হৈ চৈ লাগিছিল। এখন সু-সংগঠিত সভা এইদৰে তই পণ্ড কৰি দিয়াৰ বাবে কেৱল তোকেই নহয়, তোৰ বৰ্ণৰ মানুহখিনিকো বহুতেই দোষাৰোপ কৰিছিল, আৰু এইটো পূৰ্ব্ব পৰিকল্পিত বুলি ধৰি লোৱা হৈছিল, কাৰণ তই খণ্ডৰ ভমকত অপ্ৰাসঙ্গিক কথা কৈছিলি। এই ঘটনাৰ পিচৰে পৰা কিছুদিন ধৰি তোৰে মোৰে বন্ধুত্বত ফাট মেলিছিল, তোকও সঁচাকৈয়ে আমাৰ শত্ৰু বুলি ভাবিবৰ মন গৈছিল। এদিন তই মোৰ ওচৰলৈ আহি কৈছিলিহি—"মোৰ ককাদেউতাহঁতৰ ভুলৰ কাৰণে তহঁতে যেতিয়া মোক দোষাৰোপ কৰ মই নিজকে অসহায় অনুভৱ কৰো। আৰু কি জান মানুহ মানুহ হিচাবে পৰিচিত হ'ব নোৱাৰালৈকে তহঁতে কৈ ফুৰা পৰিবৰ্ত্তন নাহে, আহিব নোৱাৰে। মানুহৰ মাজত, আমাৰ এই থাবলৈ নোপোৱা শ্ৰেণীটোৰ মাজত বামুন, আহোম,

কলিতা, কৈবৰ্ত্ত, হিন্দু-মুছলমান, জনজাতি অ-জনজাতি, পৰ্ব্বত ভৈয়াম আদি যাওক—এইটোকেই প্ৰতিক্ৰিয়াশীল শক্তিটোৱে কামনা কৰে। বিভাজনৰ মাজেদি বিৰাট উদ্দেশ্যক খণ্ডিত কৰি লব পাৰিলেই—সেই শক্তিটোৱে নিজৰ মতেৰে কাম কৰি যাব পাৰিব। আৰু এইযে সিহঁতৰ বিপ্লৱ—বন্ধ পালন কৰিলি, ভাত নোখোৱাকৈ থাকিলি—এইবোৰে কি পৰিবৰ্ত্তন আনিব পাৰিব?—তোৰ এইবোৰ কথা শুনিও মোৰ মনে মনে খং উঠিছিল। তোৰ উদ্দেশ্য, তোৰ আগ্ৰহ, তোৰ একাগ্ৰতা, তোৰ আন্তৰিকতা—সেইদিনা উপলব্ধি কৰিব পৰাৰ মানসিক প্ৰস্তুতি মোৰ নাছিল। কৰবলৈ গ'লে এই ঘটনাৰ পিচৰে পৰাই আমি প্ৰায় এৰাএৰি হ'লো। তাৰ পিচত মই চাকৰিত সোমালো, তয়ো কিছুদিনৰ কাৰণে চাকৰিত সোমাইছিলি। মোৰ বিপ্লৱী কণ্ঠ বন্ধ হৈ গ'ল—আৰু এদিন শুনিলো তয়ো নাইকিয়া হৈ গ'লি। নীতালৈ মাথোন চিঠি এখন লিখি থৈ গৈছিলি—যদি সম্ভৱ হয়, নতুন জগতখনত আমাৰ মিলন হব—নীতালৈ দিয়া এই চিঠিখনৰ কথা মোক নীতাৰ দেউতাকেই কৈছিল। সম্ভৱ সেইখন জগতত লগ পাবলৈকে নীতাই এতিয়াও শিৰত সেন্দুৰ লোৱা নাই। তই সৰ্ব্বাত্মক বিপ্লৱ বিচাৰিছ আৰু মই অফিচলৈ গৈ গেটৰ মুখত পিকেটাৰ কেইজন দেখিবলৈ পোৱাতেই সন্তুষ্ট আছো, তই যাক পৰিবৰ্ত্তনৰ পৰিপন্থী বুলি অভিহিত কৰিছ, মই তাকেই কিবা এটা নোহোৱাতকৈ এইবোৰকে হৈ যাওক বুলি গ্ৰহণ কৰিছো। তই যি পথ নিৰ্ণয় কৰি ল'লি সেই পথে দিয়েই গৈ থাকিলি, মই বাট বিচাৰিহে বাটত ভৰি দিছিলো, লক্ষ্য ৰাখি নহয়। গুণপেহাৰ বাবে মই কেৱল মুখহে প্ৰকাশ কৰো, ভূমুক আশ্ৰয় দিব নোৱাৰো। অমল, তোৰ কপালৰ দাগটো গ'ল জানো? তোৰ কথা যেতিয়াই মোৰ মনত পৰে, তেতিয়াই সেইদিনা তোৰ কপালে-মূৰে পৰা শিলগুটিখিনিৰ কথা মনত পৰে। সেইদিনা তোৰ মূৰত উতলা তেজ উঠিছিলনেকি বাৰু? লগুণদাল খুলি পেলোৱাৰ কাৰণে তোৰ ঘৰখনেও তোক ত্যাগ

কৰিলে। চকুপানী টুকি টুকি তোৰ দাদাৰে কৈছিল—তাই এটা মৰিল বুলি চকহাড়ি পেলাই দিলো। তোৰ ককায়েৰৰ চকু দুটালৈ চাই সেইদিনা মোৰো চকু চলচলীয়া হৈছিল। ]

বাক, এতিয়া আচল কথালৈ আহো—তোৰ হাতত মোৰ এটা বস্তু আছে ··· ·

[ বস্তু? কি বস্তু? মোৰ হাতত তোৰ কি বস্তু আছে? নীতাই লিখা চিঠি কেইখন? সেই বিশ্ববিদ্যালয়ৰ দিনবে চিঠি। কণৰ হাততে থৈ দিছো। কিন্তু সেই কেইখন তোক কিয় লাগে? নীতাৰ লগত তোৰ সেই সম্পৰ্কৰ কথা এতিয়া মনত ৰাখিছ জানো? যদি ৰাখিছই এনেদৰে অনাই-বনাই ফুৰিছ কিয়? তেনেহলে? তোৰ ফটোখন? হব পাৰে, সম্ভৱ তই ফটোখনৰ কথাই লিখিছ। কিন্তু ফটোখন তোক কিয় লাগে? পুলিচ তোৰ পিচে পিচে ফুৰিছে নেকি? তেনেহলে? ]

মই যিকোনো এনিশা তোৰ ঘৰ ওলামগৈ। এৰাতি নেৰাখিবি জানো?

[ কিয় নেৰাখিম? তোক চাবলৈ, তোক লগ পাবলৈ, তোৰ লগত কথা পাতিবলৈ মই কিমান আগ্ৰহেৰে অপেক্ষা কৰিছো - তই কেনেকৈ জানিবি অমল, তোৰ কপালৰ সেই দাগটোৰ কথা মনত পৰিলে মই এতিয়াও চক্ খাই উঠো। মোৰ মন যায় তোৰ সেই দাগটো মই মচি দিওঁ। আচলতে তোক মই কিমান ভাল পাওঁ— তই নাজান অমল। তোৰ পৰা আঁতৰি থকা দিনবোৰ যিমানেই বেচি হৈ গৈছে, সিমানেই তই মনত উজ্জ্বলৰ পৰা উজ্জ্বলতৰ হৈ আহিছ। তোক এৰাতি কিয় চিৰদিন মোৰ ইয়াত সকলো আতিথ্যৰে সকলো সেৱাৰে ৰাখিবলৈ মই প্ৰস্তুত। কেৱল ময়েই কিয়—কণেও তোক শ্ৰদ্ধা কৰে। তই আহিবি অমল, তই আহিবি ·· কিন্তু তই পলাই ফুৰিছ নেকি? তোৰ পিচে পিচে পুলিচ আছে নেকি? পুলিচ যদি মোৰ ঘৰলৈ আহে? মোক যদি

কৈফিয়ৎ বিচাৰে ? মোৰ চাকৰিৰ যদি গোলমাল হয় ? অলপতে যে মোৰ প্ৰমোচন হ'ব তই ৰাজনীতিৰ শত্ৰু হৈ নাহিবি অমল, মই যে তোক আতিথ্য দিব নোৱাৰিম মই যে মই যে মোক ক্ষমা কৰ অমল, এদিন বক্তৃতাৰে বিপ্লৱ বিচাৰিছিলো, আজিকালি তাকো নিবিচাৰো চাকৰি নাথাকিলে মই কণক খুৱাম কি, দেউতাৰ চিকিৎসা কৰাম কেনেকৈ, ভনীজনীৰ বিয়া দিম কেনেকৈ ? মই নোৱাৰো অমল, মই নোৱাৰো, মই ভীৰু, মই তোৰ সুবিধাবাদী মধ্যবিত্তৰ প্ৰতিভূ, মোক টনা-আজোৰা নকৰাকৈ তইঁতে সি পৰিবৰ্ত্তন সাধিব খুজিছ সাধ, কিন্তু মোক ক্ষমা কৰ। তই নাহিবি অমল, তোৰ আগত মুখাখন খুলিবলৈ মই বৰ লাজ পাম, অথচ তাকে নকৰি মোৰ উপায় নাই। বিপ্লব মই আজিও কৰো—মাহিলি দৰমহাৰি হাৰ বৃদ্ধি কৰা , পদোন্নতিৰ সুবিধা আদায় কৰা —এইবোৰ বিপ্লব মই কৰিব পাৰো। কিন্তু সংসাৰৰ সকলো মানুহৰ জীয়াই থকাৰ বাট নিশ্চিত কৰিব খোজা তোৰ দৰে বিপ্লবক মই ভয় কৰো। মোক ক্ষমা কৰ অমল, মোক ক্ষমা কৰ। ]

---

## দেৱালৰ ছবি

* * * * * * * * * *

—প্ৰণতি গোস্বামী

চকু মোহাৰিয়েই সি পাৰৰ বাহঁত পাৰ পোৱালীৰ চি-চিঞৰনি শুনিলে। সি বাহিৰলৈ চালে। বাহিৰলৈ চাবৰ বিশেষ প্ৰয়োজন নহয়। চালৰ ওপৰৰ ফুটাবোৰেদি, বেৰৰ জলঙাইদি বাহিৰখন এনেয়ে দেখি থাকি। কুঁৰলিৰ মাজতো বেলিৰ পোহৰ ওলাইছে। বেলিটোৱেও যেন তাৰ দৰে এইমাত্ৰ চকু মেলিছে। তাৰ গাত এখন ফটা কথা। বিচনাত কেইখনমান ফটা বস্তা, ফটা কানি। মাকে উঠি গৈ চোতালখন বাহঁৰ বাঢনি এটাৰেবে সাৰিছে। সি শব্দ শুনিলে। ৰাতিপুৱা বাঢনিৰে চোতাল সাৰোতে হোৱা শব্দটো তাৰ বৰ ভাল লাগে। এইটো আগতে সি উপলব্ধি কৰিব পৰা নাছিল। কিছুদিন সি টাউনৰ উকীলৰ ঘৰত কাম কৰিবলৈ আছিলগৈ। তাত সি নগৰীয়া পৰিৱেশটো অবাক বিস্ময়েৰে লক্ষ্য কৰিছিল। ৰাতিপুৱা শুই উঠিয়েই হৈ-হাল্লাৰে এটা হুলস্থুলীয়া দিনৰ পাতনি হয়। উকীলৰ ঘৰৰ কাষৰ ৰ্কচপটোৰ ঘটংমটং, হোটেলখন আৰু কাষৰ

ঘৰবোৰৰ পৰা অহা ৰেডিঅ'ৰ মাত, কাৰৰ ভূপুৰী কেইটাৰ পৰা অহা হাই-কাজিয়া, বিস্নাৰ হুৰ্ণ, মটৰৰ শব্দ, স্কুলীয়া লৰাছোৱালীৰ চিঞৰি পাঠ পঢ়া—এইবোৰৰ লগতে তাল মিলাই সি চকৰি লগা কুঁৰাটোৰ টিংটোৰে ঘেটেংমেটেং কৰি মস্ত মস্ত টিং কেইটা বুৰাই গা ধোৱা ঘৰৰ টেঙ্কি পায়খানাৰ টেঙ্কি পুৰ কৰিব লাগে। তাৰ পিচত পাকঘৰৰ টিং কেইটা ভৰ্ত্তি কৰি উলিয়াই থোৱা বাচনখিনি। ফেচকুৰি চকুত তেত্তিয়াও লাগি থাকে। আগ দিনা ভৰি নোধোৱাকৈ শোৱা বাবে ভৰি কেইটা আঠুলৈকে ফপৰিয়া। জপৰা চুলিবোৰ ঠৰডা হৈ থাকে। এসময়ত তাৰ সেই বন্ধনৰ জীৱন ভাল নালাগিল। আনহাতেদি তাৰ উকীলনী আইদেৱেও দবিয়াই হুকিয়াইহে কথা কয়। কেইদিন মানতে তাৰ সেই জীৱনে আমুৱালে। অৱশ্যে তাত সি পেট পুৰাই খাবলৈ পাইছিল হয়। তথাপিও অলপ কেইদিন যোৱাৰ পিচতে তাৰ ঘৰলৈ মনত পৰা হল। ৰাতিপুৱাই সেই হুলস্থুলৰ মাজতে সি যেন শুনে তাৰ মাকে চোতাল সাৰিছে। বাঢনিৰ চোৰোক চোৰোক শব্দবোৰে এটা সুন্দৰ গান হৈ তাৰ কাণত, তাৰ বুকুত কঁপনি তোলে। সি যেন দেখিবলৈকো পায় বাঢনিৰে আঁকিয়াই থৈ যোৱা সিহঁতৰ বগা চোতালখন। সিহঁতৰ চোতালখন বগা—ভকভকিয়া, ক'তো কুটা এগছ পৰি নাথাকে। এমুৰত মাত্ৰ এটা তুলসীভেটি। ঘৰটো কিন্তু ভগা—তেনেই ভগা-ছিগা।

মাকে পদূলী বাটলৈকে সাৰি উলটি আহিছে। আহোঁতে কৈ আহিছে—মুঠনে অ' হেম!

সি কঠাখন ঠেলি আঁতৰালে। কুঁৰলিৰ মাজেদি ৰঙা কাঁহী এখনৰ দৰে বেলিটো উঠি আহিছে। সি বেলিটোলৈ চালে। বেলিটোৱেও এটা দুষ্ট খেমেলিয়া ল'ৰাৰ দৰে তালৈ চালে। তাৰ ভাল লাগিল।

আজি বৃহস্পতিবাৰ। সেইকাৰণে তাৰ ভাল লাগিছে। সি বাট চাই থকা বৃহস্পতিবাৰটো খুপি খুপি আকৌ আহিল। লেচেৰি

বোটলা খান কেইটা ইতিমধ্যে সি দোকানত দি পইচাকেইটা আনি থৈছে।

বিচনাৰ পৰা উঠি বাহিৰলৈ যাওঁতে সি দেখিলে তাৰ থুপুক থাপাককৈ কোনোমতে খোজকঢ়া ভায়েকটোৱে জলকাই এটা কামুৰি আছে। পুহমাহৰ জাৰটোতো তাৰ গাত মাত্ৰ এটা বুটাম নোহোৱা চোলা—বাকী গোটেই গাটো খালী। ভৰিত, হাতত আৰু আনকি টিলটিলকৈ ওলাই থকা উদং পেটটোতো বোকাৰ চামনি। নাকৰ পৰা বৈ অহা শেঙুনৰ ধাৰ দুটাই সি কামুৰি থকা জলকাইটো চুইছেহি।

সোনকালে হেম কৰকৰা ভাত কেইটামান খাই ওলাল। যেন উৎসৱহে আজি। গাওঁৰ শান্ত আলিবাটটো আজি মুখৰ। ৰং-বেৰঙৰ কাপোৰ পিন্ধা বিভিন্ন জাতি-জনজাতিৰ, বিভিন্ন গঢ়ৰ, বিভিন্ন ভঙ্গীৰ মানুহৰ সোঁত। মাজে মাজে ধুলি উৰাই দুই-এখন ডাঙৰ ডাঙৰ বাচ। বাচবিলাকত মানুহ ভৰ্ত্তি। ওপৰত মাল বোজাই।

এই দিনটোৰ বাবেই যেন সি সপ্তাহটো বাট চাই থাকে। বহু ঠাই আগুৰি অঞ্চলটোৰ গোটেই মানুহখিনিয়ে এই বজাৰ বাৰটো-লৈকে বাট চাই থাকে। বজাৰো বজাৰ বিৰাট বজাৰ। জিলা-খনতে নাই এনে এখন বজাৰ। মানুহৰ ভীৰ, বস্তুৰ দৰদাম, ফেৰীৱালাৰ চিঞৰ—অলপ ধতুৱা মানুহৰ উশাহ বন্ধ হৈ যাব। বজাৰৰ মাজত কেনেবাকৈ লগ হেৰালে আৰু পাবলৈ নাই।

বিশেষকৈ এইটো ধান খেতি সামৰাৰ সময়। ছমাহ আধাপেটি আধানাঙঠ হৈ থকাৰ পিচত সোণগুটিবোৰ ঘৰলৈ আনিছে। তাৰে দুটামান দোকানত দি ল'ৰা ছোৱালীৰ চোলা এটা, গৰম কাপোৰ এখন লোৱাৰ আনন্দ। উঠুলী-মুঠুলী। যাৰ যাৰ আজি কাপোৰ অনাৰ কথা আছে সিহঁত স্কুললৈকে নগল দেউতাকৰ লগত বজাৰলৈ গৈছে। কাৰোবাৰ খাৰু আনিব, কাৰোবাৰ ফিটা, কাৰোবাৰ চোলা—উলাহতে সিহঁতে ভেও দি খোজ কাঢ়িছে। হয়তো এসপ্তাহৰ

পিচত্তেই সেই চোলাৰ ৰং বিবৰ্ণ হব, চিলাই এৰাব, বুটাম চিগিব, ধূলি আৰু মলিৰে চোলাৰ আচল ৰং ঢাকি পেলাব। কিয়নো সেইটোৱেই সিহঁতৰ একমাত্ৰ চোলা হব। এতিয়া যিটো গাত আৰি আছে সেইটো নতুনটো গাত অৰাব পিচত্তেই পেলনীয়া হব। যি আজি দেউতাকৰ লগত বজাৰলৈ যাব পৰা নাই বাবে বাবে বাটলৈ চাইছে।

সমনীয়াৰ মাজত হেম সাহসী ল'ৰা। ডাঙৰৰ বাবে সি দুষ্ট ল'ৰা। সেইবাবে বহুতো সময়ত সি মানুহৰ কানচেপা, থলামুৰি খাব লগা হয়। সি নীৰৱে থাকে, পিচত ভোৰভোৰায়। পানীৰে ওলমি পৰা চকুকেইটা টিকটিকিয়া হৈ পৰে, ওঁঠ দুখন কঁপি উঠে। যেন সি এই মুহূৰ্ত্ততে গৈ সেই মানুটোক । কিন্তু তাৰ দোষ কি? সি দুষ্ট কিয়? কোনেনো তাক বেয়া ল'ৰা কৰিছে। কোনোবাই যদি তাক মৰমেৰে কিবা এটা ক'লেহেঁতেন, কোনোবাই যদি তাক কিতাপ এখন কিনি দিলেহেঁতেন কোনোবাই যদি তাক গৰম চোলা এটা দিলেহেঁতেন—কিন্তু কোনেও নিদিয়ে। কাৰণ সি কাৰ ল'ৰা। সেয়ে সি লেতেৰা, সেয়ে সি দুষ্ট।

উকীলৰ ঘৰত তাক পুৰণা সাজ এজোৰ দিছিল। পুৰণা উঁৱলি যোৱা লংপেণ্ট এটা আৰু তেনে অৱস্থাৰে এটা চোলা কাপোৰ সাজে তাৰ ওচৰ পাই বেচি দুৰ্দ্দশাগ্ৰস্ত হৈছে। পেণ্টটোৰ এনেয়ে ৰং গৈছে তাতে ধূলি বালিত বাগৰোতে আৰু পকেটত যিহকে তিহকে সুমুৱাওতে নতুন চেহেৰা এটা লৈছে। সিয়ো হয় তালৈ ডাঙৰ। হলৌমলৌ চোলাটোৰ ওপৰত পেণ্টটো কোচাই পিন্ধি ৰচী এডালেৰে কঁকালটোত আঁটি বান্ধি লৈছে। কান্ধত মাৰি এডালৰ মূৰত তামোল এঠোক, জলকাই অলপমান আৰু কেৰাচিন তেলৰ খালী বটল এটা। সি যাত্ৰা আৰম্ভ কৰিলে।

চুটি চাপৰ লৰাটো সেই বেশত এটা চাবলগীয়া বস্তু হৈ পৰিল। বাটৰ মানুহে তালৈ চাই হাঁহি এটা মাৰি ৰহস্য কৰি কিবা এটা

ক'লে সি উৎসাহেৰে হাঁহি এটাৰে প্ৰত্যুত্তৰ দি গুচি গ'ল। আৰখনৰ পিচফালে থকা টোপালা কেইটা কেৰাচিন তেলৰ বটলটোৰে সৈতে তাৰ খোজে খোজে ছুলিবলৈ ধৰিলে। দূৰৰ পথাৰৰ মাজৰ বাটৰ পৰা তাৰ লগৰ কোনোবা এটাই বিড়িয়ালে সি হাত জোকাৰি হাঁহি মাৰি গুচি গল। সি বাটত তাৰ বহুত লগ পালে। প্ৰত্যেকৰে ওচৰত অন্ততঃ এষাৰ কথা কৈ যাব লগা হ'ল, গতিকে তাৰ পিচত অহা মানুহেও তাক পিচ পেলাই থৈ গুচি গ'ল।

মানুহেৰে ঠাহ খাই বজাৰৰ গাড়ী এখন আহিল। সি হাত দাঙিলে। ধুলি এসোপাৰে তাক পোট খুৱাই গুচি গল—চালা কুকুৰ-পোৱালী গাড়ী!

সি পুনৰ গৈ থাকিল। পিচাপনৰ পৰা আহি থকা পীতাম্বৰো তাৰ লগ পালেহি।—কি পালি অ' ল'ৰা?

সি ক'লে। পীতাম্বৰৰ কান্ধত জাহাজী কল কেই আশীমান।

—কল বাৰীৰে নে?

—বাৰীৰে। লাগিছিলহে এঠোকা—তাকে কাটি লৈ আহিছোঁ। বহুত লেঠা। ইপনে টানিলে সিপিনে নাটে। কিনো কৰো জানো?

তাক পিচ পেলাই পীতাম্বৰো গুচি গল।

তাৰ বজাৰখন ভাল লাগে। মানুহবোৰ যে লগ পায় সেই কাৰণেই। কিমান ধৰণৰ যে মানুহ আছে পৃথিবীত বজাৰখন দেখিলেই বুজি পায়। সিহঁতৰ দৰে শুকান মুখৰ মানুহৰ পৰা ধুনীয়া ধুনীয়া গাড়ীত উঠি ফুৰা ডাঙৰ ডাঙৰ মানুহলৈকে। প্ৰায়ে একেবোৰ মানুহবে দেখা দেখি হয়। একেবোৰ দোকানী, বেপাৰী, একেবোৰ গ্ৰাহক—কিন্তু সীমা-সংখ্যা নাই। মাইকত চিঞৰি চিঞৰি চিঠি খেলৰ টিকেট বেচা মানুহটো, ডম্বৰু বজাই বান্দৰ নচুওৱা মানুহটো, চশমা বেচা পাঞ্জাৱীটো, কাপোৰৰ দোকানী, গেলামালৰ দোকানী—বিধে বিধে বস্তু, বিধে বিধে মানুহ। উদাৰ-মৰমিয়াল, বদমাছ-

ঠগবাজী , নিঃস্ব, বিত্ত ভিক্ষাৰী ; ভাওৰ দালাল লাখপতি , তেজপুঁজ ওলাই থকা কুষ্ঠ বেমাৰী , সৰু গাড়ী এখনৰ পৰা নামি কুঁহি মাছৰ জোকাটো ডাঙি লোৱা ধুনীয়া হৃষ্ট-পুষ্ট মানুহজনলৈকে কত মানুহৰ দেখা হয় তাৰ। মানুহৰ সাগৰ। এই সাগৰৰ মাজত সোমাই নিজৰ কথা পাহৰি যায় সি। ঠেলা হেচা, খুন্দা-খুন্দলী। তাৰ ভাৰখনত কোনোবা এটাই খুন্দা খাই তালৈ তেলেকাকৈ চায়, সি নেদেখা ভাও ধৰি গুচি যায়।

তাৰ সেই বিচিত্ৰ পোছাক দেখি কুকুৰ এটাই ভোঁ ভোঁ কৰি হুবাৰ মান ভুকি তাৰ পিচে পিচে আহিছিল। কিছুদুৰ অহাৰ পিচত বৈ গল আৰু কিবা সুঙি সুঙি ঘুৰি গল।

সি বজাৰ সোমাল। মানুহবোৰে ইফাল সিফাল কৰি ফুৰিছে। কেইজনীমান জনজাতীয় মাইকী মানুহে বৰটেঙা কেইটামান হাতে হাতে কিনি উলটি আহিছে। সিহঁতৰ দোকানতে সিহঁতে কিবা কথা পাতিছে। কোনোবা এটাই হাতত ৰেডিঅ' এটা বজাই ফুৰিছে।

কাপোৰৰ দোকানী এটাৰ সমুখত গোলাপে সৰু-লৰাৰ গৰম চোলা এটা ডাঙি ধৰিছে। সি দিম বুলি কোৱা দামটোত দোকানী ৰাজী হোৱা নাই।

পদ্মেশ্বৰৰ সমুখত ধুনীয়া ধুনীয়া কৰি জলকীয়া বিলাহীৰ দ'ম। দেখিলেই খাবৰ মন যোৱা। সি এইবোৰ নিজেই কৰে। খেতিৰ মাটি তাৰ নাই। গ্ৰাহক এজনে পাতি দিয়া মোনাটোত সি পালা-খনেৰে বিলাহীখিনি বাকি দিছে। তাৰ পিচত দলিয়াই দিয়া পইচা কেইটা অসন্তুষ্টিৰে বহি থকা বস্তাখনৰ তললৈ ঠেলি দিছে।

—এই উৰহীৰ কেজি কেনেকুৱা ? আন এজন গ্ৰাহক চাপি আহিছে।

বজাৰখনৰ মাজে মাজে এটা চেবেলা নোম এৰোৱা কুকুৰ ঘুৰি ফুৰিছে। কোনোবাই ঠেঙলৈ কিবা এডাল দলি মাৰি দিয়ে যেং কৰি আঁতৰি যায়।

জোতা বেপাৰী এটাৰ সমুখত গোপীনাথে জীয়েকৰ ভৰিত গুলপীয়া প্লাষ্টিকৰ জোতা এজোৰ সুমুৱাই দিছে। তাৰ জাতি লাও কেইটাই লাই শাক কেই মুঠিয়ে বেচি হল হব পায়।

গৰু বোৰে হেম্বেলিয়াইছে। ছাগলীবোৰে বেবাইছে।

শুকান মুখেৰে কণপাই তীৰ ঠেলি আহিছে। কাষলতিৰ তলত এটা কটা থৈলা। সমবায়ৰ দোকানত ভৰিৰে মৰা কেচা ধান দহ কিলো দি আহিছে। ধান তাৰ বেচিব পৰা নহয়। তিনিমাহ মানহে যায়।

জলহু পোছাক পিন্ধা কাবুলি এটাই তাৰ চিকচিকিয়া চাইকেল খনত আউজি মানুহ এটাৰ লগত কিবা কথা পাতিছে। এজনী মাইকী মানুহে চাউলৰ দ'ম কেইটাৰ পৰা একোমুঠি চাউল লৈ পৰীক্ষা কৰি চাইছে। দামটো বেচি হৈছে।

মহকুমা পৰিষদৰ সভাপতি বীৰেন নামৰ ভূধৰ মহাজনৰ পুতেক-টোৱে মাছ আৰু শাক-পাচলি একেটা বেগতে ভৰাইছে কাৰণে যথেষ্ট সাৱধানতাৰে বেগটো ভৰাইছে যাতে ওপৰৰ ফুলকবিৰ ভৰত বিলাহী কেইটা চেপেতা নালাগে। তাৰ পিচত সি সাৱধানেৰে দূৰত আওজাই থোৱা চাইকেল খনৰ পিনে আগবাঢি আহিছে।

—এ হৰিভকত দেখোন ?

—মই আপোনাকহে বিচাৰি ফুৰিছো।

—ময়ো বুজিছেনে দূৰত অথনি এবাৰ চকামকাকৈ দেখো যেন কৰিলো তাৰ পিচত দেখোন হেৰাই থাকিল।

দুই হৰিভকতে প্ৰাণখুলি হাঁহিলে। কাষ চাপি আহি ওঁঠে ওঁঠে বিড়ি দুটা জ্বলাই ললে। তাৰ পিচত লাখুটিৰ ওপৰত ভৰ দি পৰম নিবিড়ভাবে মাজ বাটতে কথা পাতিবলৈ ধৰিলে—সেই ঠেলা হেঁচাৰ মাজতো। হৰিভকতৰ ফটুৱৈ ফটা ভৰিত আঠুলৈকে বাটৰ ধুলি। চুৰিয়া মদকুৱা, কামিজ তাপলি মৰা। আঁক পৰা মুখত আধা পকা দাড়িবোৰজিলিকি পৰিছে।

হেমন্ত বস্তা এখন পাৰি তাৰ বস্তবোৰ মেলি ল'লে। তাৰ কাষতে চাউল কেইটামান, পকা জলকীয়া কেইটামান, ধনীয়া শাক ইত্যাদিৰে সৈতে তাৰ সমানেই এটা ল'বা। তাৰ ওচৰলৈ কোনো গ্ৰাহক অহা নাই। কোনোবাই দূৰৰ পৰা চায়, আহিব খোজে আকৌ আতৰি যায়। দেখিলেই বুজিব পাৰি তাৰ যে আমনি লাগিছে।

দূৰত মুৰ্গী কেইটামানে চিঞৰিছে। পুলিছ এটাই ব্যস্ততা দেখুৱাই ঘুৰি ফিৰিছে।

তাৰ ওচৰলৈ কোনো অহা নাই। সি আশা পালি বহি আছে।

গোটেই বজাৰখন লোভনীয় বস্তুৰে ভৰপুৰ। কিন্তু সেইবিলাক সিহঁতৰ নিচিনা মানুহৰ বাবে নহয়। সিহঁতে সেইবোৰ সন্মুখত লৈ বহিহে থাকিব। ভোগ কৰাৰ অধিকাৰ সিহঁতৰ নাই।

অৱশেষত আহিল। মানুহ এজনীৰ হাতত ধৰি আহি থকা ছোৱালী এজনী তাৰ জলকাইখিনিৰ ওচৰলৈ আগবাঢি আহিল। কিন্তু মাকে তাইক টান মাৰি লৈ গল—হেই এইজনী। সেইবোৰ কলি কলি জলকাই। সি দমি গল। তাৰ কাষত থকা লবাটোৱে তালৈ চালে।

চশমা বেচা পাঞ্জাৱী মানুহটোৰ ক'লা দাড়িপোপাৰ মাজত থকা দাঁতকেইটা কথা পাতোতে চিকমিকাই উঠিছে। হালধীয়া পেণ্ট ভমকা ভমক চাৰ্ট পিন্ধা বহল বেল্ট মৰা ক'লা লবাটোৱে তাৰ পৰা ক'লা চশমা এজোৰ লৈ পিন্ধি ইফালে সিফালে চাইছে—কেনেকুৱা দেখি।

তাৰ কাষত থকা লবাটোৱে হাতদুখন ওপৰলৈ দাঙি হামিয়াইছে। হেমবো অৱস্থা একেই। সি তাৰ ফালে চালে। হেমন্ত সুধি পেলালে —

—তোৰ ঘৰ ক'ত ?

—মিঞা লাইনত। তোৰ একা ?

—মোৰ নাহৰবাৰীত। তোৰ নাম কি ?

—মতিউৰ।

এনেতে মতিউৰৰ ধনীয়া শাক-মুঠিৰ ওচৰলৈ কোনোবা এটা আগবাঢ়ি আহিল। সি তাক আমনি নকৰিলে। মতিউৰৰ ধনীয়া শাক কেইডাল আৰু জলকীয়া অলপ বিক্ৰী হ'ল। তাৰ ওচৰলৈকো কোনোবা এটা আগবাঢি আহিল, "এই লৰা, জলকাইবোৰ কেনেকৈ দিছ ? হুঁঃ, এইবোৰ জানো আছাৰ কৰিবলৈ ভাল হ'ব ?

মানুহজনে কেৰজেৰ কৰিলেও সি জলকাই কেইটা বিক্ৰী কৰিব পাৰিলে। সি অকণমান ৰক্ষা পালে। অদূৰত কিছুমান কমলা টেঙাৰ দম। কেইটামান বাগানত কাম কৰা মজ'দুৰ মানুহ পাৰ হৈ গ'ল। কিছুদূৰত পাগলীজনীয়ে দাঁত নিকটাই হাঁহিছে।

যেতিয়া বিচৰাতকৈয়ো কম দামত হলেও তামোলকেইটাও তামোলেৰে সেলেঙী লগা গ্ৰাহক এজনক দিব পাৰিলে তেতিয়াহে তাৰ মনটো কিছু ভাল লাগিল। এইবাৰ দৰকাৰী বস্তু কেইটা লোঁৱাৰ পাল। দৰকাৰী বস্তু মানে কেৰাচিন তেল এপোৱা, গুড অকণ আৰু মান চাধা এটা। ইতিমধ্যে বেলি লহিয়াইছে। মানুহ-বোৰে বস্তু বাহানি কিনি উলটিবলৈ আৰম্ভ কৰিছে যদিও বজাৰত মানুহৰ ভীৰ কমা নাই বৰঞ্চ বাঢ়িছেহে। নতুন মানুহ আহিছে। সিহঁতৰ গাৱঁৰ কোনোবা কোনোবাই মাছো কিনিছে—ববালী মাছ। সিহঁতৰ বাবে ববালী মাছ বৰ ডাঙৰ মাছ। নতুন ভিনিহিয়েক আহিলে গাৱঁত ববালী মাছহে আনে।

বস্তুকেইটা কিনি এনেয়ে বজাৰখনত এপাক ঘুৰি যাওঁ বুলি পাক মাৰোতে দেখিলে চাহৰ দোকানখনত বেঞ্চতে বহি মতিউৰে ঠেং নচুৱাইছে। বোধহয় চাহৰ কাৰণে বাট চাইছে। সিয়ো চাহ খাবনেকি ভাবিলে। নাই পইচা কম। তাতকৈ ভায়েকলৈহে মিঠাই কেইটামান কিনি নিব। সি চাহৰ দোকানখন পাৰ হৈ গ'ল। আঠুৰ নাচোনত মতিউৰৰ আঁচপৰা লেতেৰা লুঙীখনত ঢৌ খেলি থাকিল।

ঘুৰি যাওঁতে সি গাড়ীতে যাব নেকি ভাবিলে। নাই পইচা বিচাৰিব। এভৰিত আঠঅনা। এটা ভৰি থৈ থিয় হ'ব পাৰিলেই আঠঁ অনা দিব লাগিব। সক ল'ৰা বুলিও এৰি নিদিয়ে।

অৱশেষে সি খোজকাটি আহোতে অকলশৰীয়াকৈ আহিব লগা নহ'ল। বজাৰৰ পৰা উলটি অহা বহুত মানুহ সি লগ পালে। চাইকেলেৰে অহা, খোজকাটি অহা বহুত চিনাকি মানুহ সি লগ পালে। ফটুৰৈ ফাটা ভৰিৰে শিলৰ ওপৰত ভৰ দিব নোৱাৰি ছুপিয়াই ছাপয়াই খোজকাটিছে আৰু ডাঙৰ ডাঙৰকৈ কথা পাতিছে। কথা পাতিছে মাটিৰ কে'চখনৰ, কথা পাতিছে পথাৰৰ পৰা ডাঙৰীবোৰ নিয়াৰ কথা, কথা পাতিছে গাওঁৰ গোসাই ছোৱালীজনীয়ে পঢ়িশুনি কলেজ পাছ কৰিও "চিভিল মেৰিজ" কৰাৰ কথা, কথা পাতিছে বিয়েয়েকে এইবাৰ তামোলত কেইকুৰি পালে। হেমই এইবোৰ কথাৰ বস পোৱা নাই। সি মাত্ৰ পিছে পিছে গৈ আছে। মাজে মাজে টিলিং টালাংকৈ পিছফালৰ পৰা চাইকেলৰ বেল বজাই অহা মানুহক বাটটো এৰাষৰীয়াকৈ দিয়ে।

সি ঘৰ পাওঁতে ওচৰৰ জুপুৰীবোৰত টিপ চাকি জ্বলিছে। সিহঁতৰ ঘৰৰ ভিতৰতো জুইৰ পোহৰ দেখিলে সি। আধা জপোৱা দুৱাৰখন ঠেলি সি সোমাই গ'ল। দুৱাৰমুখলৈ পিঠি দি তাৰ মাক জুহালৰ ওচৰত বহি আছে। চাৰিউফালে বেঢ়ি আছে তাৰ ভায়েক ভনীয়েক কেইটাই। হেম সোমাই যোৱা দেখি সিহঁত কেইটাই জাপ মাৰি উঠি আগবাঢ়ি আহিল। সি লজেন্সৰ টোপোলাটো ভগাই দিলে। মাকে ঘুৰি চোৱা নাছিল। আনকি সি যোৱা কথাটতো অকণো আগ্ৰহেই নিদিলে।

সি গৈ কিছু আওহতীয়া ঠাইত তেলৰ বটলটো, গুড়ৰ টোপোলাটো আৰু মানচাধাৰ পুৰাটো থ'লে। সেইখিনিৰে পৰা জুইৰ পোহৰত মাকৰ মুখখন দেখিলে সি। জুইকুৰা দপ্‌দপাই জ্বলি আছে। তাৰ পোহৰত মাকৰ শুকান হাড় ওলোৱা মুখখন হালধীয়া

হৈ জিলিকি পৰিছে। হাতৰ ঠাৰি, আঙুলিৰ হাড়বোৰ জেংজেঙীয়া হৈ ওলাইছে। খোপাটো সুলকি দীঘল চুলিখিনি মেলখাই আছে। তাপলি মৰা মলিয়ন চাদৰখন খহি আছে। তাৰ পাছত সি এটা আচৰিত বস্তু দেখাদি থৰ লাগি চাই থাকিল। মাকৰ দুই চকুৰেদি চেলা বগোৱাদি দুধাৰ পানী বগাই তললৈ নামিছে। মাকে কান্দিছে। মাকে দিনটো অনবৰতে কামকে কৰি থাকে। ভাত দিনে দুসাজ খাই পোৱাই নাই। কাপোৰৰ অৱস্থা সেয়া। দেউতাকেও মাকক ভাল দৰে নামাতে। দেউতাকটো খিংখিঙীয়া। অনবৰতে মাকৰ সৈতে কাজিয়া কৰে। মাৰ কিলটো কৰিয়েই থাকে। তেনেহলে আজিও দেউতাকে মাকক মৰিয়ালে নেকি?

তাৰ সৰু বুকুখনত এই কথাটোৱে ঢপ ঢপনি তুলিলে। হঠাতে তাৰ কিবা এটা মনত পৰিল। এই ছবিখন—এই ছবিখন সি ক'ৰবাত দেখিছিল। ঠিক, উকীল চাহাবৰ ঘৰত। চ'ৰা ঘৰৰ বেৰত। ফটা কাপোৰ, মেলা চুলি, জকা যেন শৰীৰৰ উদং শুকান বুকু, ভিতৰলৈ সোমোৱা চকুৰ পৰা বাগৰি অহা চকুৰ পানী, জেংসৰি যেন হাত দুখন সমুখলৈ মেলি থকা এজনী মানুহৰ এখন তৈলচিত্ৰ উকীলৰ ঘৰৰ বেৰত আঁৰি থোৱা আছে। ছবিখন দেখিলেই ভাল লগা। কিন্তু এইখনেই দেখোন সেই ছবি। ছবিখনৰ তলত লিখা আছিল –'মোৰ আই'।

মোৰ বৌতি। মোৰ বৌতি।

সি কিমান সময় থৰ হৈ আছিল কব নোৱাৰে। হঠাতে তাৰ কাণত যেন ক'ৰবাৰ পৰা হাঁহিৰ টুকুৰাবোৰে কোঢাল কৰি উঠিল। কোনোবাই ডাঙৰ ডাঙৰকৈ হাঁহিছে। হয়, উকীলৰ ঘৰৰ চঁ'ৰাঘৰৰ হাঁহি। ডাঙৰ ডাঙৰ উকীল-প্ৰফেছৰে কিবা কথা পাতিছে। আলমাৰীত কিতাপৰ দম। কোনোবাই বাতৰি কাগজ মেলিছে। কোনোবাই চিগাৰেটৰ ধোঁৱা এৰিছে। কোনোবাই ডবাখেলৰ গুটি ভাঙিছে।

খোজ খোজকৈ সি মাকৰ ওচৰৰ পৰা খুব সন্তৰ্পণে আঁতৰি আহিল যেন অকণমান অসাৱধান হলেই তাৰ হাতৰ পৰা থালী কাপ প্লেটবোৰহে পকা মজিয়াত পৰি ভাগি পৰিব।

———

ফুটপাথৰ ৰজা

* * * * * * * * *

মুকুট ৰবদলৈ·

গহীন নিশা ৰজাই কৰবাত মদ টানি ঢলং পলংকৈ আহি কোনো-মতে চিৰ পৰিচিত ফুটপাথটোত ভৰি দিলেহি। ফুটপাথটোত গভীৰ নিদ্ৰাত তেতিয়া বেচিজিল হৈ শুই থকা মানুহবোৰ দেখি ৰজাৰ শুই থাকিবৰ বৰ মন গ'ল।

দেশী মদৰ নিচাই তাৰ চকুহাল টানি টানি নিছে। অলপ আগতে বটিয়াই দিয়া কাৰণে ওকালি অহা ভাবটো তাৰ এতিয়া অৰণ্ডে নাই। হলেও কিন্তু বৰ পিয়াহ লগা যেন সি অনুভৱ কৰিছে। ফুটপাথটোৰে নদীলৈ নামি গলে হেঁপাহ পলুৱাই সি পানী খাব পাৰে, দৰকাৰ হলে মুখহাতখনো ভালকৈ ধুই আহিব পাৰে। সি পিচে এনে কৰিবলৈ ইচ্ছা কৰা নাই। তাৰ মনোভাৱটো এনেকুৱা—খাপতে পালে পানী এটোপা খাব। নহলে নাই। এতিয়া এনে সময়ত শুই পৰাহে ৰজাই প্ৰধান কাম বুলি বিবেচনা কৰিছে।

ফুটপাথটোৰ এমূৰে থিয় দি সি যিমান দূৰলৈকে পৰা যায় চালে। ফুটপাথটোৰ যত্তে তত্তে কুচি মুচি মানুহখিনি নিসাৰ হৈ শুই থকা দেখিলে। স্থান হেবোৱাৰ ভয়ত দুই এটাই শোৱাৰ নামত এনেয়ে পৰি আছে বুলি সি গম পালে। মানুহবিলাকৰ অৱস্থা দেখি এবাৰ সি জোৰেৰে হাঁহি দিব খুজিছিল। কিন্তু নিদিলে। হাঁহিলেই অথনিৰ দৰে বমি হ'ব পাৰে বুলি সি ভয়ো খালে। পৰিবৰ্ত্তে সি শুই থকা মানুহৰ ওপৰেদি ক্ষিপ্ৰতাৰে দেও দি অহাৰ দৰে আহিবলৈ ধৰিলে। এনেয়ে নিচা, তাতে সি এক অদ্ভুত কায়দাৰে দেও দি দি অহাৰ কাৰণে দৃশ্যটো সঁচাকৈয়ে চাবলগীয়া হৈছিল।

সি দেও দি দি আগুৱাই আহোতে অসাৱধানত কাৰোবাৰ ভৰিত, কাৰোবাৰ হাতত তাৰ গছক পৰিছিল, যিবিলাক গভীৰ টোপনিত আছিল সিবিলাকে গছকত চকমককৈ সাৰ পাই বজাক দেখি অলপ বিৰক্তি প্ৰকাশ কৰি মনে মনে থাকিল। বজাক প্ৰকাশ্যে একো কব নোৱাৰি। এই ২৫ ফুট দীঘল আওহতীয়া ফুটপাথটোৰ সি বজা, তাৰ ভাল নাম এটা আছিল যদিও সেই নামটো আজি হেৰাই গৈছে। এতিয়া তাক সকলোৱে বজা বুলিহে জানে। এই ২৫ ফুট দীঘল ফুটপাথটোত একমাত্ৰ তাৰ শাসন চলে। তাৰ আদেশত ফুটপাথৰ সকলোৱে উঠা বহা কৰে। শোৱাৰ কাৰণে ঠাই লৈ ইয়াত কাৰোবাৰ মাজত দ্বন্দ্ব খৰিযাল লাগিলে বজায়ে ভাঙি দিব লাগে। ফুটপাথটোলৈ কোনোবা নতুনকৈ আহিলেও সেইদৰে বজাৰ অনুমতি লাগিব। নহলে ফুটপাথত থাকিব নোৱাৰে। ফুটপাথটোত ৰাতি শোৱাৰ কাৰণে প্ৰত্যেকেই দিনৌ বজাক দুই চাৰি পইচা দিব লাগে। পৰিয়াল লৈ থাকিলে অৱশ্যে আৰু অলপ বেছি দিব লাগে। কিন্তু বজাই মন গলে কেতিয়াবা কাৰোপৰা পইচা নলয়।

এই ২৫ ফুট দীঘল ফুটপাথটো আগতে পৌৰসভাৰ অধীনত আছিল। তেতিয়া ৰাতি তাত মানুহ শুব নোৱাৰিছিল আৰু বজাৰো

আধিপত্য নাছিল। কিন্তু কিবা কাৰণত পৌৰসভাই এই ফুটপাথটো এৰি দিয়াত ই একেবাৰে আওহতীয়া হৈ পৰিল আৰু ফুটপাথটোৰ ৰজা হলগৈ সি। চেহেৰাই পাতিয়ে সি অৱশ্যে ৰজাৰ লায়কৰ নহয়। কাম কাজতো। জুৱা, মদ আৰু মাইকী লৈ দিনটোৰ বেছি ভাগ সময়, কেতিয়াবা কেতিয়াবা ৰাতিবো বেছিভাগ সময় সি মত্ত থাকে। হলেও সি ৰজা--এই ফুটপাথটোৰ একচ্ছত্ৰী সম্ৰাট। ইয়াৰ সকলো নিশাৰ বাসিন্দা ৰজাৰ আজ্ঞাবহ।

ফুটপাথটোত ৰজাই প্ৰত্যেকৰে শোৱাৰ ঠাই ভাগ কৰি দিছে। ৰজাই নিজে লৈছে একেবাৰে মূৰৰ ঠাইডোখৰ। এই ঠাই অলপ ওখ। কাৰতে ৰৰগছজোপা থকাত ৰদ ৰৰষুণ নপৰে। ৰাতি ৰজা ইয়াতে শোৱে। দিনত কিন্তু সকলো ফুটপাথৰ বাসিন্দাই সিহঁতৰ বিচনা-পত্ৰবিলাক ইয়াতে দমাই থয়।

মানুহবোৰৰ ওপৰেদি অৱলীলাক্ৰমে সি এনেকৈ দেও দি দি আহোতে সাৰ পাই থকা বিলাকে ৰজাৰ গছক খাও বুলি ইকাটি সিকাটি কৰি ৰজাই ভৰি থব পৰাকৈ ঠাই উলিয়াই দিলে। কিছু মানে চাবি ৰজা, আঃ দুখ পাম বা পাইছো বুলি ৰজাক সঁকিয়াই দিলে। ৰজাৰ কিন্তু ভ্ৰূক্ষেপ নাই। এক বেপৰোৱা ভাব। তাৰ একমাত্ৰ চিন্তা নিৰ্দ্দিষ্ট ঠাইডোখৰত গৈ উপনীত হোৱা। চকু দুটা টানি টানি ধৰিছে। শোৱাহে প্ৰধান কাম।

এটা সময়ত দেও দি দি আহি ৰজা তাৰ নিৰ্দ্দিষ্ট ঠাইডোখৰ পালেহি। কিন্তু তাৰঠাইত অন্য কোনোবা শুই থকা যেন অনুমান হোৱা মাত্ৰকে তাৰ দপকৈ খঙ উঠি গ'ল। মুহূৰ্ত্তে কিছুমান অশ্লীল শব্দ মুখেদি বুলেটৰ দৰে তীব্ৰবেগে বাহিৰ কৰি ৰজাই আৰে কোন অঁ' এইটো বুলি শুই থকা মানুহটোৰ নিচেই কাষ চাপি আহিল। মূৰে গায়ে কাপোৰ লৈ কুচি মুচি শুই থকাৰ কাৰণে সেইটো কোন শুই আছে সি থাওকতে ধৰিব নোৱাৰিলে। এবাৰ ভাবিলে কোনোবা নতুনকৈ আহিছে নেকি! ৰামৰতনক জগাই সুধিব খুজিও সি বৈ

গ'ল। ৰজাৰ সন্মানিত আসনখন প্ৰজাই দখল কৰি থকা কাৰণেহে তাৰ খঙটো উঠি আহিল।. সি মানুহটোক ছুটামান প্ৰচণ্ড ঘোচা লগাই দিবলৈ ইচ্ছা কৰিলে।

আৰু যেই ইচ্ছা সেই কাম। ৰজাই মানুহটোৰ গাৰ কাপোৰখন টান মাৰি তাৰ মুখত ঘোচা এটা বহুৱাই দিব খোজাৰ লগে লগে সি বৈ গ'ল। মানুহ নহয়, এজনী ছোৱালী শুই আছে। গাত কাপোৰ লৈ থকা কাৰণে তাইৰ অনাবৃত অংশ বিলাক তাৰ চকুত পৰা নাছিল। এইবাৰ পৰিল। আৰু তাইৰ দেহৰ অনাবৃত ঠাইবিলাকলৈ ৰজাৰ নিচাগ্ৰস্ত দৃষ্টিটো ঘূৰাৰ লগে লগে ৰজা বিস্ময়ত হতবাক হ'ল। বিস্ময়বিমুগ্ধ দৃষ্টিৰে পলকহীনভাবে ৰজাই চাই থাকিল ছোৱালীজনী। ৰজাৰ লায়কৰে যেন ছোৱালীজনী।

ছোৱালীজনীৰ গভাৰ টোপনি নহলেও এক নিশ্চিত আৰামত তাই শুই আছিল। কোনোবাই তাইৰ কেঁচা টোপনি এনেদৰে ভাঙিব বুলি ভবা নাছিল তাই। সেয়ে ৰজাই কাপোৰখন তাইৰ গাৰ পৰা টানি নিয়াৰ লগে লগে তাই সাৰ পালে। সাৰ পায়ে ৰজাক দেখি তাই কিন্তু বিশেষ আচৰিত নহল। আগতে বহুবাৰ নগৰৰ যতে ততে শুই থকা অৱস্থাত কোনোবাই মাজনিশা বা শেষনিশা এনেকৈ তাইৰ গাৰ কাপোৰ টানি তাইক উপভোগ কৰি পিচ মুহূৰ্ত্ততে আঁতৰি যোৱা কথাটো নতুন নহয়।

কিন্তু আজি তাইৰ বৰ বিৰক্তি উপজিল। ৰজাৰ চকুৰে চকুৰে পৰাত তাইৰ কেনেবা লাগিল। কাপোৰখন টানি নিয়াৰ লগে লগে তাইৰ অনাবৃত দেহটো ওলাই পৰিছিল। ৰজাই তাইৰ অনাবৃত দেহৰ অংশবিলাক বিস্ময়বিমুগ্ধ দৃষ্টিৰে ৰ লাগি চাই থকা দেখি তাই বৰ লাজ পালে। সেয়ে তাই ৰজাৰ হাতৰ পৰা প্ৰথমেই কাপোৰখন একপ্ৰকাৰ টানি নিয়াদি নি অনাবৃত অংশবিলাক ঢাকিবলৈ চেষ্টা কৰিলে আৰু কাপোৰখনেৰে কোনোমতে দেহাটো ঢাকিব পৰাকৈ তাই কুচি মুচি শুই যিমান পৰা যায় দেহৰ দীৰ্ঘটো কমাই দিলে আৰু

দিগদাৰ নকৰিবা বুলি ৰজাক উদ্দেশ্য কৰি কৈয়ে শুধলৈ তৎপৰ হ'ল।

ছোৱালীজনীয়ে তাৰ ঠাই অধিকাৰ কৰি লোৱাৰ কাৰণে ৰজাৰ তাইলৈ খঙ উঠিছিল। এইবাৰ ছোৱালীজনীৰ কথাত ৰজাৰ তাইলৈ দুগুণে খং উঠি গ'ল। প্ৰায় চিঞৰি কোৱাৰ দৰে ৰজাই ক'লে, "মোৰ ঠাইৰ পৰা ভালে ভালে উঠি যা।"

ৰজাই যিমান জোৰেৰে কথাষাৰ কৈছিল সিমান শান্তভাৱে ছোৱালীজনীয়ে কাপোৰৰ পৰা সামান্য মূৰটো উলিয়াই কলে, "মই কলৈকো নেযাও। ইয়াতে শুম।"

আগতে ছোৱালীজনীৰ কথাত ৰজাৰ খঙ উঠিছিল। কিন্তু এইবাৰ ছোৱালীজনীৰ শান্ত কথাত ৰজাৰ একেবাৰে নিচা ফাটি গ'ল। ছোৱালীজনীৰ এনে সাহস দেখি ৰজাই তবধ মানিলে। তাতোকৈও ৰজা বেছি আচৰিত হল এই কাৰণেই যে যি ফুটপাথৰ কোনো বাসিন্দাই আজি অতদিনে ৰজাৰ চকুলৈ চাই মুখে মুখে কথা কবলৈ সাহস কৰা নাই সেই প্ৰবল প্ৰতাপী ৰজাক আজি এজনী সামান্য ছোৱালীয়ে বুঢা আঙুলি দেখুৱাইছে। এই ভাবটো মনলৈ অহাৰ লগে লগে ৰজাৰ মন ক্ৰোধ আৰু বিতৃষ্ণাৰে ভৰি পৰিল। তাৰ এনে ইচ্ছা হল যেন ছোৱালীজনীক দাঙি নি সি নৈত পেলাই দিবগৈ। কিন্তু অতি কষ্টৰে এই মনোভাবটো দমাই শেষত ৰজাই ক'লে, "তই মোক চিনি পোৱা নাই?"

—"পাওঁ। তুমি ৰজা। এই ফুটপাথৰ ৰজা।"– ছোৱালীজনীয়ে স্পষ্টভাৱে কলে।

—"তই নেজান নেকি ইয়াত থাকিবলৈ আহিলে ৰজাৰ আগতীয়া অনুমতি লব লাগে। আৰু ৰজাৰ ঠাইত শোৱাটো ডাঙৰ অপৰাধ।"

—"জানো"—সককৈ ছোৱালীজনীয়ে ক'লে।

—"জান ? জান যদি কিয় ইয়ালৈ মৰিবলৈ আহিছ ?" প্ৰায় অধৈৰ্য্য হৈ চিঞৰি ক'লে বজাই।

—"ইমানকৈ নিচিঞৰিবাচোন" দোষটো যেন বজাইহে কৰিছে এনে ভাবত ছোৱালীজনীয়ে কলে। তাৰ পিচত বজালৈ চাই অলপ অনুনয়ৰ সুৰত ক'লে, "থাকিবলৈ কতো ঠাই নাই কাৰণে ইয়ালৈ আহিছো।"

—"আগতে ক'ত আছিলি ?"

—"পানবজাৰৰ অ'ভাৰব্ৰীজৰ তলত। তাৰ আগতে ষ্টেচনত।

"তাৰ পৰা গুচি আহিলি কিয় ?"

—"ৰাতি মানুহবোৰে তাত শান্তিৰে শুবলৈ নিদিয়ে কাৰণে।"

—"ইয়াতনো শান্তিৰে শুবলৈ পাবি বুলি কেনেকৈ জানিলি ?"

—"এই ফুটপাথৰ মানুহবোৰ ভাল বুলি শুনিলো। তাতে তুমি অলপ অচৰপ মদ খোৱা যদিও এনে গণ্ডগোল নকৰা বুলি শুনিলো।"

—ছোৱালীজনীৰ কথা শুনি এইবাৰ সঁচাকৈয়ে বজাৰ হাঁহি উঠি গ'ল। যিটো মানুহৰ মদ আৰু কাষতে মাইকী নহলে নচলে তাৰ বিষয়ে এনে ভাল ধাৰণা ছোৱালীজনীয়ে কৰপৰা পালে ভাবি সি অলপ আচৰিত হ'ল, তথাপি সি কৃত্ৰিম খঙৰ সুৰত ক'লে, "মোৰ টোপনি ধৰিছে। মই এতিয়া কত শোওঁ ?"

এটা অচিন মানুহৰ লগত এজনী ছোৱালী একেলগে শোৱাটো যেন একো লাজৰ বা ডাঙৰ কথা নহয় এনে ভাবত ছোৱালীজনীয়ে ক'লে, "ইয়াতে এই মোৰ কাষতে শুই থাকা।" কথাষাৰ কৈয়ে তাই চুচৰি যোৱাদি অকণমান গাটো এফলীয়া কৰি বজালৈ অলপ ঠাই উলিয়াই দিলে। কিন্তু সেই কাপোৰখনেৰে পুনৰ গাটো ঢাকি লবলৈ নেপাহৰিলে।

এজনী ছোৱালীৰ লগত নিশা কটোৱা বজাৰ কাৰণে নতুন নহয়। এতিয়ালৈকে বহু ছোৱালীৰ লগত সি বিনা দ্বিধাই নিশা কটাইছে। কিন্তু আজি এই ছোৱালীজনীৰ নিৰ্ভীক কথাবোৰ শুনি বজাৰ তাইৰ

লগত শুবলৈ খুব অস্বস্তি অনুভৱ হ'ল। সি ভাবিলে ৰামৰতনৰ কাষতে শুই থকাই ভাল। নহলে কাঞ্চীৰ তাঁলৈকে যাব নেকি ? এইদৰে ভাবি সি ছোৱালীজনীৰ কাষৰ পৰা ৰামৰতনৰ কাষলৈ আহিব খোজোতেই ছোৱালীজনীয়ে কাপোৰৰ পৰা মুখটো উলিয়াই মিটমিটকৈ হাঁহি ক'লে, "কি হ'ল। নোশোৱা নেকি। শোৱা। মোৰ লগত শুলে তোমাৰ জাত নাযায়।"

ছোৱালীজনীৰ এইষাৰ কথা শুনাৰ পিচত হঠাৎ ৰজাই অনুভৱ কৰিলে যে সি অসহায় হৈ পৰিছে। সি যেন তাৰ সমস্ত ইচ্ছাশক্তি এটা এটাকৈ হেৰুৱাই পেলাইছে। সি যেন এখোজো কেনিবা যাব পৰাৰ শক্তিকণো হেৰুৱাই পেলাইছে। তাৰ এনে লাগিল যে এই ছোৱালীজনীয়ে লাহে লাহে তাক সম্মোহনী শক্তিৰে তাইৰ ইচ্ছাৰ অধীন কৰি পেলাইছে। সেয়ে সি আৰু একো প্ৰতিবাদ নকৰি ছোৱালীজনীৰ কাষতে শুই থাকিল।

অৱশেষত ছোৱালীজনীৰ কাষত ওপৰমুৱাকৈ শুই সি প্ৰথমে মুক্ত আকাশখনলৈ চালে। তাৰ তৰাবোৰ লেখি চাবৰ চেষ্টা কৰিলে। কেইটা বাজিল মনতে অনুমান কৰিলে। এবাৰ ফুটপাথটোৰ বাসিন্দাৰ ভিতৰত কোন কোন সাৰে আছে অনুমান কৰিবলৈ চেষ্টা কৰিলে। কাঞ্চীলৈ মনত পেলালে। তাত দেশীমদ কিমান গিলিলে মনত পেলাই চালে। কাইলৈ কাঞ্চীৰ তাত ৰামী নে তিনিপাতি খেলিব তাকো চিন্তা কৰি চালে। তাৰ পিচত কাষৰ ছোৱালীজনী শুলেনে নাই জানিবৰ চেষ্টা কৰি শুবলৈ চেষ্টা কৰিলে।

ছোৱালীজনীৰ লগত শুবলৈ আগতে সি বৰ অস্বস্তি অনুভৱ কৰাৰ কাৰণে সি ছোৱালীজনীৰ গাত গা নলগাই শুবলৈ পাৰ্য্যমানে চেষ্টা কৰিলে।

চেষ্টা কৰিলেও ওচৰত যে এজনী উদাস যৌৱনৰ অধিকাৰিণী শুই আছে এই কথাটো সি এবাৰলৈও পাহৰা নাই। প্ৰথমতে তাৰ বিশেষ একো প্ৰতিক্ৰিয়া হোৱা নাছিল। কিন্তু নিশা গহীন হৈ

অহাৰ লগে লগে সি অনুভৱ কৰিলে যে সি আৰু সি হৈ থকা নাই। তাৰ এনে অনুভৱ হ'ল যে বজা নামৰ মানুহটো লাহে লাহে এটা কামাতুৰ পশুলৈ ৰূপান্তৰিত হৈ আহিছে আচৰিত ক্ষিপ্ৰতাৰে। এই কামাতুৰ পশুটোৱে এই ছোৱালীজনীক গ্ৰাস কৰিবলৈ ভিতৰি ভিতৰি এটা প্ৰস্তুতি চলাইছে বুলি সি অনুভৱ কৰিলে। কিন্তু তাৰ অবচেতন মনে তাক জোৰেৰে আঁতৰাই দিলে। ছোৱালীজনীৰ পৰা সাৱধানে অলপ দূৰত্বৰ ব্যৱধান সি বজায় ৰাখিছিল যদিও এটা সময়ত সি কৰ নোৱাৰাকৈয়ে ছোৱালীজনৰ খুব কাষ চাপি গলত ছোৱালী-জনীৰ দেহৰ স্পৰ্শ অনুভৱ কৰিলে। ছোৱালীজনীৰ দেহৰ উষ্ণ স্পৰ্শ পোৱাৰ লগে লগে তাৰ গা মন ৰাইজাই কৰি উঠিল। বুকুখন উত্তেজনাত কঁপিবলৈ ধৰিলে।

সি ছোৱালীজনীৰ কাষ চাপি যোৱাৰ লগে লগে কি মন কৰি জানো ছোৱালীজনীয়ে তাৰ ফালে ঘুৰি দিলে। মুখামুখি হৈ শুই থকা ছোৱালীজনীৰ নিশ্বাস পৰাত সি ভীষণ উত্তেজনা অনুভৱ কৰিলে। তাৰ ফালে বাগৰোতে ছোৱালীজনীৰ গাৰ পৰা কাপোৰ-খন আঁতৰি গৈছিল আৰু তাইৰ দেহৰ অনাবৃত অংশবিলাক জিলিকি উঠিল। সেই অনাবৃত অংশবিলাক চকুত পৰাত তাৰ কামনা চৰম সীমা পালেগৈ।

পৰম নিশ্চিন্তে তাক গভীৰ বিশ্বাস কৰি শুই থকা ছোৱালী-জনীক ভোগ কৰিবলৈ সজ্ঞানে সি অলপ সঙ্কোচবোধ কৰিলেও তাৰ অবচেতন মনে তাক অস্থিৰ কৰি তুলিলে। অবচেতন মনৰ এই দুৰ্জ্জয় লালসাটোক জয় কৰিবলৈ সি মনেপ্ৰাণে তুমুল যুদ্ধ চলালে। কিন্তু সি অবচেতন মনৰ কাষত সম্পূৰ্ণ পৰাস্ত হ'ল আৰু এক লুভীয়া জন্তুৰ দৰে লাহে লাহে তাৰ সোঁ হাতখনেৰে ছোৱালীজনীৰ অনাবৃত অংশবিলাক চুই যাবলৈ আৰম্ভ কৰিলে।

তাৰ পৰশত ছোৱালীজনীৰ কিঞ্চিৎ টোপনি ভাঙিল। আধা টোপনিতে ছোৱালীজনীয়ে জড়িত কণ্ঠেৰে ক'লে, "কি হৈছে বজা?"

ৰজাই সঁচা কথাষাৰ কব পাৰিলেহেতেন। তেতিয়া হয়তো ছোৱালীজনীয়ে তাক বাধা নিদিলেহেতেন। কিন্তু তাক গভীৰ বিশ্বাস কৰা ছোৱালীজনীক সি সঁচা কথাষাৰ কবলৈ ভীষণ সঙ্কোচ বোধ কৰিলে। উত্তৰস্বৰূপে সি খপজপকৈ এনেয়ে কলে, 'বৰ জাৰ লাগিছে।'

—'মোৰো লাগিছে'—এইবুলি কৈয়ে ছোৱালীজনীয়ে গাৰ পৰা খহি পৰা কাপোৰখন গাত তুলি ললে আৰু ৰজাক কলে, "মোক সাৱটি থাকাচোন। দুয়োটাৰে জাৰ কমিব।"

ছোৱালীজনীৰ এনে সৰলতাত ৰজাৰ উত্তেজনা ভালেখিনি শাম কাটিলে। সি ছোৱালীজনীক সাৱটি ধৰি থকাৰ পৰা হাতখন একৰাই আনিব খুজিছিলে। কিন্তু তাই তাক অলপ আগতে সাৱটি ধৰিবলৈ কোৱা কথাটো সি দলিয়াই পেলাব নোৱাৰিলে। তাৰ এনেকুৱা এটা বিপৰ্য্যস্ত মানসিক অৱস্থা হল যে সি ছোৱালীজনীৰ গাৰ পৰা হাতখনো নমাই আনিব নোৱাৰিলে আৰু এনেকৈ তাইক সাৱটি ধৰোতে কামনাৰ অগনিয়ে তাক জ্বলাই মাৰিলেও সি তাইক ভোগ কৰিব নোৱাৰে। তাৰ সঙ্কোচবোধ বেছি হৈ আহিছে। সেয়ে তাৰ নিজৰ ওপৰতে খঙ উঠি গ'ল। সি প্ৰায় ফুচফুচাই ছোৱালী-জনাক সুধিলে, "তোৰ শাড়ীখন একেবাৰে ফটা নেকি ?"

—"অ' ফাটিছে। তাতে পচিছেও। তুমি পাৰিলে এখন আনি দিবাচোন নহলে পুৰুষবোৰে বৰ বেয়া দৃষ্টিৰে চাবলৈ লৈছে।

কথাটো মিছা নহয়। ৰজায়ো তাইৰ অনাবৃত দেহৰ অংশবোৰলৈ চকু দিছিল। ৰজাই ভাবিলে কাইলৈ নিশ্চয় তাইক শাড়ী এখন আনি দিব লাগিব।

ৰজাই সাৱটি ধৰাত ছোৱালীজনীৰ জাৰটো অলপ কমিল হব পায়। উম পাই ছোৱালীজনীয়ে পুনৰ টোপনিত পৰিল। তাতে ৰজাই আৱৰি ধৰি থকাত পৰম নিশ্চিন্ত মনে তাই শুব পাৰিলে। কিন্তু ৰজা ?

ছোৱালীজনীলৈ বজাৰ ভীষণ লোভো লাগি আহিছে। তথচ পিচ মুহূৰ্ত্তে ছোৱালীজনীলৈ বজাৰ পুতৌও হৈছে। এই লোভ আৰু পুতৌৰ সংমিশ্ৰণত এক নতুন অনুভূতি হৈছে বজাৰ। কাঞ্চী আৰু আন বহুতকে বহু সময়ত বহু বাৰ সি উপভোগ কৰিছে। কিন্তু এই ছোৱালীজনীক সাবটি এই মুহূৰ্ত্তত বজাই যি পুলক আৰু সহানুভূতি লাভ কৰিছে সেয়া সি জীৱনত ইমানদিনে কাৰোপৰা পোৱা নাই, নাছিল। কিন্তু অনিৰ্বচনীয় স্পৰ্শানুভবে এতিয়া বজাৰ টোপনি হৰি নিছে। বজাই কেৱল ভাবিছে—ফুটপাথৰ ৰাণী হোৱাৰ যোগ্যতা কাঞ্চীহঁতৰ নাই। যোগ্যতা আছে কেৱল এই ছোৱালী-জনীৰ। এই ভাবটো মনলৈ অহাৰ লগে লগে বজাই ভাবিলে এইকেই সি এই ফুটপাথটোৰ ৰাণীৰ আসনত বহুৱাব। কাইলৈ সি কাঞ্চীৰ তাত তিনিপাতি খেলিব। আৰু তিনিপাতিত যিখিনি জিকিব তাৰে সি এইলৈ শাড়ী ব্লাউজ কিনিব। কথাষাৰ এইদৰে অনুভৱ কৰি সি ভাবিলে ছোৱালীজনীৰ নামটো জনা তাৰ উচিত হব। কব ছোৱালী কি কথা তাকো জনা নাই। সি ভাবিলে তাইক সি জগাই সুধিব নেকি ? কথাবোৰ ভাবোতে অসাৱধানতাত তাইৰ কঁকালত জোৰেৰে খামুচি থকা বজাৰ হাতখন শিথিল হৈ পৰিছিল। সি শুনিলে ছোৱালীজনীয়ে তাক ফুচফুচাই কৈছে,— "আজি ৰাতিটো বৰ নিশ্চিন্তৰে শুইছো। ঠাণ্ডা লাগিছে। সাবটি ধৰা বজা।"

সুধিব খুজিও কিয় জানো বজাই তাইক নামটো নুসুধিলে। পৰিবৰ্তে সি তাইক সাবটি ধৰিলে খুব নিবিড়ভাবে। সাবটি ধৰাৰ লগে লগে এইবাৰ বজাই আগতকৈও বেছি ধৰণে এক আচৰিত সপৰ্শসুখ অনুভৱ কৰি আনন্দত বিভোৰ হৈ পৰিল। কিন্তু লগে লগে বজাই আন এটা কামো কৰিলে। কামনাৰ দংশনত অস্থিৰ হৈ অলপ আগতে তাইৰ দুই ভৰিৰ মাজত সি বিষাক্ত সাপৰ দৰে কুৰুকি কুৰুকি সুমুৱাই থোৱা তাৰ ভৰিখন উলিয়াই আনি ভাবিলে—

ফুটপাথৰ হলেও সি ৰজা। তাৰ আশ্ৰিতাক সি কেতিয়াও অন্যায় কৰিব নোৱাৰে। অন্যায় কৰিলে তাৰ পাপ হ'ব, তাৰ ৰাজমুকুটত কলঙ্কৰ চেকা পৰিব।

---

## কুটিল

* * * * * * * * * *

হবেন্দ্ৰকুমাৰ ভূঞা

॥ ১ ॥

—ভেঁ-এঁ-এঁ-।

—কি হ'ল অ' জহনীমৰা, ভৰদুপৰীয়াখন ভেঁ-ভেঁঞাই আছিছ দেখোন ?

—বখলিয়ালে।

—বখলিয়ালে ?

—অঁ।

—হেৰ' হতচিৰিংহোৱা, কি বখলিয়ালে ?

—মোৰ পিঠিখন, চা-চোন।

—ঐ ক'তে নমৰো মোৰ গোসাই ঐ, বিষ্টু, বিষ্টু, কোনে কৰিলে ঐ এনেখন ?

—ভীমকলে।

—ভীমকলে ?

—অঁ—ভীমকল পণ্ডিতে।

—ভীমকল—কান্ত—পণ্ডিতে। তইনো তেওঁৰ কি খান্দিথোৱা

পুথুৰীত ববিহ ঢালিছি'ল ?

—মই মোৰ ঢাৰিত বহি পাঠ আওঁৰাই আছো, ভেচেলুৱে মাকণৰ ফৰকত ৰঙা চিঞাহি মাৰি বহি থাকিল, এই মাকণে ভীমকলক মোৰ কথা এনেয়ে লগাই দিলে, ভীমকলে চেৰেপনিদাল লৈ মোৰ পিঠিত— ভেঁ ভেঁ —।

—হঁায় ঐ, এইবোৰ পণ্ডিত নে মানুহখোৱা বাঘ। জানো নহয়, কথা ক'ৰবাত, তোৰ বাপেৰে ইলেকচনত তাৰ পাৰটিক ভোট নিদিলে বাবেই সি এতিয়া আওমৰাৰ চলেৰে বাও মাৰিছে। আহক —বাপৰ আহক—ভীমকল কোনে বখলিয়াই চাওঁ। হয় মোৰ ল'ৰা থাকিব এই স্কুলত নহয় সি ভীমকান্ত। ভীমকান্ত-বৰ ভীমকান্তটো—শুকান জেওৰাখৰি এদাল। মোৰ ল'ৰাৰ পিঠিত এপাহ তগৰ এপাহ বকুল বাচিবলৈ তাৰ কম সাহতো নহয় ?

—ভেঁ-এঁ-এঁ—

—কান্দি নেথাকিবি।

—ভেঁ-এঁ-এঁ—।

—কৈছো নহয় কান্দি নেথাকিবি—।

—ভেঁ-এঁ-এঁ—

—কিনো বুঢ়ীমাৰৰ ওচৰত কান্দি ৰণ জিকিবলৈ আহিছ, ভীমকল বাপেৰে বখলিয়াই পঠিয়াইছে, এতিয়া বুঢ়ীমাৰে 'মঁাচুন্দি' ওভতগোৰে চেলাম—

—ভেঁ-এঁ-এঁ—।

—'মঁাচুন্দি'—।

—ভেঁ-এঁ-এঁ—এঁ —।

॥ ২ ॥

—টিলিলিং-ং-ং—

—চাইকেলৰ বেলটো সিমানকৈ বজাব লাগেনে মই ভাতৰ পাণ্ডৰ পৰা—।

—নহয় হে মেম্বৰ, ভবচুপৰীয়া মোৰ মাথাটো কিবা হৈ আছিছে।

—অ' বৃন্দাবন বকৰা চোন, বহক বহঁক।

— কি বহিব হে মেম্বৰ, মই আপোনাৰ কাৰণে ইলেকছনত লাগি গোটেই মৌজাতোত শতৰু এগালহে গোটাই ললো।

—কথাটো কি ?

—ভীমকান্ত চুতীয়াৰ অতপালি দিনে দিনে বাঢ়ি গৈছে। বগলিজান এল-পিৰ হেড্ পণ্ডিত ভীমকান্ত চুতীয়াহে—সি সেই ইলেকছনৰ পৰা মোৰ লগত ফেৰপাতি আছে যি আছেই। সি আপোনাক চাপর্ট কৰা নাছিল, কৰিছিল কঠালচুকৰ বাখৰ গগৈক। মই লাগি ভাগি অপোনাক মেম্বৰ কৰিলো, এতিয়া তুনীয়াখন মোৰ শতৰু হ'ল।

—কথাটো কি ?

—ভীমকান্তৰ অতপালি দিনে দিনে বাঢ়িছে।

—আচল কথাটো নকলে মই বুজিব পাৰো জানো, এটা 'পইণ্টতো' লাগিব।

—পইণ্ট—পইণ্ট আৰু কি ? মই তাৰ শতৰু, গতিকে মোৰ লবাও তাৰ শতৰু।

—ভাঙিপাতি কথা কবলৈ তুমি আজিও নিশিকিলাহে -

—ভবচুপৰীয়া ৰমাণীচুকৰ মনবৰ পানী কৈঁওটৰ ৰবজনী জীয়েক গা-গোছোৱা 'কেচ' এটা চাই ঘৰ পাইছো—এফালে মাক, এফালে পিতেক, বাউচি জুৰি কান্দিছে, নেকান্দিব ? মই ল'ৰা স্কুললৈ

পঠাইছো ছুটা কথা শিকিবলৈ, পিঠিত ঔ পাৰিবলৈ নহয়, —দেখিয়েই বুজিলো মোক এইপাত শৰ বুকুতে বহুৱালে ভীমকান্ত পণ্ডিতে।

--এতিয়া মই কি কৰিব লাগিব?

—ভীমকল বখলিয়াব লাগিব।

মানে?

—ভীমকান্ত চুতীয়াৰ চাকৰিটো ভীমকল কৰিব লাগিব।

—বুজা নাই হে?

—হয় ভীমকান্তক চাকৰিৰ পৰা ডিচ্‌মিচ কৰাওক নহয় মোক এৰক। ইলেকচনতো এবাৰ নাহে, আকৌ আহিব। ভোট গোটোৱা মেচিন এই বৃন্দাবন বৰুৱা পৰিমৰা ভকত নহয়। আপোনাৰ কামত নেলাগিলে পেলনি নেখাওঁ।

—কথা তেন্তে সেইটো?

—হয়।

—হব।

—হব?

—এই কালিযা গোস্বামীয়ে হব বুলিলে—ভীমকলৰ গছত চেনিচম্পা—বুজিছা?

॥ ৩ ॥

—টক্-টক্-টক্—

—দুৱাৰত খটখটনি শুনিয়েই মই বুজিব পাৰিছো আমাৰ গোস্বামীয়েই হব লাগিব। পাছে বহুতদিনৰ মূৰত—?

—নাই, এনেয়ে এইপিনে আহিছিলো, কপছুৱাগাঁৱৰ পৰা বিচাঘাটৰ সুন্দৰদেৱ গোস্বামীয়ে ছোৱালী এজনী চিভিল মেৰেইজ কৰি আনিছে—সুন্দৰদেৱ গোস্বামী যে, ই-এও-ডিৰ- অভাৰচিয়াৰ, পানীকলিতাৰ ছোৱালী, বুজিছেই নহয় – মাক-বাপেক ল'বাৰ ওপৰত

ৰৰ নাবাজ, অলপ বুজাই-মেলি আহিলো বোলো আজিকালি সত্ৰাধিকাৰৰ ল'ৰায়ো অৰুণাচলৰ আদি-ছোৱালী বিয়া কৰাইছে, যুগ-পৰিবৰ্ত্তন হৈছে।

—হৈছে, কাল-সংহতিৰ পাচত পাচে কাল-সংহাৰ হব যেন পাইছো।

—ডেকা ল'ৰাবোৰৰ মনবোৰো দেখোন ডিক্ৰুগৰ বলিয়া সোঁতৰ দৰে অবুজ।

—হৈছে। হব। বতাহবোৰ কুকুৰা বতাই বুজিছে। হা-হা-হা।

—সুবুজিম নে?

—তলৰ পৰা ওপৰলৈকে চব সলনি হৈ গৈছে।

—হব। আৰু হব।

—চাহ তাহ কিবা?

—নাই, গোঁসাইৰ ঘৰতে সোন্দাকলেৰে চিৰা এবাতি খাই আহিছো, দৈ-ও আছিল।

—মই বোলো আমাৰ দৰে ট্ৰাইবেল লোকৰ ঘৰত খাবলৈকে সংকোচ বা—।

—ছিঃ ছিঃ এই কালিয়া গোঁসাই তেনে মানুহ নহয় বুলি আজিও সুবুজিলেনে?

—পঞ্চায়তৰ কাম-কাজ কেনে চলিছে আপোনাৰ পিনে—

—চলিছে আৰু। পিচে মানুহবোৰ বেয়া হ'ল।

- হ'ল। মই চীফ-কাউন্সিলাৰ হোৱাৰে পৰা কম বাধা-বিঘিনিবোৰ পাইছো নে?

—নকব। আজিকালি আৰু' এল-পি-স্কুলৰ পণ্ডিতেও পলিটিকছ কৰে। বগলিজানৰ এল-পিৰ ভীমকান্ত চুতীযা মোৰ বিৰুদ্ধে উঠি-পৰি লাগিছে। মানুহটোৰ হাব-ভাৱ ভাল নহয়।

—ভীমকান্ত চুতীয়া?

—হয়—মই কাউন্সিলাৰ হোৱাতো তাৰ একেবাৰে পছন্দ নহয়।

সি বিচাৰিছিল ৰাখৰ গগৈ কাউন্সিলাৰ হ'ক। এতিয়া মোৰ বিৰুদ্ধে কতযে ৰটনা। মানুহটোক এশিকনি দিব পৰা হেতেন—

—এতিয়া এল-পি স্কুলৰ পণ্ডিতকহে শিকনি দিয়াৰ মতলব ?

—অনীতিত আৰু কি সৰু-বৰ। সাপৰ কি সৰু-বৰ ? এল-পি স্কুলৰ পণ্ডিত যি বিশ্ববিদ্যালয়ৰ ভাইচ-চেন্সেলাৰোহি। মাছ একেপানীৰে।

—মই কি কৰিব লাগিব ?

—যিটো সহজতে কৰিব পাৰি আৰু—হয় ট্ৰেন্সফাৰ নহয় চাকৰিটোৱে একেবাৰে—। আৰু সেইবোৰ বৰ দ-বিলৰ মাছো নহয়। সিঁচিবলৈ বৰ ডাঙৰ লাহনীৰো প্ৰযোজন নাই। ডি-আইক লগ ধৰি কৈ দিলেই হয় সোৱনশিৰিৰ পাৰৰ মিচিং গাওঁ, নহয় ৰসাতল।

—ৰসাতলেই ভাল বুজিছে।

—হে-হে-হে—আপুনি ইচ্ছা কৰিলে ৰসাতলনো কি বস্তু !

—হব।

—হব মানে ?

- ৰসাতল।

—শুভস্য শীঘ্ৰম হে তেন্তে-।

সেইফালৰ খাল-বিলত মাছ-তাছবোৰ মৰিসাজি শেষ হ'ল নেকি ?

—নাই, ক'ত হব, আপোনাৰ ইচ্ছাত বৌটো-খৰালিটো পুৱা-সন্ধ্যা চলি থাকে।

—তেন্তে মইহে নিৰামিষ ভোজনত মজি আছো।

—কাইলৈ পুৱাৰ সাজত বাৰু কি মিলে গৃহিণীক সুধিব—বোৱেই ভাল, চিতলৰ বৰ কাঁইট।

॥ ৪ ॥

—ক্রিং-ং-ং—

—হেল্লো—মই ডি-আই-জেবিবুল হক হাজৰিকাই কৈছো—

—মই সোনাৰাম পায়েং-চীফ-কাউন্সিলাৰ—

— অ-নমস্কাৰ—

—নমস্কাৰ-আপোনাক ঘৰত তুবাৰমান ৰিং কৰিছিলো—

—নকৰ, চৰকাৰে এল-পি স্কুলৰ এপইণ্টমেণ্টবোৰ লোৱাৰে পৰা সেইটো বিকল কৰি ৰাখিছো, তাতে জৰুৰীকালীন-অৱস্থা চলি আছেই—।

—ভাল কৰিছে, অন্ততঃ এই অৱস্থাত আপোনালোকে চেন্স-অৱ-ৰেছপন্‌ছিবিলিটিটো বৰ ছাৰ্প হৈ থাকে যেন।

—হে-হে-কি যে কয় দিয়ক, লাজ দিয়ে কিয়?

—দিন-কাল কেনে চলিছে?

—কি বুলি কলেনো ভাল পাব? দিনকাল আপোনালোকৰ হে, আমি·নিমিত্তমাত্ৰ।

—বাৰু, উজনি মিচিং গাৱঁৰ পিনে থকা স্কুলবোৰত কেজুৱেল হৈ থকা আমাৰ শিক্ষক কিজনৰ চাকৰিৰ ৰেগুলাৰাইজেশ্যনৰ কি হ'ল?

—হব।

— কথাবোৰ কিন্তু ইয়াতে সীমাৱদ্ধ থকা নাই, ওপৰ পাইছেগৈ।

—এতিয়া তেনেহলে চাকৰিটো যোৱাৰহে সময় হ'লগৈ কিজানি?

—পাপ কৰিলে প্ৰায়শ্চিত্ত হবই।

—পাপী অকল আমিয়ে জানো?

—সংসাৰখন পাপী-তাপী সকলোৰে। পাচে পানীতো নামিব আৰু নিতিতাকৈয়ো থাকিব এনে কথাতো নাই।

- বাকা-বাণেৰে জৰ্জৰিত নকৰিব।

—এটা সকাম আছিল।

—কওক।

—মাষ্টৰ এটাক কামৰ পৰা খেদিব লাগে।

—আমাৰ ফালেতো খেদা-চিকাৰ হৈয়ে থাকে।

—খেদা-চিকাৰত আপোনাৰ নাম জিলাখনৰ সীমাৰেখাও পাৰহৈ বৈ বৈ গৈছে বুলি শুনিছো।

— বিলম্ব নকৰি চিকাৰটোৰ নামটো কওক।

—ভীমকান্ত চুতীয়া —

—ভীমকান্ত চুতীয়া?

বগলিজান এল-পি স্কুলৰ পণ্ডিত। হেড-পণ্ডিত কিজানি—।

—বগলিজান এল-পি স্কুল?

—ওঁ।

—মানুহটোৰ আক' কিবা বেক্-চেক্ আছে বা।

—মানুহৰ মেৰুদণ্ড থাকেই। সেইদাল ভাঙি দিয়াটোৱেই প্ৰকৃত পুৰুষৰ কাম।

-প্ৰকৃত মহাপুৰুষৰ বুলি কওক।

—বাক্য-বাণ আপনাৰ টুনতো আছে।

—মানুহটোৰ পলিটিকেল কিবা—

-ভয় নাই, মাছ বৰ দ-পানীৰ নহয়। মই আছো। দৰকাৰ পৰিলে—

-হব হব, আপুনি ৰথত থাকিলে ভীম-দুৰ্য্যোধন-মহাৰথীকে নিপাত কৰিবলৈ সময় নেলাগে।

তেন্তে —

—ভীমকান্ত ৰণত অচিৰেই পৰিল।

- ধন্যবাদ।

—ধন্যবাদনো দিয়াৰ কি প্ৰয়োজন, বেয়া দুখৰ দিনত অধমক মনত ৰাখিলেই হ'ল।

—ফোনটো থওঁ ?

—ফোনটো থ'ক, পাচে কানেকচনটো যাতে অটুত থাকে, এয়ে প্ৰাৰ্থনা।

—সংযোগটো ? সংযোগ আৰু ক'ত চিণ্ডিব ? এয়া যুগযুগৰ বন্ধনেৰে সাঙোৰ খালোহে।

—কৃতাৰ্থ হ'লো।

আপুনি মানুহজন বৰ বিনয়ী।

—বিনয়েই আমাৰ মূলধন।

—ইমান অমূল্য বস্তুৰ ভাণ্ডাৰ এটি আছে যেতিয়া ভয় কিহৰ ? কামত আগবাঢ়ক

॥ ৫ ॥

—মধুছন্দা আছানে ?

—আও, আজিনো কি ভাগ্য, চাৰ দুখীয়াৰ ঘৰলৈ আহিল ? বহক।

—বহিম বুলিয়েই আহিছো, ঘৰত — ?

—অকলেই আছো।

—পৰ্দ্দাখন টানি দিয়া, গুপুত কথা লৈ আহিছো।

—চাৰ, যে আৰু—।

—গুপুত কথাৰ আগতে চাহ খোৱাব লাগিব।

—খাব খাব।

—লগত আৰ কিবা— ?

—কি খাব কওক।

—তুমি যি খুওৱা আৰু।

—বেঙুনি ভজা।

—হব।

—তেনেহলে—

—বহা চোন বহা, বেঙুনি ভাজিবলৈ ততেই নাই দেখোন।

—চাৰ আহিছে, খুৱাবতো লাগিবই।

—থাম। —বতৰ আজি বৰ ভাল।

—জোনাকো আছে বাহিৰত।

—বাহিৰৰ জোনাকেৰে কি হব, জোনাক ভিতৰতহে দৰকাৰ।

– চাৰে কবিতাৰ পুথি এখন লেখিছিল বুলি শুনিছো।

—সেইবোৰ নকবা। মনত বেথা জন্মে। তোমাৰ নামটো পাচে ভাল। মধুছন্দা।

-- কবিতাৰ বহীৰ নাম যেন। ,

—শাৰী-চাৰিবোৰো তুমি পিন্ধিব ভাল জানা।

—ঐ আই, চাৰচোন আজি বৰ ৰোমান্টিক হৈ আহিছে।

—বুঢা মানুহ, মাজে মাজে শুকান মদাৰতো ৰঙা ফুল ওলায়।

—ফাগুনত।

—ফাগুননো কি শাওননো কি ছটাৰ বাপেকী, বৰজনী খোৰ. দুটা নাতি।

—চাৰক ট্ৰেজেডি মুডতহে ভাল লাগে।

—ৰসিকতাখন বাদ দিয়া, গুপুত কথাটো কওঁ।

—কওক।

—তোমাৰ চাকৰিটো হব।

—চাৰে ইয়াৰ আগতেও কেইবাৰ কৈছিল মোৰ চাকৰিটো হব বুলি?

— এইবাৰ সঁচাকৈ হব।

—হব জানো?

—আজি এটাক বধি আহিছো।

—বধি আহিছে?

—একেবাৰে চাকৰিৰ পৰা লেখ।

—কোননো?

—কোন সেইটো বাদ দিয়া। তোমাক চাকৰি এটা দিবলৈ মোৰ বহুতদিনৰে পৰা মন। পাচে চান্স নাই। এইবাৰ আহিল।

বগলিজান এল-পিত। চহৰৰ পৰা দূৰ। ভয় খাব নেলাগে—তালৈ টাউন এক নং এল-পিৰ চহাবুদ্দিন বৰভূঞাক বদলি কৰি দিম। গতিকে তুমি চাকৰি পাবা টাউন এক নং এল-পিতে।

— খেদা খোৱাটোনো কোন ?

— ভীম-দুঃশাসন-যুধিষ্ঠিৰ কোনোবা এটা হব।

— চাৰে যে আকৌ কথাবোৰ মেৰপেচ লগাইহে কয়।

—তুমি মোক অ'তদিন 'মোলৈ চাৰ' বুলি কৈ আছিলা।

—হয়।

—এতিয়া চালো।

— হয়।

- এতিয়া পাচে তুমিও মোলৈ চাব লাগিব নহয় ?

—চাবলৈ বা কেনেকৈ চাব লাগিব ?

—এতিয়া মইহে শিকাই দিব লাগিব সেইটো ?

—চাৰে যেতিয়া মৰম-চেনেহ কৰি ইমানখিনি কৰি দিছে সেই-যেবা কষ্টও নকৰিবনে ?

—মধু -

—চাৰ—

—তোমাৰ নামটো মিঠা।

— মিঠা।

—তুমি মানুহজনীও মিঠা।

—মিঠা।

—বৰ মিঠা।

—চাৰ বেঙুনি ভজা নেখায় ?

—বেঙুনি ভজা ?

—হয় - মিঠাৰ লগতে লুনীয়াও পালেহেতেন।

—বুঢ়াৰ মুখত লুনীয়ানো কি মিঠানো কি ?

---

# কুকুৰৰ পৰা সাৱধান

* * * * * * * * *

ভূপেন্দ্ৰকুমাৰ দাস

গেটখন খুলিবলৈ গৈ থমকি ৰ'বলগীয়া হ'ল জীতেন। গেটখনৰ গাতে লাগি থকা পটিকৰ খুটা এটাত আঁৰি থোৱা সৰু চাইনবোৰ্ড-খনত লিখা আছে: 'কুকুৰৰ পৰা সাৱধান।' ঘৰৰ মালিকে যে মানুহ কামোৰা কুকুৰ পুহিছে সেয়া বুজিবলৈ বাকী নৰল জীতেনৰ। সি কুকুৰৰ ভয়ত পিচুৱাই আহি ৰাস্তাত থিয় হ'ল। মানুহজনক লগ পোৱাৰ বৰ প্ৰয়োজন তাৰ। যেনে তেনে প্ৰকাৰে এবাৰ দেখা কৰিবই লাগিব তেওঁক। সি শুনামতে, এইখিনি সময়ত তেওঁক লগ ধৰিব নোৱাৰিলে আন সময়ত লগ পোৱা টান। অফিচত অৱশ্যে তেওঁক লগ পাব পাৰি। কিন্তু জীতেনৰ দেউতাকৰ ইচ্ছা, সি মানুহ-জনক ঘৰতে লগ পাই আহিব লাগে। ডাঙৰ মানুহ। অফিচ টাইমত বৰকৈ ব্যস্ত থাকে তেওঁ। নানাজনে নানা কাৰণত তেওঁৰ অফিচ কমলৈ অহা-যোৱা কৰি থাকে। সেয়ে তাৰ কৰলগীয়া কথাখিনি মানুহজনৰ ঘৰত লগ পাই কৈ অহা ভাল।

এবাৰ সাপে কামুৰিলে কেচুলৈ ভয় থকাৰ দৰে কুকুৰৰ প্ৰতিও জীতেনৰ এটা অস্বাভাৱিক ভয় ভাব আছে। ভয়টো অৱশ্যে এতিয়াৰ

নহয় তাহানিৰ পৰাই। তাক ছুবাৰ কুকুৰে কামুৰিছে। আৰু এবাৰ কামুৰিলে ডাকৰ বচন ফলিয়াব অৰ্থাৎ 'তিনিবাৰে নিবাৰ' হৈ তাৰ পেটত চৌদ্দটা ডাঙৰ বেজীৰ খোচ পৰিব। ছুবাৰ কুকুৰে কামোৰাৰ বাবে লোৱা চৌদ্দ ছুগুণ আঠাইশটা বেজীৰ খোচৰ সোৱাদ জীতেনৰ ৰাৰুকৈয়ে মনত আছে। সেয়ে সি মানুহজনৰ পদূলি মুখৰ পৰাই উভতি আহি আলিবাটত থিয় হৈ কি কৰিব, কি নকৰিব ভাবিবলৈ ধৰিলে।

জীতেনৰ মনত পৰিল অফিচ এটাঁৰ সামান্য দৰমহা পোৱা কেৰাণী দেউতাকে ঘৰ-সংসাৰ চলাই কিমান কষ্টৰে তাৰ পঢ়াৰ খৰছ যোগাই-ছিল কিন্তু বি-এ পাছ কৰি চাকৰি বিচাৰি থাকোতে দেউতাক ৰিটায়াৰ্ড হ'ল। যোৱা ছুটি বছৰে চাকৰি বিচাৰি হাযৰাণ হোৱা জীতেনে এতিয়ালৈকে নিবনুৱা হৈ বহি আছে। স্থানীয় এমপ্লয়মেণ্ট অফিচত লিখি ৰখা নামটো এবাৰ ছুবাৰকৈ চাবিবাৰ বিনিউ কৰা হ'ল। অৱশ্যে এই ছুটি বছৰতে সি কেৰাণী চাকৰিৰ বাবে ইণ্টাৰ-ভিউ নোপোৱা নহয়। কিন্তু চাকৰি এতিয়ালৈ কতো নহ'ল। অৱশ্যে জীতেন নিৰাশ হোৱা নাই। আন বাৰৰ দৰে এইবাৰো এমপ্লয়মেণ্ট অফিচৰ কেৰাণীক 'মাননি' দি এটি অফিচৰ পৰা কেৰাণীৰ চাকৰিৰ বাবে অহা 'ডিমাণ্ড লিষ্টত' নিজৰ নামটো ভৰাই পঠোৱাৰ পিছত ইণ্টাৰভিউ পাইছে।' সেইবাবে এতিয়া সেইটো অফিচৰে বৰমূৰীয়াজনক লগ পাবলৈ আহি কুকুৰৰ ভয়ত ৰাস্তাত পায়চাৰি কৰি সময় কটাবলৈ ধৰিছে। বৰমূৰীয়া জনৰ নাম প্ৰশান্ত শইকীয়া। জীতেনৰ দেউতাকে সি ইণ্টাৰভিউৰ লেটাৰখন পোৱাৰ পিছত তাক গহীনাই কলে: বোপা! আজিকালি ইণ্টাৰভিউ দিলেই চাকৰি নহয়। চাকৰি দিয়াৰ ক্ষমতা থকাজনক নিজৰ ফলীয়া কৰি লব নোৱাৰিলে চাকৰি পোৱাৰ আশা ক্ষীণ।

জীতেনে জানে, দেউতাকে মিছা কোৱা নাই। আজিৰ যুগটো খাটিৰৰ যুগ। যোৱা ইণ্টাৰভিউবোৰত সি খাটিৰ ধৰিবলৈ যোৱা

নাছিল বাবে দৰাচলতে চাকৰি তাৰ নহ'ল। চাকৰি দিওঁতাসকলে ইণ্টাৰভিউৰ সময়ত তাক যিবোৰ প্ৰশ্ন কৰিছিল সেইবোৰৰ উত্তৰ জীতেনে আঁৰ নলগাকৈ দিব পাৰিছিল।

আজিও চাকৰিৰ আশাতেই সি এই ৰাতিপুৱাখন ডিৰেক্টৰ প্ৰশান্ত শইকীয়াৰ ঘৰলৈ দৌৰি আহিছে। দেউতাকে পেঞ্চন পোৱাৰ পিছৰ পৰা সিহঁতৰ ঘৰৰ অৱস্থা শোচনীয় হৈ পৰিছে। গতিকে তাৰ চেন্টিমেণ্ট বা মনৰ খেয়াল, পিঞ্জৰাত আৱদ্ধ বাঘটোৰ দৰে মনৰ ভিতৰতে গুমৰিবলৈ দি সি চাকৰিৰ আশাত ইঘৰৰ পৰা সিঘৰলৈ, ইটো সিটো অফিচে অফিচে বলিযাৰ দৰে দৌৰি ফুৰিছে। প্ৰশান্ত শইকীয়াক তেওঁৰ বঙলাত ইণ্টাৰভিউৰ আগে আগে ব্যক্তিগত সাক্ষাৎ কৰি চাকৰি এটা তাক দিয়াৰ বাবে অনুৰোধ জনাবলৈ আহিছে জীতেন। কিন্তু শেনটোৰ দৰে আহি শইকীয়া চাহাবৰ বঙলাত সোমাব খোজা জীতেনে কুকুৰৰ পৰা সাৱধান বুলি লিখি থোৱা বাক্যটো পঢ়ি যেঁচাটোৰ দৰে আলিবাটলৈ উভতি আহিবলগীয়া হ'ল।

সি ৰাস্তাত থিয় দি শইকীয়া চাহাবৰ বঙলাৰ পৰা কোনোবা বাহিৰলৈ ওলাই আহে নে নাই লক্ষ্য কৰিবলৈ ধৰিলে। নাই, কোনো মানুহ ইমান পৰে বাহিৰলৈ এবাৰো ওলোৱা নাই। জীতেন বিৰক্ত হ'ল। ডাঙৰ মানুহ হ'ল বুলি পৰিয়ালৰ এজনো বাহিৰলৈ ওলাব নেপায় নে? চাকৰ-বাকৰবোৰ ক'ত মৰিল? ইহঁতো চাহাবৰ লগত থাকি চাহাব হ'ল নেকি?

: হেৰি, কাক বিচাৰিছে?

জীতেনক বহুসময় থিয় হৈ থকা দেখি ৰাস্তাৰ সিপাৰৰ ষ্টেছনাৰী দোকানীজনে বিঙিয়াই সুধিলে। দোকানীজনৰ মাতত পৰম আশ্বাস পাই সি তেওঁৰ কাষ চাপি গৈ ক'লে: শইকীয়া চাহাবক লগ পাবলৈ আহি কুকুৰৰ ভয়ত ৰাস্তাত এনেকৈ বৈ আছো।

: বৰ সাংঘাতিক কুকুৰ। দোকানীজনে কলে; অচিনাকি মানুহ দেখিলেই কামুৰিবলৈ খেদি আহে।

: শইকীয়া চাহাবক লগ পোৱাৰ মোৰ বৰ প্ৰয়োজন। জীতেনে অসহায় ভাবে কলে।

: লগ কেলেই নেপাব? দোকানীজনে জীতেনৰ অসহায় অৱস্থা বুজি সান্ত্বনাৰ সুৰত কলে,—কুকুৰৰ ভয় কৰি শইকীয়া চাহাবক লগ নধৰাকৈ যাব নে? হেৰি ডাঙৰীয়া, শইকীয়া চাহাবৰ কুকুৰক কোবোৱা টাঙোনডাল মোৰ দোকানতেই আছে। দুখন ডালিমিয়া বিস্কুট কিনি লওক। আপোনাক দেখি কুকুৰটোৱে খেদি আহিলে বিস্কুট দুখন তাৰ গালৈ দলিয়াই দিব। 'বচ্'। সি আপোনাক আৰু কামুৰিবলৈ খেদি নাহে।

: হয় নেকি? জীতেন আগ্ৰহেৰে কলে, দিয়কচোন দুখন ডালিমিয়া বিস্কুট। কিমান দাম দিব লাগিব?

: ত্ৰিশ পয়চা।

জীতেনে ত্ৰিশ পইচাৰে দোকানীজনৰ পৰা ডালিমিয়া বিস্কুট দুখন কিনি লৈ তেওঁক আন্তৰিক ধন্যবাদ জনাই শইকীয়া চাহাবৰ বঙলাৰ সমুখ পালেহি। এইবাৰ সি সাহসেৰে গেটখন খুলি ভিতৰত প্ৰৱেশ কৰিলে।

গেট খোলা শব্দ পাই ভুটীয়া কুকুৰ এটাই ভেউ ভেউকৈ একেবাৰে তাৰ কাষ পালেহি। তাৰ কণ্ঠৰে নিগৰি অহা ভয়াল ভেউ ভেউ শব্দৰে জীতেনক বুজাব খুজিলে যে আৰু এখোজ আগুৱালে সি তাক কামুৰি শেষ কৰি দিব। জীতেনে ভয় নকৰিলে। অলপ আঁতৰত বন্দুক টোৱাই চিকাৰীৰ দৰে ভৰি মেলি বহি থকা ভুটীয়া কুকুৰটোলৈ সি ডালিমিয়া বিস্কুট দুখন দলিয়াই দিলে। দোকানীৰ কথা সচাঁ। বিস্কুট পাই ভুটীয়াৰ ভেউ ভেউ বন্ধ হ'ল। সি জীতেনৰ ওচৰত বশ হৈ যোৱা ভাবত নেজ জোকাৰি জোকাৰি বিস্কুট খাবলৈ ধৰিলে। এই সুযোগতে জীতেনে বাৰান্দাত থিয় হৈ কলিং বেলৰ বুটাম টিপি দিলে। খন্তেক পিছতে দুৱাৰ খোলাৰ শব্দ হ'ল।

: কাক বিচাৰিছে? দুৱাৰ খুলি দিয়া গাভৰু ছোৱালীজনীয়ে জীতেনৰ মুখলৈ চাই হাঁহো হাঁহো ভাবেৰে প্ৰশ্ন কৰিলে।

পায়জামা কুৰ্তা পিন্ধি বৰ কটা চুলিৰে ল'ৰাৰ দেখীয়া হৈ থকা গাভৰুজনীৰ মুখলৈ চাই জীতেনে বিনয়েৰে কলে, মই ডিৰেক্টৰ প্ৰশান্ত শইকীয়া চাহাবক লগ পাবলৈ আহিছো।

ছোৱালীজনীয়ে কলে,—বহক, মই পাপাক আপুনি অহা খবৰটো দিওঁ।

ছোৱালীজনীয়ে খোজত নাচোনৰ ভঙ্গিমা তুলি ভিতৰলৈ সোমাই গ'ল। টাইট পায়জামাৰ চেপাত সুস্পষ্ট হৈ উঠা তাইৰ দেহৰ বিভিন্ন অংশৰ কঁপনিবোৰ জীতেনৰ চকুৰ সমুখত বহুত সময়লৈ নাচি থাকিল।

জীতেন ওচৰৰ চোফাতে বহিল। কোমল চোফাখনত বহি জীতেনে ড্ৰইং ৰুমটোৰ চাৰিওফালে চকু ঘূৰালে। বৰ ধুনীয়াকৈ সজাই ৰাখিছে আহল-বহল কোঠালীটো। চিকমিকাই থকা ফাৰ্ণিচাৰবোৰ দেখিলেই বুজিব পাৰি যে এইবোৰৰ দাম বহুত হ'ব।

ভিতৰৰ পৰা ড্ৰইং ৰুমৰ ফালে মানুহ আহি থকা শব্দ পাই জীতেন সচেষ্ট হ'ল। বোধহয় শইকীয়া চাহাব আহিল। সি বহাৰ পৰা উঠি নমস্কাৰ জনাবলৈ সাজু হ'ল। মানুহ এজন সোমাই আহিল।

: নমস্কাৰ চাৰ।

: অ' আপুনি চাহাবক বিচাৰি আহিছে নেকি? মানুহজনে ক'লে—তেওঁ ভিতৰতে আছে। মই তেওঁৰ ড্ৰাইভাৰ হে।

ড্ৰাইভাৰজন ওলাই গ'ল।

ধেৎতেৰি! চাৰ বুলিবলৈ আৰু মানুহ নেপালে! জীতেনে মনতে কলে—আজিকালি চাহাব–ড্ৰাইভাৰ কোনজন চেহেৰা দেখি চিনিবা কেনেকৈ? কেতিয়াবা ড্ৰাইভাৰৰ ষ্টাইল চাহাবতকৈ এখোপ

চলাহে হয়। দেউতাইঁতৰ অফিচৰ ড্ৰাইভাৰজনে হেনো চৰকাৰী গাড়ীৰ পেট্ৰোল বেচি দিনে দহ-পোন্ধৰ টকা উপাৰ্জন কৰে। দেউতাকে কেতিয়াবা আক্ষেপ কৰি কৈছিল : কেৰানীগিৰি কৰাতকৈ ড্ৰাইভাৰ হোৱাহেঁতেন তহঁতক হুসাজ সুখেৰে খুৱাব পাৰিলোহেঁতেন। বোপা, পাৰিলে একেবাৰে ডাঙৰ মানুহ, নোৱাৰিলে একেবাৰে সৰু মানুহ হৈ চলিবলৈ চেষ্টা কৰ। সুখী হব পাৰিবি। কিন্তু চেষ্টা কৰিলেই যদি ডাঙৰ মানুহ হব পৰা গ'লহেঁতেন তেন্তে তাৰ লগত একেলগে পঢ়ি দুবাৰ বি-এ ফেল কৰা উপমন্ত্ৰী বৰা ডাঙৰীয়াৰ বৰপুত্ৰ অনুপম বৰাই চাহ বাগিছাৰ মেনেজাৰৰ চাকৰিৰ চেষ্টা নকৰাকৈ কাহানিও নেপালে-হেঁতেন। ডাঙৰ মানুহ হব নোৱাৰি দেউতাকে কোৱা মতে সি একেবাৰে সৰু মানুহ হৈ সুখৰ জীৱন যাপন কৰাৰ চেষ্টা চলাব পৰা নাই। বি-এ পাছ কৰাৰ পিছত ৰাস্তাৰ "বেংকুলি" হবলৈ যায় কেনেকৈ ? সেয়ে দেউতাৰ দৰে মাখিমৰা কেৰাণীৰ চাকৰি এটিকে সি এতিয়া বিচাৰি ফুৰিছে। যেনেকৈ নহওক কিয়, চাকৰি এটা তাক লাগে। সৰু ভায়েকক অন্য হব নোৱাৰিলেও কেৰাণী কৰিবলৈ পঢ়ুৱাই বি-এ পাছ কৰাব লাগে। তাৰ এতিয়া বহুত দায়িত্ব। পেঞ্চনাৰ দেউতাকৰ বৃদ্ধ বয়সত আৰু কষ্ট দিয়াৰ সাহস নাই জীতেনৰ।

: কি হ'ল আপোনাৰ ?

সমুখত থিয় হৈ পাইপ হুপি থকা আদহীয়া মানুহ এজনৰ গম্ভীৰ মাত শুনি টৌপনিৰ পৰা চকামকাকৈ সাৰ পোৱাৰ দৰে চিন্তাৰ সোঁতত বাধা পাই জীতেন বহাৰ পৰা থিয় হ'ল। সি খৰ খেদাকৈ কবলৈ বিচাৰিলে।

: মই মই প্ৰশান্ত শইকীয়াক।··

: ময়েই প্ৰশান্ত শইকীয়া। কওক কি কবলগীয়া আছে আপোনাৰ ?

শইকীয়াই আৰামী চকীখনত বহি ললে। জীতেন থিয় হৈ ৰ'ল।

সি হাতযোৰ কৰি শইকীয়াৰ পিনে চাই অতি বিনয়ৰ সুৰত কলে—চাৰ, মোৰ নাম শ্ৰীজীতেন চন্দ্ৰ বৈৰাগী। দেউতাৰ নাম শ্ৰীসুখময় বৈৰাগী। দেউতাই চাকৰী কৰিছিলে। তেওঁ দুবছৰ আগেয়ে চাকৰিৰ পৰা অৱসৰ ললে। দেউতাই ৰিটায়াৰ্ড কৰা বছৰতে মই বি-এ পাছ কৰি চাকৰি বিচাৰি ফুৰিছো। এতিয়ালৈ ক'তো একো সুবিধা কৰিব পৰা নাই। জানেই চাৰ যে ৰিটায়াৰ্ড হোৱা মানুহবোৰ কৰ্ম্মহীন বৃদ্ধ গাধৰ দৰে চিঞৰ-বাখৰ কৰি থাকে। দেউতাই মই নিবনুৱা হৈ বহি থাকিবলগীয়া হোৱাত অবিৰাম গালি-গালাজ কৰি থাকে। আনফালে পেঞ্চনৰ টকাৰে আমাৰ ঘৰ নচলাত অৱস্থা পানীত হাঁহ নচৰাৰ দৰে হৈছে।

একে উশাহতে তৃতীয় শ্ৰেণীৰ ছাত্ৰই বেত লৈ থকা পণ্ডিতৰ সমুখত পদ্য মুখস্থ মতা দি জীতেনে কথাখিনি কলে।

: মই কি কৰিব লাগে? প্ৰশান্ত শইকীয়াই গম্ভীৰ মাতেৰে সুধিলে।

: আপোনাৰ অফিচতে লৱাৰ ডিভিজন এচিষ্টেণ্টৰ চাকৰি ওলাইছে বুলি গম পাইছো চাৰ। এমপ্লয়মেণ্ট একচেঞ্জৰ পৰা মোৰ নামটো ডিমাণ্ড-লিষ্টত ভৰ্ত্তি হৈ যোৱাৰ পিছত আপোনাৰ অফিচৰ পৰা ইণ্টাৰভিউ লেটাৰ পাইছো। সেয়ে আপোনাক মই পাৰচনেলি দেখা কৰিবলৈ আহিলো। পোষ্ট এটি মোক যেনে তেনে দিয়ক চাৰ।

আৰামেৰে আৰামী চকীত বহি পাইপ হুপি থকা ডিৰেক্টৰ প্ৰশান্ত শইকীয়াই জীতেনৰ বক্তব্য মনোযোগেৰে শুনাৰ পিছত বিৰক্তিৰে নিজকে কোৱা দি কলে—

: চাকৰি! চাকৰি! ৰাতিপুৱাৰ পৰা দিনটোলৈ মানুহৰ আমনি কিমান সহ্য কৰিবা? আই এম টায়াৰ্ড।

: মই বৰ নিৰুপায়ত পৰিহে আপোনাৰ কাষলৈ আহিছো চাৰ। জীতেনে অসহায় ভাৱত কলে।

: বুজিছো, শইকীয়াই কলে, কিন্তু খাটাং কথা চাকৰি দিব মই নোৱাৰিম। দুটা পোষ্টৰ বাবে বৰ বৰ লোকৰ পৰা আৰম্ভ কৰি ঘটিৰাম-বাতিৰাম সকলোৱে মোৰ পিছত লাগিছে। আপুনি যাব পাৰে।

শইকীয়া বহাৰ পৰা উঠিল।

: আমাৰ অৱস্থা বৰ শোচনীয় হৈ পৰিছে। সেয়ে চাৰ!

জীতেনৰ কথা শেষ হবলৈ নৌপাওঁতে শইকীয়া চাহাবে অচিনাকি মানুহ দেখিলে কামুৰিবলৈ খেদি অহা তেওঁৰ ভুটীয়া কুকুৰটোৰ দৰে গৰ্জি উঠিল,—কৈছো নহয় নোৱাৰিম বুলি। ইউ মে গো নাও।

শইকীয়া চাহাবৰ কঠোৰ আদেশৰ পিছতো জীতেনে কাঠ-পুতলাৰ দৰে তেওঁৰ সমুখত থিয় হৈ থাকিল। সি তাৰ পিছ মূৰত বাওঁহাতখন দি খজুৱাবলৈ ধৰোঁতে দেউতাকৰ কথা এষাৰ সাউতকৈ মনলৈ আহিল। দেউতাকে শইকীয়া চাহাবৰ ঘৰলৈ আহিবৰ সময়ত তাক কৈছিল—

: বোপা, ঘোঁচ নিদিলে আজিকালি কোনো কাম সিদ্ধ নহয়। যদি প্ৰয়োজন হয় তই ডিৰেক্টৰ শইকীয়াক অলপ যাচিবিচোন।

জীতেনে শইকীয়া চাহাবৰ মুখলৈ চাই হাঁহিবলৈ যত্ন কৰি কলে, —চাৰ! দেউতাই কৈছিল যে মোক যদি আপুনি চাকৰিটো দিয়ে তেনেহলে আপোনাৰ প্ৰাপ্য ধন তেওঁ আপোনাৰ ঘৰলৈ আহি দি যাবহি।

প্ৰাপ্যধন? শইকীয়াৰ মুখখন উজ্জল হৈ উঠিল।

: কিমান দিব?

জীতেনে সাহস পাই তৎক্ষণাৎ উত্তৰ দিলে,—সাতশ-আঠশ অথবা তাতোকৈ আৰু অলপ বেছি।

বিস্কুট খাবলৈ পোৱা খঙাল ভুটীয়া কুকুৰটোৱে শান্ত হৈ তাৰ মুখলৈ চাই নেজ জোকাৰি থকাৰ দৰে পইচাৰ নাম শুনি শইকীয়া চাহাবৰ মুখৰ পৰা খং, বিৰক্তি সকলো নিমিষতে আঁতৰি গৈ শান্ত,

উজ্জ্বল হৈ উঠিল। তেওঁ মৰমসনা মাতেৰে জীতেনৰ মুখলৈ চাই ক'লে—তুমি ববকৈ ধৰিছা যেতিয়া পোষ্ট এটি তোমাকেই দিম বাক। চাকৰি পোৱাৰ পিছত মোৰ ঘৰলৈ আহি দিওঁ বোলা এমাউণ্টটো দিবলৈ পাহৰি নেযাবা কিন্তু।

জীতেনে—"নেপাহৰোঁ চাৰ, নিশ্চয় নেপাহৰোঁ" বুলি দীঘলকৈ এটি নমস্কাৰ জনাই বিজয়ীৰ দৰে বাহিৰলৈ ওলাই আহিল। পৰ্টিকৰ পকাত এতিয়াও বহি আছে ভুটীয়া কুকুৰটো। জীতেনে তালৈ কেৰাহীকৈ চালে। কুকুৰটোৱে তাক দেখা পাই ভৰি দুখন আগলৈ মেলি দি নেজ জোকাৰিবলৈ ধৰিলে। তাক বোধহয় আৰু বিস্কুট লাগে। সি বিৰক্তিৰ সুৰত 'ছেই' বুলি কৈ আলিবাট পালেহি। ষ্টেছনাৰী দোকানখনৰ সমুখ পাওঁতে দোকানীজনে তাক দেখা পাই সুধিলে,—হেৰি, কুকুৰটোৱে কামুৰিবলৈ খেদি আহিছিল নে?

জীতেনে অৰ্থপূৰ্ণ হাঁহি এটি মাৰি কলে,—বুজিছে, এটি নহয়, দুটি কুকুৰে কামুৰিবলৈ খেদি আহিছিল।

: কামুৰিলে নে?

: নোৱাৰিলে। কামুৰিবলৈ খেদি অহাৰ লগে লগে এটাক আপুনি দিয়া ডালিমিয়া বিস্কুট দুখন খাবলৈ দি বশ কৰিলো আৰু আনটোক দেউতাৰ পেঞ্চন-গ্ৰেচিউটিৰ এটি অংশ দিম বুলি প্ৰতিশ্ৰুতি দি ঠাণ্ডা কৰিলো। দুয়োটা কুকুৰ ভালদৰে বশ হৈ গ'ল।

কথাখিনি কৈ মনৰ আনন্দত জীতেনে সশব্দে হাঁহিবলৈ ধৰিলে। তাৰ কথাখিনি বুজা-নুবুজাৰ দোমোজাত বৈ থকা দোকানীজনেও জীতেনৰ লগত সুৰ মিলাই শব্দ কৰি হাঁহিবলৈ ধৰিলে।

———

## সমাজ বিৰোধী লোক

* * * * * * * * * *

—ভগবান শৰ্মা

ক্ষীণকৈ মানুহজন। মূৰৰ চুলি দুই এডাল পকিছে। পিন্ধনত চুৰিয়া আৰু আঠুলৈকে পৰা পঞ্জাবী চোলা। ভৰিত এযোৰ উৰলি যোৱা, ধূলি মাকতিৰে বিবৰ্ণ চামৰাৰ চেন্দেল। চকুত চশমা। চশমাৰ গ্লাছৰ মাজেদি চকুহালৰ দৃষ্টি অত্যন্ত তীব্ৰ, সতেজ।

মানুহজনক যথাৰীতি পৰীক্ষা কৰিলোঁ। উচ্চ ৰক্তচাপত আক্ৰান্ত হৈছে। এদিন হেনো অজ্ঞান হৈ পৰি গৈছিল।

'আপুনি জিৰণি লব লাগিব।'

'জিৰণি?' মানুহজনৰ মুখত শেঁতা হাঁহি এটা বিৰিঙি উঠিল। 'জিৰণি লবলৈ মোৰ সময় ক'ত ডাক্তৰ? ইমানবোৰ কাম পৰি আছে।'

'আপুনি কি কাম কৰে বাৰু?'

'কাম মানে '

পূৰ্ণানন্দ ব্ৰহ্মৰ লগত সেয়াই মোৰ প্ৰথম পৰিচয়। তেওঁৰ নামটোৰ সতে মোৰ আগৰে পৰাই চিনাকী আছে। কাৰণ সেই নামটোৱেই স্মৰণ কৰাই দিয়ে এক সুদীৰ্ঘ ইতিহাস। সেইদিনা

আচৰিত হৈ ভাবিছিলোঁ এই ক্ষীণ দেহটোৰ ভিতৰত ক'ত বাক এই দুৰ্ব্বাৰ শক্তি লুকাই আছে ?

প্ৰতিদিনে বহুতো ৰোগীক লগ পাওঁ। দেহ মনৰ হেজাৰটো অসুবিধাৰ কথা তেওঁলোকে পৰম বিশ্বাসেৰে আমাৰ আগত বিবৃত কৰেহি। বহুতো লোকৰ ৰোগ-শোক-দুখ-যন্ত্ৰণাৰ লগত জড়িত হৈ পৰোঁ। অন্য কথা চিন্তা কৰাৰ বিশেষ অৱসৰ নেথাকে। পূৰ্ণানন্দ ব্ৰহ্মক লগ পোৱাৰ স্মৃতিও লাহে লাহে মোৰ মনৰ মাজৰ পৰা নাইকিয়া হৈ গ'ল।

চহৰৰ উপকণ্ঠত বন্ধু এজনৰ ঘৰলৈ গৈ উভতি আহিবলৈ চিটি বাছৰ কাৰণে ৰৈ আছিলোঁ। যথেষ্ট সময় এনেয়ে থিয় হৈ থাকিবলগীয়া হোৱা বাবে কিবাকিবি চিন্তা কৰি অন্যমনস্ক হৈ পৰিছিলোঁ। এনেতে পিঠিত মৃদুহাতৰ পৰশ এটা অনুভৱ কৰি উভতি চাই দেখিলোঁ পূৰ্ণানন্দ ব্ৰহ্ম। মুখত মিচিকিয়া হাঁহি এটা বিৰিঙাই তেওঁ সুধিলে 'কি খবৰ ডাক্তৰ ? কেনি আহিছিলা ?'

তেওঁক লগ পাই মই সঁচাকৈয়ে আনন্দিত হলোঁ। সাধাৰণভাৱে বাক্য বিনিময় কৰাৰ পিছত সুধিলোঁ—'আপোনাৰ অসুখটো কেনে-কুৱা পাইছে ?'

মিচিকিয়াই হাঁহি তেওঁ কলে—অসুখৰ কথা মই বেছি চিন্তা নকৰো বুইছা। অসুখে মোক নিয়ন্ত্ৰণ কৰিলে কেনেকৈ হ'ব ? অসুখকহে মই নিয়ন্ত্ৰণ কৰিব লাগিব।

কথাকেইটা ধেমালিৰ সুৰত কোৱা হলেও মানুহজনৰ মনোবলে মোক আচৰিত কৰিছিল।

ইয়াৰ পিছত বহুদিনলৈ পূৰ্ণানন্দ ব্ৰহ্মক লগ পোৱা নাছিলোঁ। অৱশ্যে কাগজে পত্ৰই তেওঁৰ কিছু-কিছু খা-খবৰ পাই আছিলোঁ। ধৰ্ম্মঘট, মিছিল, ট্ৰেড-ইউনিয়ন ইত্যাদিত লাগি থকাৰ কথা অথবা ৰাজহুৱা সভাত বক্তৃতা দিয়াৰ বাতৰি। মানুহজনৰ লগত চা-চিনাকী হোৱাৰ আগতে তেওঁৰ বিষয়ে পঢ়ি বা লোকৰ মুখৰ পৰা শুনি পূৰ্ণানন্দ

ব্ৰহ্মৰ প্ৰতি মোৰ মনত যুগপৎ শ্ৰদ্ধা আৰু বিস্ময়ৰ সৃষ্টি হৈছিল। তেওঁক লগ পোৱাৰ পিছত মোৰ সেই অনুভূতি গভীৰ হৈছিল। শোষণ-দুৰ্নীতি চোৰাংবজাৰৰ এই জঘন্য পৰিবেশত পূৰ্ণানন্দ ব্ৰহ্ম যেন মোৰ বিবেকৰ সমুখত আবিৰ্ভাৱ হৈছিল এক উজ্জ্বল আলোক-স্তম্ভৰ দৰে।

পূৰ্ণানন্দ ব্ৰহ্মৰ সতে মোৰ পৰবৰ্ত্তী সাক্ষাত হৈছিল বহুদিনৰ পিছত তেনেই আকস্মিকভাৱে। চহৰৰ দাঁতি কাষৰীয়া আওহতীয়া অঞ্চল এটাৰ পৰা মই ৰোগী চাই উভতি আহিছিলোঁ। হঠাতেই সম্মুখৰ পৰা চাইকেল এখনত উঠি তেওঁক আহি থকা দেখি মই মোৰ চাইকেলখনৰ পৰা নামি পৰিলোঁ। মোক দেখি তেৰোঁ বৈ গ'ল।

পূৰ্ণানন্দ ব্ৰহ্মৰ বেশবাস আগৰ দৰেই আছিল। মাথোন তেওঁৰ দীঘলীয়া পঞ্জাবী চোলাটোৰ কান্ধৰ ফালে দুই-এঠাইত ফিচিকিছিল। তেওঁৰ ঘৰ্ম্মাক্ত মুখমণ্ডলত কেবাদিনো নুখুৰোৱা কেঁচা-পকা দাড়িবোৰ বাঢি আহিছিল। মূৰৰ চুলিখিনি অবিন্যস্ত। প্ৰথম দৃষ্টিত তেওঁক চিন্তিত, উৎকণ্ঠিত যেন লাগিছিল। কিন্তু মুহূৰ্ত্তৰ ভিতৰতে তেওঁৰ মুখত তেওঁৰ নিত্য বিৰাজমান মিচিকিয়া হাঁহিটো ফুটাই তুলিছিল।

পাৰস্পৰিক কুশল-বাৰ্ত্তা বিনিময়ৰ পিছত পূৰ্ণানন্দ ব্ৰহ্মাই কৈছিল—'আমাৰ পাৰ্টিৰ বহুতো মানুহক পুলিচে ধৰি নিছে। বৰ জুলুম হৈছে। সৰহভাগেই কাৰখানাৰ শ্ৰমিক। সামান্য আয়। পৰিয়াল-বোৰৰ অৱস্থা শোচনীয় হৈ পৰিছে।'

তেওঁৰ কথাখিনি বুজি পোৱাত মোৰ অসুবিধা নহল। আমাৰ দেশত এইটো এটা তেনেই সাধাৰণ কথা। বিভিন্ন সময়ত বিশেষকৈ নিৰ্ব্বাচনৰ আগমুহূৰ্ত্তত ৰাজনৈতিক বিৰোধিতা নিৰ্মূল কৰাটো শাসকসকলৰ এটা পৰিচিত কৌশল। এইধৰণৰ মুক্ত-গণতন্ত্ৰতেই বেলট-বাকচ পুলিচ-মিলিটেৰীৰ হাতত অৰ্পণ কৰি নিৰ্ব্বাচন নামৰ প্ৰহসন কিছুমানো অনুষ্ঠিত কৰা হয়।

'সাহায্যৰ কামত ঘুৰি ফুৰিবলগীয়া হৈছে। মানুহবোৰৰ মনোবল

ভাঙি যাবলৈ দিব নোৱাৰি। বিপদগ্ৰস্ত পৰিয়ালবোৰৰ ভৰণ-পোষণৰ সকলো দায়িত্ব আমাৰ।'

তেওঁ আৰু বহুতো কথা কৈছিল। অলপতে হৈ যোৱা বৃহৎ শ্ৰমিক-আন্দোলনৰ কথা। পশ্চাৎঘাতী শক্তিৰ টনা-আজোৰাৰ কথা। আন্দোলনটোৱে আনি দিয়া বিৰাট সাফল্যৰ কথা।

মই মুগ্ধদৃষ্টিৰে পূৰ্ণানন্দ ব্ৰহ্মৰ ফালে চাই ভাবিছিলোঁ। মোৰ দেউতাৰ বয়সৰ এই মানুহজন, উচ্চ ৰক্তচাপত আক্ৰান্ত এই মানুহজন— তেওঁৰ জিৰণি নাই। দৰিদ্ৰ, নিপীড়িত জনগণৰ কামত তেওঁ প্ৰতি মুহূৰ্ত্ততে সীমাহীন ব্যস্ততাৰে ঘুৰি ফুৰিছে। থকা খোৱাৰ কোনো ঠিকনা নাই। হয়তো বহুদিন ধৰি তেওঁ ভালকৈ টোপনিও মাৰিব পৰা নাই।

মোৰ পেণ্টৰ জেপৰ পৰা সিদিনাৰ যৎসামান্য আৰ্জ্জনখিনি উলিয়াই পূৰ্ণানন্দ ব্ৰহ্মলৈ আগবঢ়াই কলোঁ—'এয়া লওক। আপোনালোকৰ সাহায্য-অভিযানৰ কিবা কামত আহিলেই নিজকে ধন্য মানিম।'

পূৰ্ণানন্দ ব্ৰহ্ম যেন উচপ খাই উঠিল 'নাই, নাই, তুমি কেলেই, তুমি কেলেই

'মই একোকেই কৰিব পৰা নাই। হয়তো মই কোনোদিনেই আপোনালোকৰ কাষত থিয় দিব নোৱাৰিমগৈ। তথাপিও শুভেচ্ছা যচাৰ অধিকাৰ জানো মোৰ নাই ?'

তেওঁ এইবাৰ বিশেষ আপত্তি নকৰাকৈয়ে মোৰ হাতৰপৰা টকাখিনি ললে। দুই-এষাৰ কথা পতাৰ পিছত মোৰ-পৰা বিদায় লৈ চাইকেল চলাই তেওঁ গুচি গ'ল।

এক নিৰবধি নদীৰ দৰে সময় বৈ যায়। সমাজ, ইতিহাস দ্ৰুতগতিত পৰিবৰ্ত্তিত হয়।

ভাৰতবৰ্ষৰ স্বাধীনতাৰ সময়ৰ বগুচণ্ডীয়া পোহৰবোৰ এসময়ত শূন্যত মিলি যায়। আঘাতৰ পিছত আঘাত সহ্য কৰি নিষ্পেষিত মানুহে প্ৰকৃত সত্যক উপলব্ধি কৰিবলৈ শিকে।

চৌদিশে প্ৰতিবাদৰ দীপ্তকণ্ঠ মুখৰ হৈ উঠে। জনতাৰ কণ্ঠত প্ৰতিধ্বনিত হয় কিছুমান অভিনৱ দাবী। উচ্চাৰিত হয় বিপথগামী নেতৃত্বৰ প্ৰতি কঠোৰ সতৰ্কবাণী। লগে লগে আছে শাসক চক্ৰৰ নিৰ্ম্মম নিষ্পেষণ—পুলিচ মিলিটেৰীৰ তাণ্ডৱ।

এই সময়তে বাতৰিকাকতবোৰত সঘনাই পঢ়িবলৈ পোৱা এবাৰ কথা হ'ল সমাজ-বিৰোধী লোক আৰু তেওঁলোকৰ কাৰ্য্যকলাপৰ বিতং বিৱৰণ।

হঠাতেই এদিনাখন এটা বিশেষ বাতৰিয়ে মোৰ দৃষ্টি আকৰ্ষণ কৰিলে। সতৰ্কতামূলক ব্যৱস্থা হিচাবে সমগ্ৰ দেশতে থকা সমাজ-বিৰোধী লোকসকল আটক কৰা হৈছে। স্থানীয় বাতৰি কাকতখনত আমাৰ এই অঞ্চলত তেনেদৰে গ্ৰেপ্তাৰ হোৱা লোকসকলৰ তালিকা এখনো প্ৰকাশ কৰা হৈছে। তালিকাখনত প্ৰথম নামটো আছিল পূৰ্ণানন্দ ব্ৰহ্মৰ।

বাতৰিটো পঢ়ি মই হতভম্ব হলো। পূৰ্ণানন্দ ব্ৰহ্ম সমাজবিৰোধী লোক? মানুহজনৰ খবৰ কৰিবলৈ ততাতৈয়াকৈ মই জিলা কাৰাগাৰ পালোগৈ। ব্ৰহ্ম তাত আছে হয়, কিন্তু কাকো সাক্ষাত কৰিবলৈ অনুমতি নিদিয়ে। অগত্যা উভতি আহিলোঁ। মনটো অশান্ত হৈ পৰিল।

পূৰ্ণানন্দ ব্ৰহ্মৰ কৰ্ম্মবহুল জীৱনৰ একো একোটা অধ্যায় কিতাপৰ পাতৰ দৰে এখিলা এখিলাকৈ যেন মোৰ চকুৰ সন্মুখত উপস্থিত হ'ল।

নিম্ন মধ্যবিত্ত পৰিয়ালৰ ল'ৰা পূৰ্ণানন্দ ব্ৰহ্মই কলেজত পঢ়ি থকাৰ সময়তে এদিন অনুভৱ কৰিলে উপনিবেশিকতা, সাম্ৰাজ্যবাদ আৰু পুঁজিবাদৰ বিৰুদ্ধে সৰ্ব্বহাৰাসকলক একত্ৰিত কৰিব লাগিব। আৰু সৰ্ব্বহাৰাৰ মুক্তি সংগ্ৰামত নিজৰ জীৱন উৎসৰ্গা কৰাটোৱেই তেওঁৰ একমাত্ৰ লক্ষ্য হ'ব।

তেওঁ কলেজ এৰিলে আৰু কৃষক-শ্ৰমিকসকলৰ সংগঠনত সৰ্ব্বান্তঃ-

কৰণে কাম কৰিবলৈ আৰম্ভ কৰিলে। সাম্ৰাজ্যবাদী শাসকৰ চকুত তেওঁ হৈ পৰিল এক বিভীষিকাস্বৰূপ।

কাৰাগাৰৰ কঠোৰ দেৱালৰ ভিতৰত নষ্ট হ'ল তেওঁৰ জীৱনৰ বহুতো মূল্যৱান সময়

আত্মগোপনৰ সময় আহিল এটা সময়ত সেয়া শেষ হ'ল যদিও পদে পদে আবিৰ্ভাৱ হ'ল তীব্ৰ প্ৰতিৰোধ, বাধা-বিঘিনি। এইবোৰৰ মাজতেই চলি থাকিল তেওঁৰ অফুৰন্ত সংগ্ৰাম, ক্ষীণ দেহাবয়বৰ এই মানুহজনে অকণো জিৰণি নোহোৱাকৈ ঘুৰি ফুৰিবলৈ ধৰিলে।

পূৰ্ণানন্দ ব্ৰহ্ম এজন ভাল লিখক। অৱশ্যে লিখাৰ কাৰণে চৰকাৰৰ পুৰস্কাৰ তেওঁ পোৱা নাই। সেয়া তেওঁ কাহানিও নিবিচাৰেও। তেওঁৰ লিখা সংগ্ৰামী মানুহৰ অতিকৈ চেনেহৰ বস্তু।

পূৰ্ণানন্দ ব্ৰহ্ম এজন সুগায়ক। তেওঁ নিজে গীত লিখি তাত সুৰ সংযোজনা কৰে। অ নাতাৰত ব্ৰহ্মৰ কণ্ঠস্বৰ শুনিবলৈ পোৱা নেযায়। কিন্তু ডিঙিত হাৰমোনিয়ামটো বান্ধি লৈ এক সুদীৰ্ঘ সমদলৰ সতে বাটে-বাটে জনতাক সজাগ কৰিবলৈ তেওঁ গীত গাই ঘুৰি ফুৰাটো এটা সুপৰিচিত দৃশ্য।

পূৰ্ণানন্দ ব্ৰহ্মৰ আগবয়সৰ কাম-কাজবোৰ আমাৰ চামৰ কাৰণে এতিয়া মাথোন কাহিনী। অথচ এই বয়সতো তেওঁ সক্ৰিয়। সংগ্ৰামৰ শেষ নাই। সৰ্বহাৰাৰ মুক্তি নোহোৱালৈকে জিৰণিৰ সময় নাই।

হস্পিতালৰ চৌহদত বহুতো মানুহ। মানুহৰ ভীৰ ঠেলি ঠেলি মই লাহে লাহে আগবাঢ়ি গলোঁ।

বিছনাত পূৰ্ণানন্দ ব্ৰহ্ম নিতাল মাৰি শুই আছে। বগা ব্লেংকেট-খনেৰে তেওঁৰ ডিঙিলৈকে ঢাকি থোৱা আছে। ইনট্ৰাভেনাচ ইনফিউশ্যনৰ বটলটোৰ পৰা জুলীয়া পদাৰ্থৰ সোঁত নিয়মিত গতিত চলি আছে। অক্সিজেনৰ চিলিণ্ডাৰটো বিছনাৰ কাষতে সাজু কৰি থোৱা আছে।

মানুহজনে জ্ঞান পোৱা নাই। পাল্‌চ্‌ আৰু ব্লাডপ্ৰেছাৰৰ অৱস্থা ক্ৰমাৎ বেয়াৰ ফাললৈ গতি কৰিছে।

পৰহি নিশা কেজুৱেলিটি বিভাগলৈ লৈ অনা হৈছিল পূৰ্ণানন্দ ব্ৰহ্মক। এম্বুলেন্সখনৰ পৰা ষ্ট্ৰেচাৰেৰে কঢ়িয়াই অনা মানুহজনক প্ৰথমতে মই চিনিবই পৰা নাছিলোঁ। মাথোন এমাহৰ কাৰাবাসেই মানুহজনক কঙ্কালসাৰ কৰি তুলিছিল।

লগে লগে চিকিৎসা আৰম্ভ কৰা হৈছিল। সম্ভৱপৰ সকলো উপায়ে পৰীক্ষা কৰাৰ পিছত ডায়েগ্‌নচিচ্‌ কৰা হৈছিল—চেৰিব্ৰেল্‌ হেমোৰেজ্‌---মগজুৰ ৰক্তক্ষৰণ। তেতিয়াৰে পৰা তেওঁৰ জ্ঞান অহানাই।

পূৰ্ণানন্দ ব্ৰহ্মৰ ওচৰলৈ গৈ আকৌ এবাৰ তেওঁক যথাৰীতি পৰীক্ষা কৰিলোঁ। নাৰ্ছক প্ৰয়োজনীয় নিৰ্দ্দেশ দিলোঁ। মানুহজনৰ ভাবলেশহীন মুখখনলৈ চাই থাকোঁতে মোৰ মনৰ মাজত প্ৰশ্ন হ'ল এই মানুহজন বাচিবনে? চেষ্টাৰতো কোনো ক্ৰুটি হোৱা নাই। কিন্তু কিবা এটা কৰিবলৈ আমাৰ এই হস্পিতালত সা-সুবিধাই বা আছে কিমান? বহুতো সফল সংগ্ৰামৰ দুৰ্দ্ধৰ্ষ নায়ক, জীৰ্ণ-শীৰ্ণ চেহেৰাৰ এই মানুহজনে আকৌ জনতাৰ মুক্তিৰ সংগ্ৰামক নেতৃত্ব দিবলৈ আগবাঢ়ি যাবলৈ সক্ষম হ'বনে? চৰকাৰীভাবে সমাজ-বিৰোধী লোক বুলি চিহ্নিত হৈ সীমাহীন অত্যাচাৰ উৎপীড়ন ভোগ কৰা এই মানুহজন জীয়াই থাকিবনে?

হঠাতেই মোৰ অনুভৱ হ'ল মোৰ বুকুৰ ভিতৰৰ পৰা কিবা এটা যেন ওপৰলৈ উঠি আহিছে। আৰু সংযমৰ সীমা অতিক্ৰম কৰি চকুহাল সেমেকি উঠিব খুজিছে।

ধীৰ খোজেৰে মই ৱাৰ্ডৰ পৰা ওলাই আহিলোঁ।

বাহিৰলৈ আহিয়েই দেখিলোঁ অসংখ্য মানুহ। যোৱা তিনিদিন ধৰি মই এওঁলোকক দেখিছোঁ। সকলো সময়তে মোক আৰু হস্পিতালৰ ষ্টাফৰ অন্যান্য মানুহক উৎকণ্ঠিত প্ৰশ্ন কৰিছে—কেনে আছে, তেখেত কেনে আছে?

মানুহৰ সংখ্যা একেইদিনত বাঢ়িয়েই আছে। সৰহভাগেই গাঁৱৰ পৰা অহা খেতিয়ক। দূৰ-দূৰণিৰ গাঁৱৰ পৰা বাইজ আহিছে। আঠুমূৰীয়া চুৰিয়া, ভিডিত ফুলাম গামোচা আৰু লগৰ টোপোলাত শীতৰ বাবে সামান্য কাপোৰ। হস্পিতালৰ বাৰান্দাতে তেওঁলোকে নিশা কটাই দিছে।

মই আগবাঢ়ি গলোঁ। মানুহবোৰৰ চকুত বেদনাৰ চকুপানী—ৱাৰ্ডৰ ভিতৰত অজ্ঞান হৈ পৰি থকা তেওঁলোকৰ অতিকৈ চেনেহৰ বন্ধুৰ বাবে। অথচ মুখাৱয়ৱ কঠিন। তাত প্ৰতিফলিত হৈছে তীব্ৰ প্ৰতিবাদ।

মানুহ—অসংখ্য মানুহ। দৰিদ্ৰ—নিপীড়িত মানুহ।

হঠাতেই অনুভৱ হ'ল পূৰ্ণানন্দ ব্ৰহ্ম বাচিব। তেওঁ মৰিব নোৱাৰে। এই মানুহবোৰৰ আন্তৰিক শুভকামনাই, এই মানুহবোৰৰ বেদনাৰ চকুপানীয়ে, এই মানুহবোৰৰ সংগ্ৰামী অনুভূতিয়ে পূৰ্ণানন্দ ব্ৰহ্মক জীয়াই ৰাখিব।

———

## পৰাজিত সৈনিকৰ হাত

* * * * * * * * * *

—পূৰবী তামূলী

অমল গৈ আছে।

অমলৰ আজি এটা কাম আছে। কোনো বিশেষ গুৰুত্বপূৰ্ণ কথা বা কাম নহয়। অমলৰ প্ৰথম কাম, ডি, চিৰ অফিচত অফিচ এচিচটেণ্টৰ এটা ইণ্টাৰভিউ আছে। ইণ্টাৰভিউৰ শেষ ত সি জবাক লগ ধৰিব লাগিব। তাৰ আজি জবাক লগ পাবলৈ বৰ মন গৈছে।

অমলৰ কামটো বৰ বিশেষ গুৰুত্বপূৰ্ণ এইবাবেই নহয় যে, সি জীৱনত বহুত ইণ্টাৰভিউৰ সমুখীন হৈছে। আৰু ইণ্টাৰভিউৰ সমুখীন হৈ হৈ তাৰ এনে এটা অৱস্থা হৈছেগৈ যে ইণ্টাৰভিউৰ কাৰণে কোনো ভয় নলগা হৈছেগৈ।

প্ৰথম ইণ্টাৰভিউ দিবলৈ গৈ অমলৰ কিন্তু ভয় লাগিছিল। ( আৰু তাৰ সেই ভয়টোৰ কথা ভাবিলে আজিকালি হাঁহি উঠে। ঠিক যেন কইনা হবলগীয়া ছোৱালীৰ ভয়, কি হব, কি নহব— এনে ধৰণৰ ) প্ৰথম ইণ্টাৰভিউটো আছিল ছোৱালী হাইস্কুল এখনৰ গ্ৰেজুৱেট টিচাৰ। সি সেইবাৰ ফিজিক্স, কেমিষ্ট্ৰি, মেথামেটিকচ লৈ

ডিষ্টিংশুন সহ বি. এচ. চি. পৰীক্ষা পাচ কৰিছিল। সেই সময়ত তাৰ সেই চাকৰিটো বৰ প্ৰয়োজনীয় আছিল, কাৰণ সেই সময়ত তাৰ দেউতাকৰ গাঁঠিবোৰত এটা বিষ হ'বলৈ আৰম্ভ কৰিছিল। ডাক্তৰে উপযুক্ত চিকিৎসা, ঔষধ, পথ্য ইত্যাদিৰ কথা কৈছিল। অমলে সেইবাৰ হাহাকাৰ কৰি এটা চাকৰি বিচাৰি ফুৰিছিল। ভনীয়েকে কলেজত পঢ়িবৰ কাৰণে টকা গোটাব নোৱাৰি দুদিনমান বিচনাত বাগৰি বাগৰি চকু ফুলাই কান্দিছিল। শেষত প্ৰাইভেট টিউশ্যন বিচাৰিবলৈ আৰম্ভ কৰি দিছিল।

তাৰ পিচত আৰু পাঁচবছৰ পাৰ হৈ গৈছে। অমল আৰু কেইটামান ইণ্টাৰভিউৰ সমুখীন হৈছে। দুবাৰমান টেম্পৰাৰী পষ্টত চাকৰি কৰিছে, প্ৰথমবাৰ ইণ্টাৰভিউ দিবলৈ যাওঁতে আৰম্ভ হোৱা তাৰ দেউতাকৰ গাঁঠিৰ বিষবোৰ বেচি হৈছে। বৰ্ত্তমানে অমলৰ দেউতাক শয্যাশায়ী, ঠাণ্ডা বেচিকৈ পৰিলে মানুহজন যন্ত্ৰণাত কেঁকাই থাকে। আৰু দেউতাকক দেখিলে অমলৰ খং উঠে। আচলতে খং উঠাটো অনুচিত কথা—কিন্তু অমলে জানে উপযুক্ত চিকিৎসা পাতি বা পথ্যেৰে সি যন্ত্ৰণাৰ পৰা কাহানিও দেউতাকক মুক্তি দিব নোৱাৰে।

অমল গৈ আছে। দহবজাৰ পৰা ইণ্টাৰভিউ। এতিয়া আঠ বাজিছে। ডি, চিৰ অফিচটো বৰ বিশেষ দূৰৈত কাৰণে সি ইমান সোনকালে ওলাই অহা নাই, কালি ৰাতিৰ পৰা বৰ বেচি ঠাণ্ডা পৰিছে—ডিচেম্বৰৰ মাজভাগ, কুঁৱলী আৰু ঠাণ্ডা পৰিবই, একো বিশেষ কথা নহয়। কিন্তু আচল কথাটো হ'ল—ঠাণ্ডাত অমলৰ দেউতাকৰ গাঁঠিৰ বিষ বেচি হৈছে। গাঁঠিৰ বিষ বেছি হোৱাত দেউতাকৰ কেঁকনি গোঁঠনিও বেছি হৈছে। মাজনীয়ে গৰম পানীৰে সেক দিছে, কিন্তু কমা নাই। ৰাতিৰ পৰা দেউতাকৰ শ্ৰুতিকটু চিঞৰ বাখৰ বোৰে অমলক আমনি দিছে। সেয়ে ৰাতিপুৱা শুই উঠি চাহকাপ খায়েই কালিয়েই বাজেনৰ পৰা ধাৰ কৰি অনা টকা পাচটা জেপত

লৈ অমল ওলাই আহিছে। আহিবৰ সময়ত মাজনীয়ে কৈছিল : ওলালিয়েই দেখোন, কৰবালৈ যাব নেকি ?

অমলৰ অনৰ্থক খং। খং মুঠিবনো কিয়, বাতি চকুৰ টিপ মাৰিব পৰা নাই। খং উঠাবে কথা। গোঙোৰা হৈ সি কৈছে "কিয়, কিবা হ'ল নেকি আকৌ। মাজনীয়ে তাৰ খঙলৈ কাণ দিয়া নাই। কৈছে : যোৱা বাতি দেউতাই বৰ কষ্ট পাইছে, কিবা এটা কৰিব পাৰ নেকি চাবিচোন—"

চুপচাপ অমল ঘৰৰ পৰা ওলাই আহিছে। চুপচাপ পদূলি পাৰ হৈছে। পদূলি পাৰ হবলৈ লওঁতে অমলে মাজনীৰ চিঞৰ শুনিছে "ককাইদেউ—অ' ককাইদেউ, চাহকাপ খাই যা—"

চাহ মানে কি চাহ অমলে জানে। এচামুচমান চাহপাত কেবাবাৰো সিজাই সিজাই সিহঁতে কালিৰে পৰা চাহ বুলি খাই আছে। আজিও সেয়ে, লগত কানভগা প্লেট এখনত আধা চামুচ গুৰবো আধা অংশ। সেই কাপ চাহৰ প্ৰতি অমলৰ বিশেষ কোনো টান বা আকৰ্ষণ নাই। গতিকেই, শুনিলে যদিও অমলে মাজনীৰ কথাৰ কোনো উত্তৰ নিদিলে। বা উলটিও নগল। কাৰণ, অমলে জানে উলটি গলেই সি দেউতাকৰ শ্ৰুতিকটু কেঁকনি গোঁঠনি শুনিব। মাকৰ চকুপানী আৰু মাজনীৰ কৰুণ মুখ দেখিব। মাজনীয়ে তাক দেখিলে ফটা চাদৰখনেৰেই গাটো ঢাকি ল'ব। চাদৰৰ তলত তাইৰ শতছিন্ন ব্লাউজ।

মাজনীয়ে কৰপৰা জানো, শতছিন্ন ব্লাউজটো বৰ সুন্দৰকৈ ফটা চাদৰেৰে ঢাকি ৰাখিব পৰা কৌশলটো শিকিছে। কাৰো ধৰিবৰ সাধ্য নাই যে ফটা' চাদৰখনৰ তলতে শতছিন্ন ব্লাউজ এটা আছে, মাজনী।

অমলৰ মনটো মাজনীৰ প্ৰতি ক্ৰমে কোমল হৈ আহিব খুজি-ছিলহে, কিন্তু তাৰ হঠাৎ খং উঠিল। মাজনীৰ বৰ্ত্তমান বয়স বিশ—ইমান কষ্টত টলাব নোৱাৰা দেহ এটা আছে—মাজে মাজে অৱক্তে

তাইৰ মুখখন বৰ করুণ যেন লাগে—কিন্তু সেয়া তোৰ্কাঁ লঘোনৰে কষ্ট; নে মনৰে কষ্ট; 'নে এনেয়েহে ধৰিব নোৱাৰি। যেন, আবেলি ম্লান হোৱা সূৰ্য্যমুখী ফুল; পুৱালৈ পৰিপূৰ্ণ স্নিগ্ধতাৰে পুনৰাই ফুলিবৰ কাৰণেহে ম্লানতাৰে এই প্ৰস্তুতি লৈছে। তাই দ্বিতীয় বিভাগতে মেট্ৰিক পাচ কৰিছিল, মাজতে টাইপ শিকিছিল, আজিকালিও মনে মনে প্ৰি ডিগ্ৰি পৰীক্ষাটো দিয়াৰ সপোন দেখে। বৰ্ত্তমান অফিচে অফিচে চাকৰি এটাৰ বাবে দৰ্খাস্ত দি দি ভাগৰি পৰিছে। অথচ এৰা নাই। নতুন নতুন দৰ্খাস্ত।

বাক, জীৱনৰ আটাইতকৈ প্ৰয়োজনীয় কথা জীয়াই থকাটোৱেই নে? মাজনীয়ে বাক কি ভাবে? জীয়াই থকাৰ কথা ভাবেনে? মাজতে প্ৰণৱ বৰুৱা নামৰ সিহঁতৰ ঘৰৰ কাষৰে পি, ডব্লিউ, ডি অফিচটোৰ ডেকা স্বাস্থ্যবান অফিচ এচিচটেণ্টটোৰ সৈতে মাজনীৰ মিলা-মিছা এটা গঢ়ি উঠিছিল। অমলে ভালেই পাইছিল যে, অন্ততঃ দৰা বিচাৰি মাজনীক বিয়া দিয়াৰ দায়িত্বৰ পৰা সি মুক্তি পাব। পিচে, কি হব, প্ৰণৱে হঠাতে কথা নাই, বতৰা নাই অন্য এজনী ছোৱালী লৈ ব্যস্ত হৈ পৰিল। মাজনীয়ে বহুত দিনলৈ মন মৰা হৈ থাকিল, আৰু তাইৰ করুণ মুখখন দেখি অমলৰ মনে মনে এনে ভাব হৈছিল যেন প্ৰণৱ বৰুৱা বোলাটোক ধৰি আনি তাইৰ ভৰিত পেলাই দিবহি। পিচে, মাজনী সজীৱ হৈ উঠিল। পুনৰাই তাইৰ অফিচে অফিচে চাকৰি বিচৰা কামটো পুৰ্ণোদ্যমে চলিবলৈ ধৰিলে। আৰু ইতিমধ্যে দেউতাক, মাক, ককায়েকৰ সেৱা শুশ্ৰূষা কৰাৰ লগতে, চোতালৰ আগত নাৰ্জিফুলৰ পুলি বিচাৰি আনি বোৱা; ভাটৌ চৰাইৰ পোৱালী বিচাৰি অনা ইত্যাদি কামত মাজনী পুনৰাই মগ্ন হৈ পৰিল। আৰু সিহঁতৰ ঘৰৰ ওচৰৰ এচ, ডি, চি ৰাজবংশীৰ মিচেচক খুজি এটা ভুটীয়া কুকুৰৰ পোৱালী আনি পুহিবলৈ আৰম্ভ কৰি দিলে।

ভুটীয়া কুকুৰৰ পোৱালী পুহি বিলাসিতা কৰাৰ চখ অমলৰ দেউতাক, মাক বা অমল—কাৰোৱেই নাছিল। অমলৰ দেউতাক

স্বাধীনতা যুঁজৰ অক্লান্ত যুঁজাৰু। প্ৰাইমাৰী স্কুল এখনৰ প্ৰাক্তন প্ৰধান শিক্ষক। স্বাধীনতা অৰ্জ্জন কৰাৰ লগে লগে মানুহজনে আৰু এটা বস্তু আয়ত্ত কৰিছিল—গাঁঠিবোৰত অসহ্য বিষ। অমলৰ মাক, প্ৰাইমাৰী স্কুল আৰু দেশ-সেৱকৰ পত্নী হোৱাৰ জ্বালাত জুৰুলা হৈ, বৰ্ত্তমান কঁকালৰ বিষ, পেটৰ বিষ—ইত্যাদি এশ এটা উপসৰ্গৰ অধিকাৰী। আৰু অমল নিজে—চাকৰি চাকৰি বুলি হাহাকাৰ কৰি ভনীয়েকৰ প্ৰাইভেট টিউশ্যনৰ পয়ত্ৰিশটা টকাৰ ওপৰত মাহৰ আৰম্ভণিতে আশা কৰি থকা হতাশ' যুৱক। গতিকে এনে এটা পৰিয়ালত ভুটীয়া কুকুৰ পুহি চখ কৰাটো কিমান এটা ডাঙৰ বিলাসিতা তাক অমলে বুজে। মাজনী কিন্তু নিৰ্ব্বিকাৰ। তাই কুকুৰ পোৱালীটোৰ লগত এনেদৰে মন প্ৰাণ সঁপি দিলে যে, যেন এই পোৱালীটোৰ বাহিৰে তাইৰ জীৱনত কৰিবলগীয়া একো কামেই নাই।

আচলতে, অমলে ভাবে, ই এটা অৰ্থহীন বিলাস। তাৰ শয্যাশায়ী দেউতাকে এফোঁটা ঔষধৰ অভাৱত তিলে তিলে মৃত্যুৰ মুখলৈ গৈ আছে। আৰু ভনীয়েক মাজনীয়েও গাভৰু ছোৱালী এজনীৰ সমগ্ৰ আশা-আকাঙ্খ্যা জলাঞ্জলি দি সামান্য ভুটীয়া কুকুৰৰ পোৱালী এটা লৈ দিনে নিশাই ব্যস্ত হৈ পৰাটো অতি অবাস্তৱ—লগতে মূৰ্খামিৰো কথা নহয়নে ?

কিন্তু মূৰ্খামিৰ কথা হলে কি হব, মাজনী সেই কথাতে ব্যস্ত হৈ পৰিল। আৰু লাহে লাহে দিন পুৰণি হোৱাৰ লগে লগে, মাজনীৰ সেই দেখিবলৈ বেয়া, অদ্ভুত চখটো সকলোৱে সহ্য কৰি লব পৰা হলগৈ। লোকৰ বাবে যি চখ তাইৰ বাবে সেয়া প্ৰয়োজনীয় আছিল হয়তো।

অমলৰ কিন্তু এই দুৰ্ভগীয়া ভনীয়েকজনীলৈ মৰম লাগে। সি যদি পাৰিলেহেঁতেন, তাইক এটা ব্লাউজ কিনি দিলেহেঁতেন। গাড়ী, ঘৰ, সুস্বাদু-আহাৰ, চিনেমা, থিয়েটাৰ, পিকনিক, দামী আ-অলঙ্কাৰ,

কাপোৰকানি আদি দিয়া কথা ভবাৰ বিলাসতা সি নকৰে। সি মাজনীক এটা ব্লাউজ কিনি দিয়াৰ কথাহে ভাবে। ব্লাউজটো পালে মাজনীয়ে কিমান ভাল পাব। কিজানি আনন্দত তাইৰ চকু দুটা উজ্জ্বল হৈ পৰিব, কিজানি আনন্দতে তাই তাক সাৱতি ধৰিব— কিজানি । অমলে নিজৰ জেপলৈ হাত দিলে। জেপত বাজেনৰ পৰা ধাৰ কৰি অনা টকা পাচটা আছে। অমলৰ ঘৰখনৰ এতিয়া আটাইতকৈ প্ৰয়োজনীয় কথা হৈছে—দেউতাকৰ গাঁঠিৰ বিষ কমাৰ পৰা কিবা এটাৰ ; আৰু তাৰ তুলনাত মাজনীৰ উদং হৈ থাকিব লগা দেহটোৰ করুণতা খিনিও বৰ তুচ্ছ।

অমল গৈ আছে। দহবজাত ডি, চিৰ অফিচ পাবলৈকো তাৰ হাতত এতিয়াও বহুত সময় আছে। এতিয়া মাজনীয়ে ঘৰত বাৰু কি কৰিছে ? দেউতাক আৰু মাকে ? অমলৰ দৃঢ মনটো লাহে লাহে সেমেকিবলৈ ধৰিলে। মাজনী—বেচেৰী মাজনী। কিমান শান্ত আৰু সৰল তাই। তাই কিমান মৰমিয়াল। শয্যাশায়ী দেউতাকৰ: শ্ৰুতিকটু কেঁকনি গোঁঠনি, মাকৰ গালি শপনি নুশুনিবৰ বাবে অমল পুৱা সাত বজাতেই ঘৰৰ পৰা ওলাই আহিছে। অথচ মাজনীয়ে কিমান নিৰ্ব্বিকাৰভাবে সকলো সহ্য কৰিবলৈ শিকিছে। জীৱনৰ যন্ত্ৰণাই মাজনীক তেনে বহুত কিবাকিবি শিকাইছে ? শতছিন্ন ব্লাউজ ফটা চাদৰেৰে ঢাকিব পৰা কৌশল, ৰাতিপুৱাৰ পৰা ৰাতিলৈকে শ্ৰুতিকটু চিঞৰ বাখৰ নিৰ্ব্বিকাৰ চিত্তে শুনাৰ ধৈৰ্য্য , দিস্তাই দিস্তাই কাগজত দৰ্খাস্ত লিখি অফিচে অফিচে দিব পৰাৰ ধৈৰ্য্য— সকলো শিকাইছে ? কিন্তু জীৱনৰ পৰা অমলে একো শিকিব পৰা নাই কিয় ?

বাচ ষ্টপটোত জবা বৈ আছিল। তাই এখন নিকা পুৰণা শাড়ী পিন্ধিছে। চুলি বন্ধাতো বৰ বিশেষ যত্ন প্ৰতিফলিত হোৱা নাই। তাই অমলক দেখি কিছু আগবাঢি আহিল ; কলে—"তোমাৰো ইণ্টাৰভিউ নেকি ?"

অমলে মূৰ জোকাৰিলে।

তাই কলে—"মোৰো –"।

অমলে সুধিলে—"কি হ'ল তোমাৰ" ?

"মাৰ অসুখ—" জবাৰ মুখখন কন্দনামুৱা হৈ গ'ল।

"জানানে অমল, মোক এটা চাকৰি লাগে" ? অমলে দীঘলকৈ উশাহ ললে। কলে—"মোৰো দেউতাৰ বৰ অসুখ জবা, আৰু মোকো এটা চাকৰি লাগে—"। জবাৰ করুণ মুখলৈ চাই অমলে অনুভৱ কৰিব খুজিলে—মাজনীৰ মুখ, অনুভৱ কৰিলে দেউতাকৰ কেঁকনি গেঁঠনি, জীৱন যাত্ৰাত জুৰুলা হোৱা মাকৰ জীৱনৰ প্ৰতি হোৱা বীতৰাগ খিনি। জবাৰ মুখলৈ চায়েই অমলে গম পালে, আচলতে জবাৰ মুখখন এখন আয়নাহে—য'ত অমলে নিজৰ জীৱন-টোকে দেখা পাইছে।

জবাৰ প্ৰতি অমলৰ এটা বিশেষ মন আছে। জবাই জানে—অমলেও জানে। কিন্তু দুয়ো কথাটো যিমান পাৰে সিমান তল পেলাবলৈ চেষ্টা কৰে। কাৰণ জীৱনৰ স্বাভাৱিক প্ৰবৃত্তিবোৰ প্ৰকাশ কৰিব পৰাকৈ মুক্ত জীৱন এটাৰ অধিকাৰী জবা বা অমল কোনোৱেই নহয়। তথাপিও, মনে মনে ভয়ে ভয়ে অমলে ভাবে, কেতিয়াবা যদি বিয়া কৰায়, তেন্তে সি জবাকে বিয়া কৰাব। জবাও তাৰ দৰে জীৱন যাত্ৰাত জুৰুলা হৈছে।

এয়ে জীৱন। জীৱন বাৰু এয়াই নেকি ? এই যন্ত্ৰণা, দাৰিদ্ৰ্য —এই সঁজাৰ পখিৰ দৰে সংকুচিত মন—য'ত জীৱনৰ স্বাভাৱিক প্ৰবৃত্তিসমূহো প্ৰকাশ কৰিব পৰাৰ স্বাধীনতা নাই, এয়ে নেকি জীৱন ? অমলৰ কেতিয়াবা মাজনীক কবৰ মন যায়—বল মাজনী, সকলো জলাই দিওঁগৈ—মা, দেউতা—অকল মা দেউতা কিয়, পৃথিৱীৰ সকলো মানুহ শেষ হৈ যাওক। মেটাবনিকৰ দৰে মোৰো ভাবিবৰ মন যায় মাজনী, মই যদি পৃথিবীলৈ কিছু আগতে বা কিছু পিচত অহাহেতেন, তেন্তে মই বৰ সুখী হলোহেতেন। কাৰণ কিছু

আগতে অহাহেঁতেন মই এখন সুন্দৰ সেউজীয়া পৃথিৱী পালোহেঁতেন। কিছু পিচত অহা হলে এখন ধ্বংস হোৱা পৃথিৱী পালোহেঁতেন। আৰু সেই ধ্বংসৰ ছাঁইৰ মাজৰ পৰা মই এখন নতুন পৃথিৱী গঢ়িবলৈ সময় পালোহেঁতেন। এতিয়া ধ্বংসমুখী পৃথিৱীখন মই ৰক্ষাও কৰিব নোৱাৰে। পিছে সি মেটাৰনিক নহয়। সি অমলহে।

মুঠতে অমলক এনে এটা ব্যৱস্থা লাগে যাৰ দ্বাৰা সি দেউতাকৰ কেঁকনি, মাকৰ জীৱনৰ প্ৰতি হোৱা বীতৰাগখিনি, ভনীয়েকৰ শতচ্ছিন্ন ব্লাউজ ফটা চাদৰেৰে ঢাকিব পৰা কৌশল বুজি পোৱাৰ যন্ত্ৰণা সি শেষ কৰিব পাৰে। বিপ্লৱ কৰিব পৰাকৈ, বা ৰাজপ্ৰাসাদ চুৰমাৰ কৰি ধ্বংসপ্ৰাপ্ত পৃথিৱীৰ বুকুত নতুন পৃথিৱীৰ সূচনা কৰিব পৰাকৈ শক্তিশালী অমল নহয়। কিন্তু সি আশা ৰাখে, হয়তো এদিন মেটাৰনিকৰ সেই কথাই সত্য হব—এই দুৰ্নীতিগ্ৰস্ত পৃথিৱী এদিন তাৰ দৰেই দুৰ্ব্বল অনাহাৰী কিছুমানে অসীম শক্তিৰে শক্তিশালী হৈ জ্বলাই পেলাব, আৰু তাৰ মাজৰ পৰাই পোৰা মাটিৰ বুকুত পুনৰাই সেউজীয়া পৃথিৱী এখন ৰ'চিত হৈ যাব। কিমান দিন আছে সেই দিনলৈ? তাৰ দেউতাক মাক জীয়াই থাকিবনে? সি জীয়াই থাকিবনে? জবা আৰু মাজনী? দেউতাক মাকৰ জীৱনৰ পৰা সমগ্ৰ বীতৰাগ শেষ হৈ যাব, জবাক সি তাৰ হৃদয়ৰ বাতৰি দিব পাৰিব। মাজনীয়ে আৰু শতছিন্ন ব্লাউজ ফটা চাদৰেৰে ঢাকিব নেলাগে। আহ্ কিমান সুখকৰ এই কল্পনা বিলাস।

জবাই কলে—"মই এইফালে যাওঁ অমল, তুমি"? চাট্ কৰে অমলে জবাৰ মুখলৈ চালে। দুয়ো মনে মনে বহুত দূৰ আহি আছিল। হঠাৎ অমলৰ কল্পনাবিলাস হেৰাই গ'ল। জবাই তাৰ মুখলৈ চাই ম্লানভাবে হাঁহি কলে—"তুমি কিবা ভাবি আছিলা নহয়নে অমল-"? মই গম পাইছোঁ—"।

অমলে কলে—"এৰা—"

অমল গৈ গৈ ভি চিৰ অফিচৰ মুখত থিয় হলগৈ অফিচটো চাকৰি

প্ৰাৰ্থীৰে ভৰ্তিৰ হৈ আছে। অমলো ব'ল। চাকৰি মাত্ৰ দুটা। প্ৰাৰ্থী দুশতকৈ বেছি। এসময়ত অমলৰো পাল পৰিল। তাক বৰ বিশেষ একো সোধা নহ'ল। আবেলি সময়ত অমল ঘৰলৈ আহিবলৈ সাজু হ'ল। আৰু ইতিমধ্যে সি গম পালে যে চাকৰিটো সি পোৱা নাই। সি নোপোৱাটোৰেই খবৰ, কোনে পাইছে, সেইটো খবৰ সি নললে।

ঘৰলৈ উলটি আহোতে অমলে আকৌ এবাৰ জবাক লগ পোৱাৰ কথা ভাবিছিল। পিছে জবাক লগ নেপালে। ঘৰৰ আগফালে মাকহে বৈ আছিল। গপগপাই অমল মাকৰ কাষেদিয়েই ভিতৰলৈ সোমাই গ'ল।

পিচফালৰ বাৰান্দাত মাজনী। অমলে মাজনীকো লগ নোপোৱাৰ কথা ভাবিছিল। মাজনীক নমতাকৈয়ে অমলে তাৰ কোঠাত সোমাব খুজি গম পালে, দেউতাকে বৰ বেয়াকৈ কেঁকাই আছে। লগে লগে মাকে জীৱনৰ ওপৰত প্ৰকাশ কৰা বীতৰাগ। মাজনীৰ চকুলৈ চাবলৈ অমলৰ বৰ ভয় লাগিল।

অমল নিজৰ বিচনাত পৰিলগৈ। মাজনী সোমাই আহিল। হাতত একাপ চাহ। তাই অমলৰ বিচনাৰ কাষত থিয় হ'ল। কলে—"চাহকাপ খা ককাইদেউ—"।

অমলে হাত আগবঢ়ালে।

মাজনীয়ে কলে—"দেউতাৰ ঔষধ এটা লাগিছিল ককাইদেউ। আজি বৰ কষ্ট পাইছে—পায়খানালৈয়ো উঠিব পৰা নাই।

মাজনীয়ে আকৌ কলে—"আজি যে ঘৰতো একো নাই—"

অমল আকৌ মনে মনে থাকিল।

মাজনীয়ে আকৌ কলে—"তোৰ বাৰু চাকৰিটোৰ কিবা সুবিধা হবনে ককাইদেউ"? অমলে মাজনীৰ মুখলৈ চালে। তাইৰ জীৱনৰ সমগ্ৰ আশা ভৰসা যেন অমলৰ এই চাকৰিটো পোৱাৰ সম্ভাৱনাৰ মাজতে লুকাই আছে। অমলৰ মনলৈকো ছায়াছবিৰ দৰে অলেখ চিত্ৰ আহিল আৰু গ'ল।

সি চাকৰিটো পোৱা হলে দেউতাকে কিছু নিৰাময়তা পালে-হেতেন, মাক, মাজনীয়ে উশাহ ললেহেতেন, জবাও সুখী হলহেতেন। অমলে চাকৰিটো পোৱা নাই ; অথচ ঘৰৰ সকলোৱে চকু মেলি তাৰ চাকৰিটোলৈ চাই আছে। সি বৰ দুৰ্ব্বল, এটা চাকৰি গোটাব পৰা নাই।

অমল বহাৰ পৰা উঠিল, আৰু চাহৰ কাপটো দলিয়াই দিলে। মজিয়াত পৰি কাপটো ছুটুকুৰা হৈ গ'ল। মাজনীয়ে অবাক হৈ তালৈ চাই কলে—"তোৰ আকৌ কি হ'ল। খং কৰিছ কিয় ?"

অমলে ঠাঁচ কৰে মাজনীৰ গালত এটা চৰ মাৰি দিলে। আৰু এটা—আৰু এটা। তাৰ খং উঠিছিল, আৰু খঙত সি খামি পৰিছিল। মাজনী লৰালৰিকৈ ওলাই গ'ল। তাই চকুপানী বোধ কৰিব পৰা নাই। কিছু সময় অমল একে ঠাইতে বৈ থাকিল, আচলতে কথাটো কি হ'ল সি কবই নোৱাৰিলে। থিয় হৈ বৈ থাকিয়েই অমলে সিটো কোঠাৰ পৰা খুব কমকৈ ভাহি অহা মাজনীৰ করুণ উচুপনিও শুনিলে।

অমল এখোজ দুখোজকৈ ওলাই গ'ল। বাৰান্দা পাৰ হ'ল—পদূলি পাৰ হ'ল। সি অনাই বনাই ঘুৰি ফুৰিলে। নিশা গভীৰ হ'ল। অমল পাৰ্কৰ বেঞ্চত বহিলগৈ। আৰু হাতৰ তলুৱাত মূৰ থ'লে। মাজনীৰ উচুপনিৰ করুণ শব্দটোৱে তাক বৰ আমনি কৰি থাকিল। মাজনী, আচলতে তোৰ ওপৰত মোৰ কোনো খং নাই।

অকল মোৰেইতো চাকৰি নোহোৱা নহয়। চৰকাৰী হিচাপত কত লাখ লাখ ডেকা লৰাৰ চাকৰি নাই। সকলোৱে বাৰু মোৰ নিচিনা খং উঠিছেনে ? সকলোৱে বাৰু মোৰ দৰে খঙত ভনীয়েকৰ গালত ঠাঁচ ঠাঁচ চৰ লগাইছেনে ? মাজনী! উঠচোন উঠ, তই ভনীয়েক-বোৰৰ গালবোৰ একালৰ পৰা চাই যাচোন সিহঁতৰ গালত অক্ষম ককায়েকহঁতৰ হাতৰ দাগ বহিছেনে নাই ? আৰু মই ? ময়ো

ককায়েকবোৰৰ হাতবোৰ পৰীক্ষা কৰি চাম। চাম সিহঁতৰ হাতবোৰ কিমান কঠিন।

চৰকাৰী জেইলত নিশা বাৰ বজাৰ ঘণ্টাধ্বনি। পাৰ্কৰ এন্ধাৰতে বহি বহি অমলে শুনিলে কেচা এটাই 'জী উঠ পো উঠ' কি চিঞৰিছে। এটা নতুন ৰাতিপুৱা সি আজি সাৰে থাকিয়েই দেখিবলৈ পাব। মাজনীৰ টোপনি গ'ল হ্যাগৈ। জবাবো। দেউতাকে গাঁঠিৰ বিষত কেঁকাই আছে কিজানি।

এটা নতুন ৰাতিপুৱা সি আজি সাৰে থাকিয়েই দেখিবলৈ পাব।

———

## গতি

* * * * * * * * * *

—ভদ্ৰেশ্বৰ বাজখোৱা

ফিফ্‌থ্‌ পিৰিয়েডৰ ক্লাছ ফাইভ এ-ৰ ইংলিছৰ ক্লাছটো কৰি আহি বেতডাল আৰু কিতাপখন টেবুলত থৈ যেতিয়া ভাগৰে-জুগৰে বহিল, তেতিয়া চাৰিওফালে চাই দেখিলে যে কমনৰুমত তাৰ বাহিৰে আৰু কোনো নাই। সকলো শিক্ষক ইতিমধ্যেই ওলাই গৈছে। একেবাহে পাচোটা ক্লাচত বকি বকি তাৰ ভাগৰ লাগিছিল। বয়সীয়া কোনো শিক্ষক নথকাত সি পকেটৰ পৰা চিগাৰেটৰ পেকেটটো উলিয়াই লৈ চিগাৰেট এটা জ্বলাই ল'লে। স্কুলখন নতুন বাবে ইয়াৰ প্ৰায়বোৰ শিক্ষকেই ডেকা। তাৰ সমসাময়িক। কিন্তু এই হাইস্কুলখন এই অঞ্চলত থকা এম-ই স্কুলখনৰ পৰাই আৰম্ভ হোৱা বাবে এম-ই স্কুলৰে গ্ৰেজুৱেট হেড্‌ মাষ্টাৰজন এই স্কুলৰে হেড্‌ মাষ্টাৰ হ'ল আৰু আগৰ শিক্ষক কেইজনো বৈ গ'ল। স্কুলখনে যোৱা বাৰ অষ্টম শ্ৰেণীৰ বাবে পাৰমিচন পাইছে যদিও প্ৰাইভেটৰে এটা গ্ৰুপ পাছ কৰিছে।

ঠাইখন গাওঁ যদিও সি কাম কৰি ভাল পাইছে। তাবো ঘৰ গাৱঁতেই। সেয়ে চহৰৰ একেবাৰে ওচৰ যেতিয়া চহৰীয়া সুবিধা

সকলোখিনি পোৱা যায়। সিইঁতৰ গাৱঁলৈ ইলেকট্ৰিচিটি আহিছে যদিও ; দুই এঘৰত ড্ৰইংৰুম গাড়ী আছে যদিও ; দুই এঘৰলৈ চহৰৰ ভব্য-গব্য, মন্ত্ৰী, এম-এল-এ আহে যদিও ; আকাশ দেখা লাইব্ৰেৰী এটা, অকণমান এখন দুই-এক কিলো মাছ, দুই-এক লিটাৰ কেৰাচিন, মিঠাতেল, চাহপাত, চেনি, লজেনচ্ পোৱা দোকান ; ভঙা এল-পি স্কুল আৰু ভঙা নামঘৰ এটা থকা অতি সাধাৰণ এখন গাওঁ। তাৰ মানুহে খেতিৰ সময়ত বৰষুণ নপৰিলে, কলঙৰ বাণ-পানীয়ে খেতি বাতি নষ্ট কৰি থৈ গলেও এতিয়াও ভাগ্যকে দোষ দি বহি থাকে।

সেইখন গাৱঁৰে, এতিয়াও হাল বাই খেতি কৰা পদৰামৰ ল'ৰা কণ ওৰফে হৰেন্দ্ৰ বৰাই এইখন আওহতীয়া ভেণ্চাৰ হাইস্কুলত ইংলিছৰ শিক্ষক হৈ সোমাইছেহি। ইয়াৰ ল'ৰাবোৰে বা গাৱঁৰ অন্য মানুহ-বোৰে যেতিয়া তাক শ্ৰদ্ধা বা সমীহ কৰি চলে তাৰ কেতিয়াবা নিজৰে হাঁহি উঠে। আজি ছাব্বিশ তাৰিখ। যোৱা ফেব্ৰুৱাৰীৰ এক তাৰিখেহে সি আহি ইয়াত জইন্ কৰিছেহি কিন্তু ওচৰ পাজৰৰ সকলো মানুহেই তাক এতিয়াই চিনি পায়। মাতে। ভাওনা সবাহত গ'লে আগশাৰীত বহিবলৈ দিয়ে।

সৰুতে সি যেতিয়া প্ৰাইমেৰী স্কুললৈ যায় তেতিয়া শেনচোৱাতহে স্কুল আছিল। ঘৰৰ পৰা প্ৰায় আধা মাইল খোজকাঢ়ি যাব লাগে। স্কুললৈ যোৱাৰ আগতেই পিতায়েকক পথাৰত চাহৰ কেট্লিটো আৰু পান্দহৰ বাতিটো দি আহিবগৈ লাগে। স্কুললৈ যাওঁতে লগতে বহিবলৈ ধৰা এখনো লৈ যাব লাগে। প্ৰাইমেৰী স্কুল পাছ কৰাৰ পিচত সেই কুমলীয়া কালতে পুৱা পথাৰত পথকৰাৰ লেঠা মাৰি তিনি মাইল বাট খোজকাঢ়ি গৈ জিলাৰ স্কুলত পঢ়িবগৈ লাগে। দুপৰীয়া লেজাৰত যেতিয়া লগৰ ল'ৰা কিছুমানে চানাচুৰ বাদাম ভজা খাই খাই ক্লাছলৈ আহে তেতিয়া সি কলৰপৰা পানী মাৰি পেট ভৰাই পানী খাই ক্লাছলৈ আহে আৰু সেই ধুনীয়া ধুনীয়া, বগা

ৰণা, মিহি মিহি ল'বাবোৰক মাতিবলৈকে ভয় লাগে। একেলগে পঢ়িলেও তাৰ ধাৰণা হয় সিহঁত যেন এখন বেলেগ পৃথিৱীৰ মানুহ। সিহঁত যেন তাতকৈ বহুত ডাঙৰ মানুহ।

ঠাণ্ডাৰ দিনত খোজকাটি আহি থাকোতেই ৰাতি হৈ যায়। গৰমৰ দিনতো খোজকাটিবলৈ মন নোযোৱা হৈ যায়। ঘৰ পাওতেই সে-বাই সে-বাই আহি ভাত কেইটামান খাই শুই থাকে।

প্ৰাইমেৰী স্কুলত থাকোতেই এদিন এটা ঘটনা ঘটিছিল। সেইদিনা সিহঁতৰ গাওঁৰ একমাত্ৰ মাটি হাকিম হোৱা কলীয়া দেদাই ওৰফে কমল শইকীয়াই আহি স্কুলতে হেড্‌মাষ্টাৰক ভৰি চুই সেৱা কৰি গ'ল। তেতিয়াই হৰেন্দ্ৰ বৰাৰ মনত ধাৰণা হ'ল যে শিক্ষকতকৈ ডাঙৰ কাম আৰু একো নাই। প্ৰত্যেকেই জীৱনত একোজন মানুহৰ আদৰ্শেৰে খোজ কাটিবলৈ, কথা ক'বলৈ কাপোৰ-কানি পিন্ধিবলৈ আৰু নিজৰ ভৱিষ্যৎ জীৱনো গঢ় দিবলৈ শিকে। এই ক্ষেত্ৰত হৰেন্দ্ৰৰ আদৰ্শ আছিল হেড্‌মাষ্টৰ। তেখেতে প্ৰাইমেৰী স্কুলতে শিকোৱা ভূগোল মেট্ৰিক পৰীক্ষালৈকে কামত আহিছিল। ভাৰতবৰ্ষৰ বাহিৰেও পৃথিৱীৰ মানচিত্ৰখন চকুৰ আগত ফট্‌ফটীয়াকৈ দেখুৱাই দিছিল।

চহৰৰ কলেজত পঢ়ি থাকোতে ওচৰৰে অফিচবোৰলৈ চালে দেখা পোৱা যায় যে সেই অফিচৰ মানুহবোৰে তেওঁলোকৰ বছ্‌বোৰক সমূলি সন্মান নকৰে। চকুৰ আঁৰ হৈ গলেই সি বুলিহে কথা কয়। তাৰ লগৰে মহীয়ে কাম কৰা ইঞ্জিনিয়াৰৰ অফিচলৈ সি বহুতবাৰ গৈছে। দেখিছে যে ইঞ্জিনিয়াৰটো ওলাই গ'লেই চৰেই তেওঁক ফিচিঙা-ফিচিঙি কৰে। তাক সোধোতে সি ক'লে যে সি যোৱাৰ সময়ত কেৰেক্টাৰ ৰুলত বেয়াকৈ লিখি থৈ যায় বুলিহে তাক সন্মান কৰে। এড্‌মিনিচ্‌ট্ৰেটিভ্‌ পাৱাৰ তাৰ হাতত নথকা হ'লে কোনেও তাক গণ্যই নকৰিলেহেঁতেন।

টেবুলৰ তলৰ কাঠদালত ভৰি আৰু চকীখনত ওপৰমূৱাকৈ পকি

থাকোতেই তাৰ টোপনি টোপনি ভাব এটা আহিছিল। হাতত জুই লাগোতেহে তাৰ খেয়াল হ'ল যে চিগাৰেটতো জ্বলি আছে। জোৰকৈ হোপা এটা মাৰি চিগাৰেটটো পেলাই দি সি ইফালে-সিফালে মূৰটো ঘূৰাই দিলে। মূৰটো তেনেকৈ ঘূৰাই দিওতে মিটিক্কৈ উঠিলে তাৰ ভাল লাগে। ক্লাছৰপৰা কোনো অহা নাই।

সি পাহৰিয়েই গৈছিল যে ঘৰৰপৰা ত্ৰিশ মাইল দূৰৰ মৰিগাওঁৰ ওচৰৰ এজাৰবাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ টিচাৰ্চ' কমনৰুমত বহি আছে। সি ঘৰতে থকা যেন পাইছিল।

ক্লাছ ফাইফ্ এ-ৰ সেই নবীন বোলা ল'ৰাটোলৈ তাৰ মনত পৰিল। সাধাৰণ দুখীয়া মানুহৰ ঘৰৰ এটা ল'ৰা। ল'ৰাটো দেখিবলৈকো আপচু। যেতিয়া সি সুধিলে : কচোন তইঁতে ইংৰাজী এলফাবেট কেইটা।

: ছাব্বিশটা চাৰ।

: মাজৰ আখৰটো কি কচোন। হৰেন্দ্ৰই সুধিলে। এনেয়ে।

সি দহ চেকেণ্ডমান বৈ তপৰাই উত্তৰ দিলে : মাজৰ আখৰ নাই চাৰ।

: কিয় ?

: দুইৰে ভাগ কৰিলে মাজত একো নেথাকে চাৰ।

হৰেন্দ্ৰ তভক্ মাৰি বৈ গ'ল। সিও ইমান দিনে জনা নাছিল মাজৰ আখৰ আছেনে নাই। ল'ৰাটোৰ প্ৰতি মনটো হঠাতে তাৰ ভাল লাগি গ'ল। মনৰ ভাব প্ৰকাশ নকৰি সি মাথো ক'লে : গুদ্। বহ।

'সাপে খায় কাপে খায়' বাক্যাংশটো বহলাই লিখিবলৈ দিওতে সাপে খালে বেজে জাৰি ভাল কৰিব পাৰে কিন্তু কাপে খালে আৰু কেতিয়াও ভাল কৰিব নোৱাৰে বুলি লেখাৰ কাৰণে গোস্বামী চাৰেই স্কুলত এদিন তাক তেনেকৈয়ে মন্তব্য কৰিছিল। সেইদিনা তাৰ খুব ভাল লাগিছিল।

ছাত্ৰবোৰক পিটা সি মুঠেই পচন্দ নকৰে। সিহঁতক, যিমান পৰা যায় হাত বুলাই মৰমেৰে বুজাব লাগে। এবাৰ নোৱাৰিলে দুবাৰ, দুবাৰ নোৱাৰিলে চাৰি বাৰ বুজাব লাগে। তেনেকৈ বুজাবলৈ ধৈৰ্য্য নোগোৱা মানুহে কেতিয়াও শিক্ষকতা কৰিবলৈ আহি ল'ৰাবোৰৰ মূৰ খাব নেলাগে। প্ৰতি কথাতে কথাতকৈ বেতডাল আগবাঢ়ি গলে ছাত্ৰ ভাল হওক চাবি বেয়াহে হ'ব। এতিয়াও গাৱঁৰ কোনো কোনো মানুহে ল'ৰাই হাতত এচাৰিডাল ল'ব পৰা হলেই নাঙলৰ মুঠিতহে ধৰিবলৈ শিকায়। তেনেস্থলত যদি উঠি ডেকা চামে সিহঁতক আগ্ৰহী কৰিব নোৱাৰে, তেন্তে শিক্ষকতাৰ পৰা লোকচানেই হ'ব।

কিছুমান শিক্ষকে আকৌ স্কুলক বেষ্ট্ কেম্প বুলিহে ভাবে। স্কুলত সোমাই লৈ আন চাকৰিৰ বাবে দৰ্খাস্ত কৰি থাকে, পালেই গুচি যায়। স্কুলত বাহিৰা পইচা নাই বাবেই ফিউচাৰ বেয়া। তেনে অৱস্থাত স্কুলৰ ক্ষতি হয়। হৰেন্দ্ৰ এইবোৰৰ পক্ষপাতি নহয়। সি এইবোৰ ফাট্ৰামি বুলিহে ভাবে। শিক্ষকতাতকৈ ডাঙৰ চাকৰি একোৱেই থাকিব নোৱাৰে। নাই।

তেনেতে গোটেই স্কুল জুৰি এটা গুণগুনণি উঠিল। সি থতমত্ খাই গ'ল। বোধহয় বেল পৰিল। কেতিয়া বেল পৰিল সি গমেই নেপালে।

সেই অৱস্থাতে তাৰ পুৰণি কথা এটা মনত পৰি হাঁহি উঠি গ'ল। সিহঁতৰ স্কুলত ক্লাছ চিক্সলৈকে কমল চাৱে ড্ৰইং কৰাইছিল। ড্ৰইংৰ ক্লাছ থাকিলেই ল'ৰাবোৰৰ বৰ ফুৰ্ত্তি। তাৰো খুব ফুৰ্ত্তি লাগিছিল। চাৱে ক্লাছলৈ আহি কিবা এটা আঁকিবলৈ দি হয় শুই থাকে নহয় কিতাপ এখন বা পেপাৰ এখন লুটিয়াই-পুটিয়াই চাই থাকে। ক্লাছ শেষ হ'বৰ হলে কেতিয়াবা দুটা-এটাৰ বহী চায়, কেতিয়াবা নেচায়। পৰীক্ষাতো কমল চাৰ গাৰ্ড পৰিলে ল'ৰাবোৰে বৰ ফুৰ্ত্তি পায়। কাকো একো নকয়। কেতিয়াবা তেওঁ কাৰোবাক উলিয়াই

দিম বুলি কলেও ল'ৰাই হাঁহে। ফুলিয়াৰ। তেওঁ শুই থাকোতে বেল পৰিলে এনেকৈয়ে থত্‌মত্‌ খাই ইফালে-সিফালে চাই উঠি গুচি যায়।

তেতিয়া কমল চাবক খুব ভাল লাগিছিল যদিও এতিয়া কিন্তু হৰেন্দ্ৰই খুব বেয়া পায়। তেনেকৈয়ে মানুহজনে বহুমূলীয়া সময় নষ্ট কৰি প্ৰতিভাবান ছাত্ৰবোৰৰ মূৰ খাই থৈ গ'ল। তাৰ জীৱনত যাতে কেতিয়াও তেনে নহয়, তাৰ বাবে সি সদায় সতৰ্ক হৈ থাকে।

ইযাৰ পিছৰ চেভেন বি-ৰ ইংলিছৰ ক্লাছটোৰ দুৱাৰমুখ পাওতেই ল'ৰাবোৰে উঠি দিলে। সি হাঁহি হাঁহি সিহঁতক বহিবলৈ দি অভ্যাস-বশতঃ অনা বেতডাল টেবুলতে থৈ টেক্স কিতাপখন উলিয়াই ল'লে। লগৰবোৰে বেত নিনিযা বাবে তাক বেযা পোৱা বাবেহে সি লৈ আহে। সেইডাল বেত সি আজিলৈকে ব্যৱহাৰ কৰি পোৱা নাই। বেতডালকৈ অন্তৰক সি বেচি বিশ্বাস কৰে। লগৰবোৰে কয় বেতডাল বোলে জলকীয়া নোখোৱা মানুহেও ভাত খাবৰ সময়ত জলকীয়া লোৱাৰ নিচিনা। নেখায়। অথচ নহলে নহয়।

তেনেতে বাটেদি পাবলিক বাছ এখন যোৱা তাৰ চকুত পৰিল। তাৰ চাট্‌কৈ মনত পৰিল যে আজি তাৰ বাপেক-মাক অহাৰ কথা আছিল। খবৰটো সি কালি পাইছে। গতিকে নাহিবলৈ ক'বলৈ সময়কে নহ'ল।

পঢ়াবলৈ আৰু তাৰ মন নগ'ল। গল্পটো বেঞ্চখনৰ মূৰৰপৰা এটা এটাকৈ পটি যাবলৈ কৈ সি কিতাপত চকু ফুৰাই গ'ল।

হালবাই তেজপানী কৰা ধনেৰে পুতেকক পঢ়াই পদবামে হয়তো ভাবিছিল সিয়ো কমল শইকীয়াৰ দৰেই হাকিম-মুনচিফ্‌ কিবা এটা হ'বগৈ। কিন্তু সিহে জানে যে আজিকালি পটিবলৈ কিমান টকাৰ দৰ্কাৰ। সি কলেজলৈ বুলি ওলাই গৈ যাওতে দুটা আৰু আহোতে দুটা টিউচন কৰি গধূলি ঘৰলৈ আহে। বাপেকে তাক দিব পৰা ধনেৰে সি কলেজৰ এটা শ্ৰেণীও পাৰ হ'ব নোৱাৰিলেহেঁতেন।

এতিয়াও হয়তো ভাবিছে লবাই হাইস্কুল এখনত কাম পাইছে যেতিয়া দহ কুৰি টকা মাহে ঘৰলৈ পঠিয়াব। সি গোটাই থোৱা যিকেইটা টকা আছিল খৰব কৰিবলৈ অহা যোৱা কৰোতে পৰা এই প্ৰায় এমাহ চলোতেই শেষ হৈ গ'ল। আচলতে পইচাৰ অভাবতে মাজতে বন্ধ পায়ো সি ঘৰলৈ যোৱা নাই। ঘৰলৈ গ'লেই সি বুঢ়া বাপেৰকে এতিয়াও হাল-কোৰ লৈ খেতি কৰিবলৈ যোৱা আৰু মাক ভনীয়েকৰ ফটা ব্লাউজৰ মাজেদি লাজ দেখা অৱস্থাটো দেখিবলৈ পাব। সেইটোহে তাৰ আচল ভয়। সি ভাবিছিল ইয়াতে কিছুদিন থাকি দুপইচামান লৈ ঘৰলৈ যাব আৰু আন দিব নোৱাৰিলেও কাপোৰ-কানিকে দুখনমান দিবগৈ। সিহঁত থাকিব নোৱাৰিলে।

সি যিটো ঘৰত আছে, ঘৰটোত এটা কমত বিচনা এখন আৰু পাকঘৰ বোলা চালিখনতে এজনীয়া ডেক্সি এটা আৰু সৰু কেৰাহী এটা। শশৰ কাঁহী বাতি এজোৰে গিলাচ এটাই জিলাৰপৰাই লৈ আহিছিল। পিতায়েক-বৌয়েক গাৱঁৰ ভকত মানুহ। তাৰ খোৱা চকুত ভাতো নেখাব। কালিৰে পৰা সি টকা কুৰিটা বিচাৰি কাৰো ওচৰত নেপালে। ভাবিছিল পিতায়েক বৌয়েক এচকল মাছ আৰু বান্ধি খাব পৰাকৈ এটা কেৰাহি আনিব। নেপালে। কাৰো ওচৰত নেপালে।

হঠাতে তাৰ চকু ফাটি পানী ওলাবলৈ ধৰিলে। ঘৰত এজনী গাভৰু ভনীয়েক আছে, তাইক বিয়া দিব লাগে। সি একমাত্ৰ আৰু কাৰ্য্যক্ষম ডেকাটো থাকোতেও এতিযাও পিতায়েকে পুৰণি পদ্ধতিৰ পুৰণি মাটি দুপুৰাকে হাডক মাটি তেজৰ পানী কৰি হাল বাই থাকিব লাগে। অথচ সি একো কৰিব নোৱাৰে। বি-এ পাচ কৰি ঘৰত এনেয়ে বহি থাকোতে দুদিনমান হালখনকে নিবলৈ উচ্‌পিচাইছিল পিচে বাপেকে নিদিলে। হয়ো। চৈধ্য বছৰ পঢ়া-শুনা কৰি সি একেবাৰে ধোদ হৈ গ'ল। পদবামৰ লবাই এতিয়া হালখনকে ডাঙি লৈ যোৱাৰ শক্তি নাই। শিক্ষাৰ দোষ। এই চৈধ্য বছৰে বাবুগিৰি

কৰাৰ বাহিৰে কষ্ট কৰিবলৈ নিশিকালে। মাত্ৰ কলম ঘহি'বলৈহে শিক্ষা দিলে।

তাৰ অৱস্থা দেখি পদুমীয়ে চাগৈ ভাবিছে ককায়েক চাকৰি কৰিছে যেতিয়া কমল দেদাইৰ নিচিনাকৈ সিয়ো ভনীয়েকক হেজাৰ হেজাৰ টকা খৰচ কৰি উলিয়াই দিব পাৰিব। বাপেকেও তাৰ ওপৰতে সকলো দায়িত্ব এৰি দিছে।

বাপেক যে অহাৰ কথা আছিল স্কুল পায়ে সি পাহৰি গ'ল। এমাহ নৌহওতেই ছুটি লোৱাৰ ইচ্ছা নাছিল যদিও সি এবেলাৰ বাবে ছুটি ল'ব বুলি ভাবিছিল। বাপেকহঁত বাছৰপৰা নামি যদি তাক দেখা নেপায় তাক কি বুলি ভাবিব? সিহঁতৰ ল'ৰা কণ ডাঙৰ মানুহ হৈ সিহঁতক আগবঢাই ননা বুলি নেভাবেতো? নে কিবা অসুখ-বিসুখ বুলিযেই ভাবিব? সি সিহঁতৰ নহাটোৱেই কামনা কৰিছে।

হঠাতে ক্লাছৰ ল'ৰাবোৰৰ কোৰ্হাল শুনি থত্‌মত্‌ খাই উঠিবলৈ লৈ দেখে যে আগত কিতাপখন মেল খাই আছে আৰু সি টেবুলৰ তলৰ কাঠদালত ভৰি থৈ মূৰটো চকীখনত ওপৰলৈ দি আউজি আছে। তাৰ খুব খং উঠিল। টেবুলতে পৰি থকা বেতডাল লৈ, টেক্সবুক পঢ়ি নথকা দেখি ল'ৰাবোৰক উধাই-মুধাই কোবাবলৈ লাগিল।

---

## নিৰ্ব্বাচিত সংলাপ

*  *  *  *  *  *  *  *  *

—মীনাক্ষী চৌধুৰী

॥ প্ৰনতি, মল্লিকা, নীৰা ॥

কলেজ। ছাত্ৰ-ছাত্ৰীৰ শব্দমুখৰ ভীৰ। সুবৃহৎ কমনৰুমৰ দুৱাৰমুখত ৰোমিওবৃন্দৰ অধীৰ অপেক্ষা। বাৰান্দাৰে পাৰ হৈ যোৱা ছাত্ৰীবোৰৰ সৌন্দৰ্য্য সম্পৰ্কীয় মন্তব্য মাজে মাজে উচ্চাৰিত হৈছে। ভ্ৰূকুটি কিম্বা সলজ্জ হাঁহিয়ে সেই মন্তব্যৰ উত্তৰ দিছে। ব্যস্ত খোজেৰে কমনৰুমৰ কাষেৰে দুজনমান অধ্যাপক পাৰ হৈ গৈছে। হাতৰ গধুৰ কিতাপৰ ওজনত তেওঁলোকৰ দেহা যেন সমুখলৈ হাউলি পৰিছে। বাৰান্দাৰ এটা চকুত বদৰ আভাস। ছাত্ৰী কেইজনীমানে বদত থিয় দি একান্তমনে কথা পাতি আছে। সিহঁতৰ কথাত এক কৰুণ উত্তেজনা।

মঃ মোৰ যে বিশ্বাসেই হোৱা নাই ভাই।

প্ৰঃ ময়ো তো প্ৰথমে বিশ্বাস কৰা নাছিলো। বাতিপুৱা দাদা চেলুনলৈ গৈছিল চুলি কাটিবলৈ, খবৰটো চেলুনত শুনি আহিয়ে সি মোক কলে। মই তাৰ কথাবোৰ কোনো মতে বিশ্বাস কৰিব পৰা নাছিলো। ভাবিছিলো, কলেজত আহি শুনিম কথাটো মিছা।

নীঃ 'অলকাই এই কাণ্ড কৰিব বুলি মই কেতিয়াও ভবা নাই। স্লিপিং পিলবোৰ তাই পালে ক'ত ?

নীৰৱতা। বিষণ্ণ অন্যমনস্কতাই সিহঁত আটাইকেইজনীকে যেন গ্ৰাস কৰি পেলালে। নীৰৱতাৰ বুকুত অধ্যাপক বিবেকানন্দ বৰুৱাৰ নতুন জোতাৰ শব্দৰ আঘাত। বাৰান্দাৰে অধ্যাপক বৰুৱা আহি আছে। অভ্যাসবশতঃ তেওঁ প্ৰণতিহঁতলৈ চাই সৌহাৰ্দ্যেৰে সম্ভাষণ জনালে। কিঞ্চিৎ হাঁহিলেও। ছাত্ৰ-ছাত্ৰীৰ প্ৰভাত-সম্ভাষণ লৈ লৈ তেওঁ ভীষণ ক্লান্ত হৈ পৰিছে—এনে এক ভাব মুখভঙ্গীত। এটা বিকট আৰ্ত্তনাদ কৰি কলেজৰ সমুখেদি ৰাতিপুৱাৰ ট্ৰেইন পাৰ হৈ গ'ল।

প্ৰঃ বেচেৰা বিকাশটোলৈ বেয়া লাগিছে।

মঃ কলৈ গ'ল সি ? পাত্তাই নাই বহুত দিন।

প্ৰঃ মোমায়েকৰ ঘৰলৈ। আহি পাব লাগিছিল দেখোন।

নীঃ মোৰ পিছে এই মতা মানুহবোৰৰ ওপৰত বিশ্বাস নাই। অলকাই চুইচাইড কৰিলে বুলি শুনাৰ পাছত সি দেখিবি নতুন প্ৰেমিকা বিচৰাত লাগি যাব।

প্ৰঃ ধেৎ, তই যে কি কথাবোৰ কৱ। তাক মই জানো, সি কেতিয়াও—

মঃ আচ্ছা, এটা কথা নহয়, বিকাশৰ লগত কিবা লাগি অলকাই এই কাম কৰা নাই তো ?

প্ৰঃ পাগল নেকি !

মঃ ইমান জোৰ দি নকবি। অলকাই নিজৰ কথা আনৰ আগত বেছি নকৈছিল, আনকি আমাৰ আগতো। ভিতৰে ভিতৰে কিবা হলেও জনাৰ উপায় নাছিল।

নীঃ তেনেকুৱা কিবা হোৱাহেঁতেন অন্ততঃ মিনতিক তাই কলেহেঁতেন। তাৰোপৰি—

প্ৰঃ সৌৱা মিনতি আহিছে। তাইক সোধো গৈ আহ—

**দিলীপ, আইভি, তৰুণ, পল্লৱ ॥**

কলেজ-কেন্‌টিন। হুলস্থুলীয়া পৰিবেশ। কাপ-প্লেট-চামুচৰ শব্দত ব্যস্ততাৰ বিশৃঙ্খল সঙ্গীত। ৰেডিঅ'ত ক্রিকেট খেলাৰ উত্তেজনাময় চলন্ত বিৱৰণী। ৰেডিঅ'ৰ কাষত খবৰ সন্ধানী ছাত্রৰ ভীৰ। সিহঁতৰ উল্লাসপূৰ্ণ চিঞৰে মাজে মাজে কেন্‌টিনৰ সকলোৰে দৃষ্টি টানি নিছে। পাৰ্টিচনৰে তৈয়াৰ কৰা এটা সৰু সুসজ্জিত কেবিন। কেবিনত উপবিষ্ট তিনিজন ছাত্র আৰু এজনী ছাত্রী। দিলীপ, তৰুণ, পল্লৱ আৰু আইভি। চিবিয়াচ কিবা আলোচনাত সিহঁত ব্যস্ত। মাজে মাজে ৰেডিঅ'ৰ কাষত চিঞৰি উঠা লৰাবোৰলৈ চাইছে। খঙ আৰু বিৰক্তিৰে।

দিঃ তুমি বোধহয় বৰ বেছি ডিপ্রেছ্‌ড্‌ হৈ পৰিছা পল্লৱ। অলকাই চুইচাইড কৰাটো দুখৰ কথা সঁচা, কিন্তু ই অস্বাভাৱিক একো নহয়।

আঃ তাৰ মানে ?

আইভিৰ চকুত অনুসন্ধিৎসু বিস্ময়। দিলীপৰ ওঁঠত অৰ্ধস্ফুট হাঁহি। চকুত তীব্র উজ্জ্বলতা। কাপৰ তলত পৰি থকা কফিখিনি নিঃশেষ কৰি দিলীপে অলসভাৱে চাৰমিনাৰত এটা দীঘল টান দিলে। ভাঠ ফ্রেমৰ চচ্‌মাৰ মাজেৰে সি আইভিৰ বিস্ময় বিস্ফাৰিত চকু দুটালৈ চাই পঠিয়ালে।

দিঃ অতি সহজ কথা। আমাৰ প্ৰত্যেকৰে মনত মৃত্যু-ইচ্ছা থাকে।

তঃ তোক এই ফ্রয়েড চাহাবে খালে বুইছ। য'তে ত'তে খালি এটা বস্তুৱেই দেখ—প্ৰবৃত্তি।

দিঃ উপায় নাই, অপ্রিয় হলেও তই সত্যক স্বীকাৰ কৰিবই লাগিব। আমাৰ মৃত্যু-ইচ্ছাৰ কথা অস্বীকাৰ কৰাৰ উপায় আছে জানো ? মই যেতিয়া ভীষণ স্পীডত গাড়ী চলাওঁ বা এই পল্লৱ-মিনতিহঁতে দুঃসাহসিক ৰাজনীতি কৰাৰ কথা চিন্তা কৰে, তেতিয়া

আচলতে এই মৃত্যু-ইচ্ছাটি চব নিয়ন্ত্ৰণ কৰে। পৃথিবীত ইমান যুদ্ধ হৈছে কিয় ? মহন্ত চাৰে কব, কাৰণ অৰ্থনৈতিক। মই কিন্তু ভাবোঁ, যুদ্ধবোৰ মৃত্যু-ইচ্ছাৰেই ফল।

ত: তাৰ মানে তোৰ মতে অলকাৰ মনত মৃত্যু-ইচ্ছা আছিল আৰু সেই কাৰণেই তাই আত্মহত্যা কৰিলে ?

প: অৰ্থাৎ, আত্মহত্যাৰ কাৰণটো তাইৰ মনৰ ভিতৰত, বাহিৰত নহয় ?

দি: নহলে তাই স্বেচ্ছাই মৰিল কি দুখত ?

প: কিন্তু কোনো ইচ্ছা নোহোৱাকৈ তাই তো মৰিবলৈ বাধ্যও হব পাৰে ?

দিলীপ নিকত্তৰ। ওঁঠত বিজ্ঞৰ প্ৰশান্ত হাঁহি। পল্লৱৰ কপালত বিৰক্তিৰ ৰেখা স্পষ্ট। ৰেডিঅ'ৰ কাষত থকা লৰাজাকে হঠাৎ অদ্ভুত ধৰণে চিঞৰি উঠিছে। গগলচ্‌যোৰ বিৰক্তিৰে টেবুলৰ ওপৰত খুলি থৈ তাচ্ছিল্যপূৰ্ণ দৃষ্টিৰে আইভিয়ে এবাৰ লৰাজাকলৈ চালে।

আ: মোৰ তো মনত হয় দুঃসহ বিচ্ছিন্নতাবোধেই অলকাৰ আত্মহত্যাৰ কাৰণ। আমাৰ প্ৰত্যেকৰে নিৰ্জ্জান মনত বিচ্ছিন্নতা বোধ আছে। এই বোধৰ পৰা আমি কোনেও মুক্ত নহয়, আৰু ইয়াৰ পৰা আমি কোনোকালেই মুক্ত হব নোৱাৰিম।

প: আচৰিত নহয়, বিচ্ছিন্নতা বোধ কৰিলে মানুহে চুইচাইড কৰিব পাৰে। কিন্তু সেই বিচ্ছিন্নতাবোধৰো তো বাস্তৱ কাৰণ থাকিব লাগিব। নিৰ্জ্জান মনৰ কাৰণহীন বিচ্ছিন্নতাবোধৰ ওপৰত মোৰ কিন্তু কোনো বিশ্বাস নাই।

আ: পল্লৱ, তোমাৰ কথাবোৰ বৰ একপক্ষীয়। তুমি এটা বিশেষ দৃষ্টিকোণৰ পৰা চব কথা বিচাৰ কৰিব খোজা।

প: এতিয়া সেইবোৰ কথা বাদ দিয়া। বাৰ বাজে, হললৈ বলা। কনডোলেন্স মিটিং আছে।

॥ যাদৱ, প্ৰফুল্ল ॥

যাঃ আপ্‌চোচ্ হৈছে দোস্ত।

প্ৰঃ কেলেই? মিনতিৰ ওচৰ চাপিব নোৱাৰিলি আজি? তই চালা কেতিয়াবা পল্লবৰ হাতত বৈদ্য ধোলাই খাবি।

যাঃ আৰে সেইবোৰ নহয়। কনডোলেন্স মিটিংত বকৰা চাৰে কোৱা কথাখিনি হেনো বঢ়িয়া হৈছিল। চব্বেই কৈছে। মইহে শুনিব নোৱাৰিলো।

প্ৰঃ বঢ়িয়া কলে চাকে। মানুহজন পক্কা দাৰ্শনিক বুইছ। মিছাকৈ ইয়াত পচি মৰিছে, ফৰেন ইয়ুনিভাৰচিটিলৈ গলেই পাৰে।

যাঃ কি কলে চাৰে?

প্ৰঃ অলকাৰ কথা। এস্কাৰচনৰ সময়ৰ কথা। আমি কোনেও সেই কথাবোৰ নেজানো। কলিকতাত এদিন বোলে পুলিচ এটাই ফুটপাথৰ পৰা হকাৰ এটাক মাৰ-ধৰ কৰি খেদাওঁতে অলকাই পুলিচটোৰ লগত তৰ্ক কৰিবলৈ আগবাঢ়ি গৈছিল। চাৰেহে হেনো বুজাই-বঢ়াই তাইক ঠাণ্ডা কৰিলে। ৰিয়েলি, ছোৱালীজনীৰ হাৰ্টখন বৰ ভাল আছিল।

যাঃ আৰু কি কলে?

কেবিনৰ দুৱাৰমুখত বয়টোৰ আৱিৰ্ভাৱ। হাতত দুকাপ চা। প্ৰফুল্লই অধৈৰ্য্যভাবে চাহ কাপ মুখলৈ নি আকৌ প্লেটৰ ওপৰত থৈ দিলে। ভীষণ গৰম। মেনেজাৰৰ কাষত থকা ৰেডিঅ'ত হিন্দীগান বাজি আছে। বিবিধ ভাৰতীৰ অনুৰোধৰ অনুষ্ঠান। ৰাহুল দেৱ বৰ্মনৰ বিকট চিৎকাৰত ৰেডিঅ'ৰ চাউণ্ড বক্স প্ৰায় ফাটি যোৱাৰ উপক্ৰম। অন্যমনস্কভাবে প্ৰফুল্লই টেবুলৰ ওপৰত আঙুলিৰে তাল মাৰিব ধৰিলে।

যাঃ আৰু কি কলে বকৰা চাৰে?

প্ৰঃ কলে, মৃত্যু আশীৰ্ব্বাদো নহয়, অভিশাপো নহয়। মৃত্যু

এটা অনিবাৰ্য্য ঘটনা। আৰু বহুত কথাই কলে তেওঁ, এতিয়া মোৰ মনত নাই।

যাঃ চাবৰ সঁচাকৈয়ে ট্ৰাজিডি আছে। ইমান কমপ্লেক্স কথাবোৰ কৰ পাৰে।

প্ৰঃ আৰে মইতো আজি তেওঁৰ বহুত কথাই বুজিব নোৱাৰিলো। প্লেটো-স্পিনোজা-চাৰ্ত্ৰেৰ পৰা কিমান যে কোটেচন দিলে তাৰ ইয়ত্তা নাই।

চা শেষ। প্ৰফুল্লই চাৰমিনাৰ এটা জ্বলাই ললে। ৰেডিঅ'ৰ গানটো হঠাৎ নাইকীয়া হল। বোধহয় মেনেজাৰে বন্ধ কৰি দিলে। লগে লগে হোটেলৰ বিশৃঙ্খল চিঞৰ-বাখৰবোৰ স্পষ্ট হৈ পৰিল। মেনেজাৰে বয়টোক দিয়া ধমকত বোধহয় কাষ্টমাৰো চক্ খাই উঠিল।

প্ৰঃ বিকাশে খবৰটো পালে জানো?

যাঃ কাইলৈ পাব নিশ্চয়। সি বোলে মোমায়েকৰ ঘৰত আছে।

প্ৰঃ মই পিছে অন্য এটা কথাহে শুনিছো।

যাঃ কি?

প্ৰঃ সি হেনো এইখন কলেজত আৰু নপঢ়ে।

যাঃ ধেৎ—।

॥ নীৰেণ, জীৱন, খগেন ॥

জীঃ সন্দেহ?

নীঃ হু।

জীঃ কিহৰ সন্দেহ?

নীঃ কনডোলেন্স মিটিংত মিনতিৰ কথাখিনি শুনি মোৰ সন্দেহ হৈছে।

খঃ তাৰ মানে?

পাৰ্ক। বেঞ্চত উপবিষ্ট তিনিজন যুৱক। নীৰেন, খগেন আৰু জীৱন। সমুখৰ বেঞ্চত এহাল যুৱক-যুৱতী। হয়তো প্ৰেমিক-প্ৰেমিকা। ওঁঠত হাঁহি, হাতত বাদাম। কথাত বিভোৰ। পশ্চিমৰ আকাশত সন্ধ্যাৰ সলজ্জ বঙচুৱা হাঁহি। বতাহত বকুলৰ মৃদু গোন্ধ।

নাঃ মিটিংত তাই কি কলে শুনা নাই?

জীঃ কি কলে? মই বৰ মন দি তাইৰ কথাবোৰ শুনা নাছিলো।

নীঃ কলে, কোনো মানুহেই স্বেচ্ছায় মৰিব নিবিচাৰে। মানুহে বাধ্য হৈ আত্মহত্যা কৰে। আৰু সাধাৰণতে এই আত্মহত্যাবোৰৰ লগত সামাজিক অন্যায় অবিচাৰৰ সম্পৰ্ক থাকেই।

জীঃ এইবোৰ চালা তাইৰ মুখস্থ কৰা বুলি। আত্মহত্যাৰ মাৰ্ক্সবাদী ব্যাখ্যা!

নীঃ ও হোঁ, ইমান সহজে তাইৰ কথাবোৰ উৰুৱাই দিয়া টান। তাই চিৰিয়াচ ছোৱালী, কোনো কাৰণ নোহোৱাকৈ তাই নিশ্চয় কথাবোৰ কোৱা নাই। তাৰোপৰি অলকাৰ লগত তাইৰ বন্ধুত্বও আছিল। বহুত কথাই তাই গম পাব পাৰে।

খঃ তাৰ মানে? তই কি কব খোজ যে অলকাৰ আত্মহত্যাৰ কাৰণ মিনতিয়ে জানে?

নীঃ কাৰণ খুব সম্ভৱ তাই নেজানে। সেইটো জনা হলে তাই অলকাক কেতিয়াও মৰিব নিদিয়ে। আৰু যদি কোনোবাই অলকাৰ ওপৰত অন্যায় কৰিছে তাকো তাই মজা দেখুৱাই দিলেহেঁতেন।

খঃ তেন্তে? কি কব বিচাৰিছ তই?

নীঃ মোৰ মনত হয়, অলকাৰ ওপৰত কোনোবাই কিবা অন্যায় কৰিছে, এই ধৰণৰ ইঙ্গিত তাইৰ কথাত স্পষ্ট।

জীঃ মোৰ কিন্তু মনত হয়, মিনতিয়ে কিবা মন্ত্ৰ মাৰিলে, তই তাইৰ যুক্তিৰ প্ৰেমত পৰিছ।

নীঃ ধেৎ, বাজে নবকিবি।

সমুখৰ বেঞ্চৰ প্ৰেমিক-প্ৰেমিকাৰ প্ৰস্থান। পৰি বল বাদামৰ বাকলি কিছুমান। ক্ৰমবৰ্দ্ধমান অন্ধকাৰ। পাৰ্কৰ লাইটবোৰ জ্বলিল। বতাহত বকুলৰ চিনাকী গোন্ধ।

॥ পল্লৱ, মিনতি ॥

পঃ ৰেপ্‌ড্‌?

মিঃ ইয়েচ ৰেপ্‌ড্‌। বকৰা চাবে তাইক ধৰ্ষণ কৰিছিল।

পঃ বকৰা চাবে? তুমি এইবোৰ কথা—

মিঃ অলকাই মোলৈ চিঠি এখন লিখি থৈ গৈছিল। আবেলি তাইৰ ভনীয়েক আহি চিঠিখন মোক দি গ'ল।

পঃ চিঠি? মই একো বুজা নাই মিনু। কথা কি?

মিঃ ৰবা, মই তোমাক পঢ়ি শুনাইছো।

মিনতিৰ শোৱা-কোঠা। সুসজ্জিত। টেবুলৰ ওপৰত কেইখন-মান কিতাপ। ফুলদানিত সজীৱ ৰক্ত গোলাপ। মিনতিয়ে ভৰি দুখন কোঁচাই আঁঠুৰ ওপৰত মুৰটো থৈ বহি আছিল। চিঠিখন আনিবলৈ তাই বিছনাৰ পৰা উঠি গৈ টেবুলৰ ড্ৰয়াৰটো খুলিলে। পল্লৱে চকীখন বিছনাৰ ওচৰলৈ আনি ভৰি দুখন বিছনাৰ ওপৰত তুলি দিলে।

পঃ পঢ়া।

মিঃ গোটেই চিঠিখন নপঢ়ো। খালি বকৰা চাবৰ কীৰ্ত্তি-কাহিনীখিনি তোমাক শুনাম। শুনা: 'কেইমাহমান আগৰ কথা। মই এক্সকাৰচনত গৈছিলো, মনত আছে? সেই এক্সকাৰচনৰ সময়ত এদিন কলিকতাত মোৰ অলপ জ্বৰ হৈছিল। আবেলি লৰা-ছোৱালীবোৰ ফুৰিবলৈ ওলাই গ'ল। হোটেলৰ

কমৰ বিছনাত মই অকলে পৰি থাকিলো। অৱশ্যে ৰূকৰা চাবো সিদিনা ওলাই নগল। কলে, চৰ ওলাই গলে অলকাক চাব কোনে? সন্ধ্যাৰ পাছত দুৱাৰ-খিৰিকিবোৰ বন্ধ কৰি বকৱা চাব আহি মোৰ বিছনাত বহিল। মোৰ কপালত হাতখন থৈ সুধিলে, 'জ্বৰ কমিছে?' চাবৰ ভাৱভঙ্গী দেখি মোৰ অলপ সন্দেহ হল। মই নিজকে বচাবলৈ চেষ্টা কৰিলো। কিন্তু নোৱাৰিলো। মোতকৈ বকৱা চাবৰ বুদ্ধি বহুত বেছি! কিন্তু সময়ৰ পাছত মোৰ ক্লান্ত-অত্যাচাৰিত দেহাটো পৰি ৰল বিছনাৰ ওপৰত। বুকুত ধপ্‌ধপনি, সমস্ত শৰীৰত ঘাম—মোৰ শৰীৰৰ পৰা জ্বৰৰ উত্তাপ কেতিয়া আঁতৰিল মই কবই নোৱাৰিলো।'

পঃ ষ্ট্ৰেঞ্জ!

মিঃ নাথিং ষ্ট্ৰেঞ্জ! বকৱা চাবৰ দৰে মানুহবোৰৰ কাৰণে আমি মানুহ নহয়, ভোগ্যদ্ৰব্য।

পঃ অথচ ক্লাচত নৈতিকতাৰ ওপৰত তেওঁৰ লেকচাৰ কি শুনিবা! কমিউনিজম মানে যে ব্যাভিচাৰ আৰু নিষ্ঠুৰতা—সেইটো প্ৰমাণ কৰোঁতে তেওঁৰ প্ৰায় তিনিমাহ সময় খৰছ হয়।

মিঃ অলকাই অৱশ্যে কিছুদিনৰ পৰা মোক এই ধৰণৰ ইঙ্গিত এটা দিছিল।

পঃ কি ইঙ্গিত?

মিঃ তই কেতিয়াবা মোক কৈছিল, 'মই কেতিয়াবা চুইচাইড্ কৰিলে বুজিবি যে কোনোবাই মোৰ ওপৰত ভীষণ অন্যায় কৰিছে।' মই কিন্তু বহু চেষ্টা কৰিও তাইৰ পৰা আচল কথাটো উলিয়াব নোৱাৰিলো।

পঃ তাৰমানে চুইচাইডৰ প্লেনটো তাইৰ বহুদিনৰ?

মিঃ ওহোঁ। হয়তো পৰহিলৈকে তাই ভবা নাছিল সচাঁকৈ তাই কেতিয়াবা চুইচাইড কৰিব বুলি। বিকাশৰ চিঠিখন তাই যোৱাকালিহে পালে।

পঃ বিকাশৰ চিঠি? মানে?

মিঃ অ'—তোমাক তো বিকাশৰ কথা কোৱাই নাই। মোৰ যে আজি কি হৈছে! ৰবা ৰাক, তাইৰ চিঠিখনৰ পৰাই পঢ়ি দিওঁ। শুনা: 'কিছু দিন আগৰ কথা। মই নিশ্চিত হলোঁ যে মই অন্তঃসত্বা। কথাটো বৰুৱা চাৰক জনালো। তেওঁ গৰ্ভপাতৰ নিৰ্দ্দেশ দিলে। মই সন্মত হলোঁ। কিন্তু বিকাশক কথাটো নজনাই মই এই কাম কৰোঁ কেনেকৈ? যাৰ বাবে মোৰ হৃদয় আৰু যৌৱনৰ সমস্ত ঐশ্বৰ্য্য সঞ্চিত কৰি থৈছিলো—সেই বিকাশক মোৰ এই কাহিনী নকলে জানো প্ৰেমৰ নিষ্ঠাক বিশ্বাসঘাতকতা কৰা নহব? বিকাশক গোটেই ঘটনাটো মই কলো। ভাবিছিলো, বিচলিত হলেও, বিকাশে মোৰ অৱস্থা ভাল দৰে বুজিব। বিকাশৰ প্ৰতিক্ৰিয়াত মই স্তম্ভিত হলোঁ। সি মোমায়েকৰ ঘৰৰ পৰা তাৰ সিদ্ধান্তৰ কথা জনাব বুলি কলে। যোৱা কালি তাৰ চিঠি পালোঁ। বুজিলো, সতীত্ব-সচেতন মধ্যযুগীয়া মানুহটো তাৰ মাজত এতিয়াও আছে। সি মোৰ লগত তাৰ সকলো সম্পৰ্ক ত্যাগ কৰিছে। অকল সেয়ে নহয়, সি মোমায়েকৰ ঘৰত থাকি পঢ়িব, আমাৰ কলেজলৈ আৰু নাহে।'

নীৰৱতা। অস্বস্তিকৰ নীৰৱতা। টেবুল-ঘড়ীটোৱে শব্দ কৰি থাকিল—টিক্ টিক্ টিক্ টিক্। পল্লৱৰ চকুত আৰ্দ্ৰ-বেদনা। কপালত চিন্তাৰ ৰেখা। তাৰ চিন্তাশক্তি যেন কিবা এটা গভীৰ বিশ্লেষণত নিমগ্ন।

পঃ অলকাই ভুল কৰিলে। তাই বাচি থাকিব লাগিছিল। বৰুৱা চাৰ বা বিকাশৰ অন্যায়-অবিচাৰক পাত্তা নিদি তাই বাচি থাকিব লাগিছিল। যুঁজ কৰি তাই—

মিঃ সেইবোৰ কথা চিঠিত তাই নিজেও লিখিছে। কিন্তু তাই নোৱাৰিলে।

পঃ অন্ততঃ তোমাক তাই কথাবোৰ কব লাগিছিল।

মিঃ চব কথা মোক কোৱাহেঁতেন তাই আজি নিশ্চয় আমাৰ

মাজত বাচি থাকিলহেঁতেন। অলকা অলপ চেন্টিমেণ্টেল ছোৱালী আছিল সঁচা, কিন্তু তাইৰ মনটো লাহে লাহে যুক্তিবাদী হৈ আহিছিল। হঠাৎ এনে এটা ঘটনা ঘটি যাব বুলি মই ভবাই নাছিলো। এই কেইদিন আগতে—বোধ হয় যোৱা দেওবাৰে—তাই মোক কি কৈছিল জানা?

পঃ কি?

মিঃ কৈছিল, 'তইঁতে যিখন পৃথিবীৰ কথা কৱ—য'ত অন্যায়-অবিচাৰ নেথাকিব, য'ত আমি মানুহ হিচাপে বাচিব পাৰিম—সেইখন পৃথিবী কেতিয়া আহিব মিহু?' মই মন কৰিছিলো, আবেগত তাইৰ মাতটো কঁপি উঠিছিল। তাইৰ সেই কথা কেইটা মই কোনো মতে পাহৰিব পৰা নাই, বাৰে বাৰে মোৰ মনত সেই শব্দকেইটাই খুন্দা মাৰিছেহি।

আবেগ নাই, অশ্রু নাই।

কিবা এক ভঙা-গঢ়াৰ স্বপ্নত যেন তাই নিমগ্ন।



## হস্পিতেল

* * * * * * * * *

—সত্যসুন্দৰ বৰুৱা

বিয়া কৰাবৰ বাবে বয়স যথেষ্ট হল যদিও ডাঃ বনমালী শইকীয়াই এতিয়ালৈকে বিয়াখন পতাৰ সুবিধা কৰিব পৰা নাই। সেইহে হাটৰ পৰা ভাতলৈকে আটাইখিনি কাম নিয়াৰিকৈ চম্পলা বনকৰা লৰাটোৱে কৰি দিয়া চাহকাপ খাই তেওঁ ভাগৰৰ আলস্যতাখিনি আঁতৰাব খুজিলে আৰু ততাতৈয়াকৈ ওলাই আহি চোতালত বৈ হাতৰ ঘড়ীটোত চকু দি দেখিলে যে প্ৰায় তিনিটা বাজো বাজো। অৰ্থাৎ ইতিমধ্যে তেওঁৰ প্ৰায় আধা ঘণ্টা পলম হৈ গৈছে। অৱশ্যে চিন্তা কৰিব লগা তেনেকৈ একো নাই। কিয়নো কম্পাউণ্ডাৰ দিবাকৰ চেতিয়া অভিজ্ঞ মানুহ। ডাক্তৰ নথকা অৱস্থাত তেওঁ অকলেই আটাইখিনি চলায়। হস্পিতেল চলায়তো চলায়েই, অন্যহাতে ডাক্তৰৰ অনুপস্থিতিত অ'ৰ ত'ৰ পৰা বেমাৰী চাবলৈ প্ৰায়েই তেওঁক মাতি নিয়া হয়। আনকালে ডাঃ শইকীয়াই ঠিক সময়তে হস্পিতেল সোমাইহি। আজি পিছে কলগাওঁ বামুনচুকৰ কেচ এটা চাবলৈ গৈ বহুত পলম হ'ল আৰু কষ্টও হল যথেষ্ট। আহি ভাত কিটা খাই

বহোঁতেই এনে এটা মৰটোপনিয়ে হেঁচা মাৰি ধৰিলে যে বনকৰা সৰাটোয়ে চাহ খাবলৈ জগাই দিয়াতহে খপজপকৈ সাৰ পাই এয়া ওলাই আহিছে।

ডাক্তৰৰ কোৱাৰ্টাৰৰ পৰা হস্পিতেলখনলৈ বিশ গজ মানহে হয়। দুয়োটা ঘৰৰ মাজতে এটা পকী নাদ। নাদটোৰ পাৰটো ইটা চিমেণ্টেৰে বন্ধোৱা। তেনেই কম ব্যৱধানত অন্তৰে অন্তৰে হস্পিতেল আৰু ডাক্তৰৰ ঘৰৰ প্ৰায় লগালগিকৈ আৰু তিনিটা সৰু সৰু কোৱাৰ্টাৰ আছে। অফিচিয়েলি সেই তিনিটা কম্পাউণ্ডৰ, নাৰ্চ আৰু ড্ৰেচাৰ—এই তিনিও জনৰ বাবে যদিও দুটাতহে মানুহ আছে। কাৰণ ড্ৰেচাৰৰ বাবে ৰখা ঘৰটো ঠেকা-ঠুকলী দি কোনোমতে খাৰা কৰি ৰাখি থোৱা হৈছে যদিও মানুহ থকাৰ উপযুক্ত নহয়। ভাগ্যে কম্পাউণ্ডৰ আৰু নাৰ্চ দুয়ো বিধিসম্মত ভাৱে একেটা কোৱাৰ্টৰত একেলগে থাকিবলৈ ঠিক ঠাক কৰাৰ পাচত নাৰ্চৰ বাবে সুকীয়াকৈ থকা ঘৰটোত ড্ৰেচাৰ মদন চাহুয়ে ছজনীয়া পৰিয়ালটোৰে সুখ সুমুৰাই থাকিবলৈ ললে। চিষ্টাৰ গুণেশ্বৰী ৰাজখোৱা প্ৰথম এই হস্পিতেললৈ অহাৰ পিচত প্ৰায় ছমাহমানলৈ অকলেই অৱশ্যে তেওঁৰ বাবে নিৰ্দ্দিষ্ট কোৱাৰ্টাৰতে আছিল। বোধ হয় এই ছমাহৰ ভিতৰতে মনে মনে কম্পাউণ্ডৰ দিবাকৰ চেতিয়া আৰু চিষ্টাৰ গুণেশ্বৰীৰ মাজত 'তোৰো মনে গলে, মোৰো মনে গলে' জাতীয় কিবাকিবি অলপ চলি আছিল। কিয়নো এদিন দেখা গল যে ডাক্তৰকে ধৰি দুই এজন ওচৰ চুবুৰীয়াক সাক্ষী ৰাখি দুয়ো হঠাৎ একেলগে থকাৰ সিদ্ধান্ত কৰি চুচুৰীয়া চাহ মেল এটিৰ আয়োজন কৰিলে। তেতিয়াৰ পৰাই চিষ্টাৰ গুণেশ্বৰী ৰাজখোৱাৰ ৰাজখোৱা গুছি চিষ্টাৰ মিচেচ গুণেশ্বৰী চেতিয়া হল আৰু কম্পাউণ্ডৰৰ কোৱাৰ্টাৰটোতে দুয়ো একেলগে থকাৰ যো-জা কৰিলে। কেউফালৰ তাঁৰৰ ফেন্‌চিংৰ মাজত হস্পিতেলটোকে ধৰি আটাইকেউটা ঘৰ পূৰ্ব্বতে বোধহয় একেটা নিৰ্দ্দিষ্ট কম্পাউণ্ড হৈ আছিল। এতিয়া পিছে মাজে মাজে চিমেণ্টক

খহটা খুটা কিটা আছে, কাঠৰ খুটা প্ৰায়বোৰ উঠি গৈছে আৰু তাঁৰৰ ফেন্চিঙৰ যি অৱশিষ্ট আছে সিও ঘাঁহৰ লগত শুইছে আছে।

ডাঃ বনমালী শইকীয়াই পিছফালৰ দুৱাৰখনেদি হস্পিতেলত সোমাই বৈ থকা ৰোগীখিনিৰ ওপৰেদি চকু হাল ফুৰাই চকীখনত বহিলে আৰু ভিতৰৰ কোঠালীত অন্য কামত ব্যস্ত থকা কম্পাউণ্ডৰ চেতিয়াক চিঞৰি মাতিলে।

"চেতিয়া—"

"গৈছো চাৰ—" চেতিয়া সোমাই আহি পোনতে বাহিৰলৈ চাই মদনক মাতিলে।

"মদন, ড্ৰামটোত পানী আজি বোধকৰো ভৰোৱাই নাই। টেপ-টোৰে পানী খুব কম ওলাইছে। বেগতে ভৰাই দে।" তাৰ পিচত ডাক্তৰ শইকীয়াৰ পিনে ঘূৰি হাঁহি এটা মাৰি সুধিলে,—

"চাৰ?"

চেতিয়াই আঁঠুৰ ওচৰলৈকে পৰা এটা এপ্ৰন পিন্ধিছে। ক'লা, হালধীয়া আদি বিভিন্ন ৰকমৰ দাগ লাগিছে যদিও এপ্ৰনটোৰ অৰিজিনেল ৰং যে বগা ধৰিব পাৰি।

"চেতিয়া, ফেমেলি প্লেনিং আৰু মেলেৰিয়া ইন্সিদেন্সৰ ৰিপৰ্ট কেইটা ৰেডি হৈ আছেনে? আজি যেনেতেনে পঠাব লাগে।"

"আছে চাৰ। আপুনি চাই মেলি চহীটো কৰি দিলেই পঠাই দিব পৰা হব।"

"দিয়ক, দিয়ক। এনভেলপ দুটা দিব। আৰু আনি থোৱা ষ্টাম্প আছে নহয়?

"হয় আছে। দিছো ৰব।"

চেতিয়াই যতনাই দিয়া কাগজ কিখনত চকু ফুৰাই ডাঃ শইকীয়াই চহী কৰিলে আৰু দুই খন কাগজ দুটা এনভেলপত ভৰাই বন্ধ কৰি ষ্টাম্প লগাবলৈ চেতিয়ালৈ আগবঢ়াই দিলে। পুনৰ এনভেলপ কিটাৰ ওপৰত ঠিকনা লিখি বিৰক্তিৰে নাকটো কোঁচাই কলে,—

"বুইছে চেতিয়া, জান মাৰিব এই অফিচিয়েল কামবোৰে। কেৰাণীগিৰিকে কৰিব নে ডাক্তৰীকে কৰিব, কোনটো কৰিব কওক।"

তাৰ পিচত ড্ৰামটোৰ পানী ভৰাই থকা মদনক মাতিলে। ড্ৰাম মানে হাত ধুবলৈ পানী ৰখা ড্ৰাম। ড্ৰামটোৰ নিম্নাংশৰ এটা চাইদত এটা টেপ আছে আৰু টেপটোৰ তলত এটা চৰিয়া পাতি থোৱা আছে। একাষত এটুকুৰা চাবোন আৰু মলিয়ন সক এখন টাৱেল। মদনে গাৰ চোলাটোতে হাত দুখনি মচি মচি ডাক্তৰৰ ওচৰ চাঁপিল। ডাঃ শইকীয়াই কলে,—

"এই চিঠি দুখন এতিয়াই ডাকঘৰত পেলাই আহাঁ। আৰু এয়া পইচা লোৱা, এপেকেট চিগাৰেট লৈ আনিবা।"

কলেজীয়া জীৱনতে ঘটি যোৱা এই এটা বদভ্যাস এৰিম এৰিম বুলিও ডাঃ শইকিয়াই আজিলৈ এৰিব পৰা নাই। কেন্সাৰৰ কথা ভাবিলে কেতিয়াবা চিগাৰেট এৰাৰ ইচ্ছা এটা হয়। পিছে ইচ্ছাহে হয়, এৰা নহয়। অৱশ্যে ৰামুজনীৰ মুখখন মনত পৰিলে বা জিয়াউৰ দোকানীৰ ঢোল যেন পেটটো আৰু জকজককৈ ওলাই পৰা বুকুৰ হাড় কিডাল দেখিলে সেই মুহূৰ্ত্তত হতাশা আৰু এষাৰ সান্ত্বনাৰ মাত মাতিব নোৱাৰাৰ দৰে সহায়হীন অৱস্থাত একেলগে কেবাটাও চিগাৰেট হুপি বাহিৰত মনৰ ঠেকচিগা ভুয়া দৃঢ়তা দেখুওৱাৰ প্ৰয়োজন অনুভৱ কৰে ডাঃ শইকীয়াই। ৰামুৱেতো চিগাৰেট নেখায়। জিয়াউৰ দোকানীয়েও এই ভাটি বয়সলৈকে এই অভ্যাসটো ঘটিবকে নোৱাৰিলে। তথাপি তেওঁলোকৰহে দেখোন কেন্সাৰ হৈছে।

ডাঃ শইকীয়া এইবাৰ ৰোগী চাবলৈ সাজু হল আৰু বেঞ্চত বহি থকা, বাৰাণ্ডাত থিয়হৈ থকা মানুহখিনিলৈ চাই পঠিয়ালে। তাৰ পিচত এজন এজনকৈ মাতি প্ৰথমতে ৰেজিষ্ট্ৰাৰ বহিটোত নাম ভৰ্ত্তি কৰি ৰোগীজনক চাবলৈ ধৰিলে। তেওঁ আহি পোৱাৰ আগতে কম্পাউণ্ডৰ চেতিয়াই ভালেকেইজন ৰোগী ডিচপোজ কৰিলে।

পৰীক্ষা কৰাৰ পিচত ডাক্তৰে লিখি দিয়া কাগজ এটুকুৰা লৈ ৰোগী বিলাক পুনৰ বাৰাণ্ডালৈ ওলাই যায়, সোঁ ফালৰ বহল খোলা খিৰিকী খনেদি ভিতৰৰ কোঠালীটোৰ পৰা চিষ্টাৰ গুণেশ্বৰীয়ে ডাক্তৰে লিখি দিয়া কাগজ টুকুৰা চাই চাই শাৰী শাৰীকৈ সজাই থোৱা বটলবিলাকৰ পৰা বাকি বাকি ৰঙা, বগা আদি বিভিন্ন পনীয়া ঔষধ আৰু বড়ি ভাগে ভাগে দি যায়। এইটো নিয়ম সকলোৰে মুখস্থ। কাকো পুনৰ শিকাই দিয়াৰ দৰকাৰ নপৰে।

হস্পিতেলটোত মাত্র চাৰিটা কোঠা 'আৰু আগফালে পিচফালে দুখন বাৰাণ্ডা। প্ৰথমে পোৱাটোৱেই ডাক্তৰৰ বহা আৰু ৰোগী চোৱা কোঠা। এইটো কোঠাৰ একাষৰ দুৱাৰখনেদি ভিতৰৰ দ্বিতীয় কোঠালীটোলৈ যাব পাৰি। তিনিটা পুৰণি আলমাৰী, দৰবৰ টিং, ডাঠ কাগজৰ খালি বাকচ আৰু কাহানিও ব্যৱহাৰ নকৰা অলপমান ডাক্তৰী যন্ত্রপাতিৰে এইটো কোঠালী ভৰা। এই দ্বিতীয় কোঠালীটো আগফালৰ বাৰাণ্ডাৰ গাত লাগি থকা তৃতীয় কোঠালীটোৰ লগত এখন সৰু দুৱাৰেৰে সংলগ্ন। কোঠালীটো কিছু ঠেক, খিৰিকী কিখন যথেষ্ট পোহৰ সোমাব পৰাকৈ বহল। দুখন দীঘলীয়া ৰেকত বিভিন্ন ধৰণৰ পনীয়া ঔষধ ৰখা ডাঙৰ-সৰু বটল আৰু ঔষধৰ টেমা সজাই থোৱা আছে। কম্পাউণ্ডৰ চেতিয়াই ইয়াত মিক্সাৰ বনায় আৰু চিষ্টাৰ গুণেশ্বৰীয়ে খিৰিকিয়েদি সেই ঔষধ ৰোগীক বিলায়। চতুৰ্থটি কোঠালী পিচফালৰ বাৰাণ্ডাৰ লগত সংলগ্ন। এইটো কোঠালীত সৰু-সুৰা অস্ত্ৰোপচৰ, ড্রেচিং কৰাৰ ওপৰিও ৰোগীক ইনজেকচন দিয়া হয়। কোঠালীটো সৰু। দীঘলীয়াকৈ এখন বিছনা, এখন ড্রেচিং ট্ৰলী, দুখন টুল, এটা লেভেৰা বাল্টিং আদিৰে কোঠাটো থেপাথেপি হৈ আছে। কোঠাটোত সোমালেই ডেটল-আয়ডিনৰ মিশ্রিত গোন্ধ এটা নাকত লাগেহি। আগফালৰ বাৰাণ্ডাৰ কাঠৰ খুটা এটাত এখন চাইন বৰ্ড আঁৰা আছে। তাত এনেদৰে লিখা আছে—

'গবৈমাৰী বাস্ত্ৰিক চিকিৎসালয়'

খোলাৰ সময়

| | আগবেলা | পাচবেলা |
|---|---|---|
| বাৰিষা= | ৮ বজা -১২ বজা | ৩ বজা—৫ বজা |
| খবালি= | ৭-৩০ বজা—১১-৩০ বজা | ২-৩০ বজা—৪-৩০ বজা |

ঘৰটোৰ বেৰকিখনত তলৰ আধা ইটা-চিমেণ্টৰ, ওপৰৰ আধা বাঁহৰ কামিৰ ওপৰত মাটি লিপি চুনকাম কৰা। ফ্লৰখন পকী। বেৰকিখনৰ কেবাঠাইত মাটি খহি তলৰ কামি ওলাই পৰিছে। ডাক্তৰ বহা কোঠালীটোৰ সোঁ-মাজতে এখন মজলীয়া ধৰণৰ মেজ, কাষত দুখন চকী। দুৱাৰৰ কাষত এখন বেঞ্চ, তাৰ কাষত ৰোগী পৰীক্ষা কৰা সৰু বিচনাখন। বেৰৰ এঠাইত ডাঙৰ ৱৰ্ল্ড মেপ এখন আঁৰা আছে। পিচফালৰ বাৰাণ্ডালৈ যাব পৰা দুৱাৰখনৰ ওপৰত দুয়োকাষে আয়নাৰ ফ্ৰেমত বান্ধি ওলোমাই থোৱা হৈছে বহুত পুৰণি দুখন ফটো। এখনত আধুনিক চিকিৎসা বিজ্ঞানৰ জনক হিপক্ৰেটিচে ৰোগী এজনৰ পেটত হাত ৰাখি পৰীক্ষা কৰিছে (সময়কাল খৃঃ পূঃ ৪৬০)। আনখনত মূৰত জটা মুখত দীঘলীয়া ডাডি আৰু শুদা গাৰে ভাৰতীয় চিকিৎসা শাস্ত্ৰৰ জনক শুশ্ৰুতই ৰোগী এজনৰ মূৰত অস্ত্ৰোপচাৰ কৰিছে। কাষৰ আনখন বেৰত তিনিখন পোষ্টাৰ-চিত্ৰ লগাই থোৱা আছে। পিছে তাৰে এখনৰ চুক এটা বেৰৰ পৰা এৰাই থকাৰ কাৰণে তাত যি লিখা আছে সেয়া ঢাক খাই একো নিলিখা পিঠিহে ওলাই আছে। বলি থকা বতাহ ছাটিৰ তালে তালে এৰাই থকা চুকটো ক্ৰমাৎ হাউলি গৈ আধৰ থকা ফালটো বেছিকৈ ঢাক খুৱাই দিছে। আন-দুখন পোষ্টাৰ চিত্ৰৰ এখনত বৰ আই ওলাই টোপোৰ-টোপোৰ হৈ থকা লৰা এটাৰ মুখমণ্ডল আৰু আনখনত পৰিয়াল পৰিকল্পনাৰ ৰঙা ত্ৰিভুজটোৰ সৈতে দুটা সন্তানসহ এটি সুখী পৰিয়ালৰ ছবি আঁকা আছে।

ডাঃ বনমালী শইকীয়াই আগবাঢি অহা লৰাটোৰ পেটটো পিটিকি মোহাৰি চাই সুধিলে,—

"পেটটো অনবৰতে কামুৰি থাকে নেকি ?"

"হয় চাৰ। মাজে মাজে উকালিও আহে। বমি হোৱা নাই দিছে।"

"ওঁ। খাই থাকিবি যেতিয়াই-তেতিয়াই যিহকে-তিহকে। পেলুৰ ঠাহ খাই আছে। পায়খানাটো পৰীক্ষা কৰিব লাগিব। এতিয়া এই দৰব কেইটা লৈ যাবি। কেনেকৈ খাব লাগিব সৌফালে বাইদেৱে বুজাই দিব। যা।"

লৰাটো ওলাই যোৱাৰ পাচত দুটা মানুহে ধৰি ধৰি কম্বলেৰে ঢাকি-অনা মানুহটোক বিচনাখনত তুলিবলৈ ডাঃ শইকীয়াই ইঙ্গিত দিলে। মানুহ কেইটাক ডাঃ শইকীয়াই চিনি পালে। গাখীৰ বিক্ৰী কৰা নেপালী মানুহ। কম্বলেৰে ঢাকি থোৱা মানুহটোৱে কেইটামান শুকান কাঁহ মাৰি কেঁকাবলৈ ধৰিলে।

"তহঁত নেপালী বস্তীৰ মানুহ নহয় জানো ?"

"হঁয় চাৰ," নাকৰ পৰা চেঁপা খাই ওলোৱা উচ্চাৰণ এটাৰে মানুহ এটাই উত্তৰ দিলে।

"কি হৈছে ইয়াৰ ?"

"চাৰ, আজি পাঁচ ৰোজৰ পৰা জ্বঁৰ। মাজে মাজে থামে। খুঁব পচিনা ওলাঁয় আৰু কাঁপুনি ধৰে।"

"আজি যে লৈ আহিছ, এই পাঁচদিনে কি কৰিহিলি ?"

"আনিবলে অ'সুবিধা চাৰ। গাৱঁলীয়া দাঁৱাই-পানী কৰিছিলোঁ — মিছা নকওঁ চাৰ। পিচে ভাল নোহোৱা গুণেহে লৈ আহিলোঁ।" টান কথা এষাৰ শুনাবৰ ইচ্ছা হৈছিল ডাঃ শইকীয়াৰ। পিছে এনে সহজ স্বীকাৰোক্তিৰ পিচত তেওঁ আৰু কি কব। চিষ্টাৰ গুণেশ্বৰীক টেম্পেৰেচাৰটো চাবলৈ কৈ তেওঁ মদনে আনি দিয়া চিগাৰেট এটা জলালে। এনেতে চেতিয়াই সুধিলে,—

"চাব, ৰামকৃষ্ণ বৰঠাকুৰৰ ঘৰৈকক চালেগৈ হব পাঁয় ? কেনে দেখিলে ?" ক্ষীণ হাঁহি এটা মাৰি ডাঃ শইকীয়াই চিগাৰেটৰ ছাইকণ জোকাৰি পেলালে। তাৰ পিচত—যেন অতি বিৰক্তি লাগিছে—এনে এটা ভাৱেৰে কলে,—

"কেনে দেখিব আৰু ? এইবাৰ সন্তান জন্ম দিব লাগিলে মানুহজনী বোধহয় মৰিব।"

"মৰিব ?"

"নমৰি আৰু হব কি ? দেহত তেজৰ নামত চাগে তেজ ধোৱা পানী অকণমান আছে। গাৰ ছাল ব্লটিং পেপাৰৰ দৰে বগা। সেই অৱস্থাৰেই পেটত কেঁচুৱালৈ ধোল যেন পেটটোৰে মানুহজনীয়ে চুঁচৰি-চুঁচৰি পাকঘৰ চোতালঘৰ কৰি ফুৰিছে। গিৰিয়েক ঘৰত নাই। পূজা সেৱা যজমানী কৰি ঘুৰি ফুৰিছে। ইফালে ঘৰত খাবলৈ নাই। দেখিলে বুজিছেনে বেয়াও লাগে, খঙো উঠে—।"

"পাঁচজনী ছোৱালীচোন আছেই। বৰঠাকুৰে অপাৰেচন কৰাই লবকে পাৰে। আনি কলে সুশুনে।"

"মই দুদিনমান কলো সেই বিষযে। বিশটা টকা পাব, সেই টকাৰে বোলো ঘৈনীয়েকৰ কাৰণে ঔষধপাতিকে দুটামান আনিব পাৰিব—সেই পৰ্য্যন্ত কলো। কিন্তু তেওঁ যিথিনি সংস্কৃত শ্লোক মাৰি মোৰ পাপোদ্ধাৰ কৰিব খুজিলে—মই বাদ দিলো। সিদিনা লিখি দি অহা প্ৰেচক্ৰিপচনৰ কাগজ টুকুৰা আজি গৈ দেখিলো যে লেমৰ চিম্‌নিটোৰ ভগা ফালটো বতাহৰ পৰা ঢাকিবৰ বাবে ব্যৱহাৰ কৰা হৈছে। আচ্ছা,—মানুহগৰাকীক আপুনি আইৰণ ইন্‌জেকচন কেইটা দিলে ?"

"তিনিদিন তিনিটা দিলো। দৰৱৰ পইচা পিচে দিয়া নাই।"

"থাকিলেহে দিব পইচা। পিছে তিনিটা ইনজেকচনে কিডাল কৰিব ? সিদিনা ভাবিছিলো বোলো কুচিয়াকে মাজে মাজে খাবলৈ কৈ চাওঁ নেকি। তেজ পানী অকণ হয়েই কি জানি। পিছে

যিহে গোড়া বামুন—কলে ওলোটাই মোকহে বকিব। বাদ দিলো।"

চিষ্টাৰ গুণেশ্বৰীয়ে থাৰ্ম্মোমিটাৰটো দাঙি চাই কলে,—

"টেম্পেৰেচাৰ হান্দ্ৰেদ এণ্ড থ্ৰি পইন্ট টু-চাৰ।"

ডাঃ শইকীয়াই এইবাৰ মানুহটোক পৰীক্ষা কৰিলে। মানুহটোৰ গাটো অতিপাত গৰম, চকুহাল ৰঙা আৰু ভীত সন্ত্ৰস্ত, জিভাখন লেতেৰা আৰু শুকান। উশাহৰ লগে লগে নাকৰ পাহি দুটা বাৰে বাৰে যুলি যুলি উঠিছে। সেহাই সেহাইহে সি ডাক্তৰে সোধা দুই-এটা প্ৰশ্নৰ উত্তৰ দিছে। ডাঃ শইকীয়াই চেতিয়ালৈ চাই কলে—

"আৰু এটা চেতিয়া। ইযাৰ ব্লাডটো লৈ ফিল্ম এখন বনাওক। যোৱাবাৰ আমি বিশখন স্লাইড পঠাইছিলো নহয় ?"

"হয় চাৰ। তাৰে সোতৰ খনৰ ৰিজাল্টেই পজিটিভ। নেপালী বস্তিৰ পৰা যি কেইটা আহিছে আটাই কেউটাই পজিটিভ্।"

"তাৰ মানে মেলেৰিযা আকৌ পালেহি। দেশখনৰ কি হব হয়নে চেতিয়া ? আচ্ছা, আমাৰ মেডিচিনৰ ষ্টক ঠিক আছে নহয় ?"

"ষ্টক কম আছে চাৰ। যোৱাবাৰ দিয়া ইন্‌দেনখিনি চাপ্লাই কৰা নাই নহয় চাৰ।"

ডাঃ শইকীয়াই আৱশ্যকীয় ঔষধ লিখি মানুহকিটাক বিদায় দি বাহিৰলৈ চাওঁতেই দেখিলে যে দুৱাৰমুখত বৈ গোলাপ মাষ্টৰে ভিতৰলৈ ভুমুকা-ভুমুকি কৰি আছে। ডাক্তৰৰ চকু তেওঁৰ ওপৰত পৰাৰ লগে লগে মানুহজন পোনে পোনে সোমাই আহিল আৰু কোনো ভূমিকা নোহোৱাকৈ প্ৰথমেই আৰম্ভ কৰিলে।

"গাৰ বল-শক্তি একেবাৰে কমি গৈছে। বৰ অসুবিধাত চলিছো। শক্তিবৰ্দ্ধক ভাল ঔষধ এটা দিবনে ?"

গোলাপ মাষ্টৰ মানুহজন যথেষ্ট বয়সস্থ। ডিঙিটোৰ সোঁ ফালটো ওলাই থকাৰ কাৰণে তেওঁ কাপোৰ এখনেৰে ডিঙিটো

ঢাকি ৰাখিছে। কথা কওঁতে মাতটো ফাটি ফটা বাঁহত মাঁৰ মাৰিলে ওলোৱা ধৰণৰ মাত এটা ওলাইছে। ডাঃ বনমালী শইকীয়াই লগ পোৱা ৰোগীবিলাকৰ ভিতৰত এই এজন আচৰিত ৰোগী তেওঁ পাইছে। দৰাচলতেই খুব কম কথা কয় মানুহজনে। যি কিটা কয় তাৰো কোনো ভূমিকা নাই, ফৰ্মেলিটি নাই। আনকি যিদিনা কেন্সাৰ হোৱা বুলি মানুহজনে গম পালে, সেইদিনাও মুখত কোনো ভাবান্তৰ নাই। সেই একেই নিৰ্লিপ্ততা, একেই উদাসীনতা। বাগিচাৰ প্ৰাইমেৰী স্কুলত তেওঁ শিক্ষকতা কৰিছিল। এতিয়া ৰিটায়াৰ্ড। ডাঃ শইকীয়াই তেওঁলৈ চাই কলে,—

"আপোনাক মই বৰবাৰীলৈ যাবলৈ কোৱা নাছিলোনে? ইয়াত আপোনাৰ অসুখ ভাল নহয়।"

"জানো ডাক্তৰবাবু। তালৈ গলেও মোৰ অসুখ ভাল নহয়।"

"কেনেকৈ জানিলে আপুনি? চেষ্টা এটাতো কৰি চাব লাগে। মোৰ ইয়ালৈ অহাযোৱা কৰি থাকিলে কি লাভ হব?"

ডাঃ শইকীয়াই প্ৰকৃততে কিছু বিৰক্তি অনুভৱ কৰিলে। নিতৌ বৃদ্ধি পোৱা মৃত্যুৰ কীট এসোপা কঢ়িয়াই ফুৰা দেহা একোটা নিঃসহায় ভাৱে চাই থকাটো বোধকৰো ডাক্তৰৰ কাৰণেও সহজ নহয়।

গোলাপ মাষ্টৰে ক্ষন্তেক দম ললে। পিচমুহূৰ্ত্তত একেটা সুৰতে সহজভাৱে ডাক্তৰৰ চকুত চকু ৰাখি কবলৈ ধৰিলে,—

"কাৰ মূৰটো লৈ বৰবাৰীলৈ যাম ডাক্তৰবাবু? বন্ধকত দিবলৈ মোৰ মাটি নাই, পৰিবাৰৰ গাতো কতো কুটা এপদ নাই। ধাৰ-ঋণ কৰি গলেও পৰিয়ালটোক এতিয়াৰ দৰে অন্ততঃ এসাজকে কোনে খুৱায়? পৰিয়ালটোকে যদি কোনোবাই অন্ততঃ এসাজ খুৱাম বুলি বন্ধকত লয়, তেতিয়াহলে মই কিবা এটা কৰি চাব পাৰো। কথাটো বুজিলেনে ডাক্তৰবাবু? দিয়ক, আছে যদি কিবা ঔষধ এটা দিয়ক। কথাকিটা কৈ মিছাকৈ আৰু অলপ শক্তিহে ক্ষয় কৰিলো।"

ডাঃ শইকীয়াই মানুহজনৰ ফালে ছুনাই নেচালে। মাটি খহি পৰা বেৰৰ চুক এটাইদি আবেলি বেলিৰ ৰেঙণি এটা আহি টেবুলত পৰিছেহি। ডাক্তৰে কম্পাউণ্ডাৰ চেতিয়াক মাতিলে,—

"ভিটামিন টেবলেট কিবা আছেনে চেতিয়া ?"

"নাই চাৰ।"

"আইৰণ মিক্সাৰ ?"

"নাই চাৰ। চালফিউৰিক এচিড নাই কাৰণে বনাব পৰা নাই।"

ডাঃ শইকীয়াই নিজৰ বেগটো খুচৰি খুচৰি কিবা দুটামান টেবলেট উলিয়াই গোলাপ মাষ্টৰক দিলে। মানুহজনে সেই একেই নিৰ্লিপ্ত ভঙ্গীৰে টেবলেট কিটা ললে আৰু তলমূৰকৈ আঁতৰি গ'ল।

ফেৰফেৰিযা এচাটি বতাহ বলিছে। চুক এৰাই থকা পোষ্টাৰ চিত্ৰখন বতাহত লৰিছে আৰু এৰাই থকা চুকটোৱে বাৰে পতি বেৰখনত কোবাই আছে। ডাঃ শইকীয়াই আৰু এটা চিগাৰেট জ্বলাই ৰহি থকা ৰোগীখিনিলৈ চালে। তেওঁৰ হঠাতে ভাব হল যে এনেকুৱা মানুহ অকল গৰৈমাৰীতহে আছে নে গোটেই দেশতে আছে ? গোটেই দেশততো থাকিব নেলাগে নিয়মমতে। তেন্তে গৰৈমাৰীত কিয় আছে এই ক্ষীণ-হীন, তেজহীন, হাত ভৰি ফুলা আৰু বুকুৰ হাড ওলোৱা মানুহবোৰ ? বেমাৰ ? চবৰে বেমাৰ ? খাবলৈ নোপোৱা বেমাৰ ? ডাঃ শইকীয়া অলপ আচৰিত হ'ল। অকস্মাতে এইবোৰ প্ৰশ্ন আজি কিয় জাগিল তেওঁৰ মনত ?

এটা দহ-বাৰ বছৰীয়া লৰা আগবাঢি আহিল। গোটেট গাতে তাৰ টোপোৰা-টোপোৰ খহু। বৰ আই নহয কিন্তু। হাত ভৰিৰ আঙুলিৰ ফাঁক আৰু মুৰতো হৈছে খহুবোৰ। খহুবোৰৰ পৰা পানী আৰু পূঁজো বাহিৰ হৈছে। ডাঃ শইকায়াই চেতিয়াক সুধিলে,—

"চেতিয়া, জেনচিয়ান ভায়োলেট আছেনে ?

"শেষ হ'ল চাৰ।"

"যুৰাচিন জাতীয় কিবা মলম একা ?"

"নাই চাৰ।"

"কিনো আছে তেন্তে চেতিয়া ?" ডাঃ শইকীয়াৰ সঁচাকৈয়ে খং উঠিল। দিবাকৰ চেতিযাই বুজিলে যে খংটো আচলতে তেওঁৰ ওপৰত নহয়। তথাপি কথাকিটা তেওঁৱেই শুনিব লাগিব। চেতিয়াই বেয়া নেপালে।

"দিয়ক, দিয়ক। চালফাঁৰ টেবলেটকে ছুটামান দিয়ক। আৰু তই—তই এটা দাৱাই কিনিব লাগিব। পাৰিবিনে ? পাৰিবই লাগিব। কিবা এটা কৰি এই মলমটো কিনিবি। বেচি পইচা নলয়। এইটো নলগালে ভাল নেপাৱ। যা।" বিৰক্তিৰে কথা কিটা কৈ ডাঃ শইকীযাই তাক আৰু একো কোৱাৰ সুযোগ নিদিলে।

হস্পিতালত ঔষধ নাই, ৰোগীৰ কিনিবলৈ সামৰ্থ্য নাই। অথচ ইফালে ৰোগো ভাল হব লাগিব। এয়ে হ'ল হস্পিতাল।

ছটা বছৰে ডাঃ বনমালী শইকিয়াই মেডিকেল কলেজত কিমান বেমাৰৰ নাম মুখস্থ কৰি আছিল, উজাগৰ থাকি কিমান থিওৰী মুখস্থ কৰি সেইবোৰ পৰীক্ষাৰ বহীত লিখি পাচ কৰি আছিল। কিন্তু চাকৰি কৰাৰ আজি পাঁচ বছৰৰ ভিতৰৰ সেইবোৰৰ এটাও তেওঁ মনত পেলাব লগীয়া হোৱা নাই। মনত আছেনে পাহৰিছে তাৰ পৰীক্ষাও তেওঁ কৰিব লগা হোৱা নাই। ডাকঘৰৰ বেমেজালিৰ বাবে অনিয়মিতভাৱে যিখন মেডিকল জাৰ্নেল তেওঁ লৈ আছে, সেই খনত প্ৰকাশ হোৱা খবৰবোৰ, প্ৰকাশ হোৱা নতুন নতুন ছবিবোৰ আজিকালি তেওঁ এনেদৰে চায় যেন আখৰ পঢ়িবলৈ শিকা সৰু লৰাইহে বাঘ-ভালুকৰ ৰঙীন চিত্ৰ চাই আনন্দ আৰু আশ্চৰ্য্যত অভিভূত হৈ পৰিছে।

চাব লগীয়া ৰোগী তিনিজনমানহে বাকী আছেগৈ। হস্পিতাল বন্ধ কৰিবৰ সময়ো হৈ আহিছে। ডাঃ শইকীয়া বহাৰ পৰা উঠিল আৰু ভৰি হাত কিটা পোনাই মনটোত অলপ বতাহ লগাবলৈ আগফালৰ সৰু বাৰাণ্ডা টুকুৰালৈ কপেৰৰ বাবে ওলাই আহিল। ঠিক সেই মুহূৰ্ত্তে সন্মুখত এখন চাইকেল ৰখি আৰু তাৰ পৰা ৰাণুৰ দেউতাকক নামি অহা দেখি ডাঃ শইকীয়াৰ মনটো পুনৰ কোঁচ খাই অহা যেন লাগিল। ডাক্তৰে মন কৰিলে যে ৰাণুৰ দেউতাকৰ মুখত আজি যেন এটি ক্ষীণ উজ্জ্বলতাৰ বেশ লাগিছে। খৰধৰকৈ বাৰাণ্ডা টুকুৰাত উঠি তেওঁ চকু কিটা ডাঙৰকৈ মেলি ধৰি ডাঃ শইকীয়াক কলে,—

"বৰ ডাঙৰ খবৰ এটা আছে ডাক্তৰবোপা।"

মানুহজনৰ চুলি যি কিডাল আছে আটাই কেইডাল পকিছে। বয়স বোধকৰো পশ্চাশ-পচপনৰ ভিতৰতে হব। তেওঁ এটা কলাৰ ফটা পাঞ্জাবী আৰু এখন ধুতি পিন্ধিছে। ৰাণুৰ দেউতাক বাবেই নেকি—মানুহজনক দেখিলে এনেই এটা শ্ৰদ্ধা ভাব উপজে। 'তুমি' বোলাৰ বাবে ডাঃ শইকীয়াই বেযা নেপায়। 'ডাঙৰ খবৰ' এটা বুলি কৈয়ে হাতত লৈ অহা খবৰ কাগজ এখন ডাক্তৰৰ সমুখত ডাঙি ধৰি মানুহজনে কলে,—"পঢ়াচোন এইকণ।"

কাগজখন হাতত লৈ আহি ডাঃ শইকীয়া নিজৰ চকীখনত বহিল, ৰাণুৰ দেউতাকো অন্য এখন চকীত বহিল। ডাক্তৰে খবৰটো পঢ়িলে—'Nobel Prize for Medicine: দুজন আমেৰিকান আৰু এজন ইতালীয়ানক কেন্সাৰৰ ওপৰত ১৯৭৫ চনৰ নোবেল বঁটা প্ৰদান কৰা হৈছে। তেওঁলোক হ'ল যথাক্ৰমে ডেভিদ বাল্টিমুৰ আৰু হাৱাৰ্ড মাৰ্টিন টেমিন—দুয়ো আমেৰিকাৰ আৰু ৰেনেটো ডালবেকু—ইতালীৰ।'

"পঢ়িলা? বোধহয় কেন্সাৰৰ ঔষধ উলিয়াইছে এওঁলোকে নহয়নে?"

ডাঃ শইকীয়াই কেবাদিনৰ আগতেই পঢ়িলে এইটো খবৰ। এখন ইংৰাজী সাপ্তাহিক মেগাজিনত এই বিষয়ে তেওঁ কিছু পঢ়িছিল। মেগাজিনখনত মানুহ কিজনৰ ফটোও ছপা হৈছিল।

ডাঃ শইকীয়াই কলে,—"ঔষধ উলিওৱা নাই।"

"হেঁ? ঔষধ উলিওৱা নাই? তেন্তে কিহৰ কাৰণেনো তেওঁলোকক নোবেল পুৰস্কাৰ দিয়া হ'ল?" বাণুৰ দেউতাকৰ কপালখন কোঁচ খাই আহিল। আচৰিত আৰু অবিশ্বাস্য প্ৰশ্নবোধক চিন এটা তেওঁৰ চুচকুত জিলিকি উঠিল। ডাঃ শইকীয়াই লাহে লাহে কলে,—

"কেন্সাৰৰ কাৰণ উলিয়াবলৈহে তেওঁলোকে ৰিচাৰ্চ কৰিছিল। সঠিক কাৰণ ওলালে কেন্সাৰৰ ঔষধো এদিন নিশ্চয় ওলাব।"

বাণুৰ দেউতাকৰ মুখত অলপ আগতে থকা উজ্জ্বলতা হঠাতে হেৰাই গল। তেওঁ চকুহাল মুদি দিলে যেন এতিয়াহে ভাগৰ এসোপাই ৰবাৰ পৰা আহি তেওঁক হেঁচি ধৰিলেহি। বেয়া লাগিল যদিও ডাঃ শইকীযাই তেওঁক সান্ত্বনা দিবৰ যত্ন নকৰি মাত্ৰ সুধিলে,—

"বাণুৰ কেনে আজি?"

আচলতে সুধিব লগাটো উচিত কাৰণেই এই প্ৰশ্ন সুধিলে ডাঃ শইকীয়াই। বাণু কেনে থাকিব বা কেনে থকা উচিত এই অৱস্থাত তেওঁ নজনা নহয়। ক্লাচ নাইনত পঢ়া এজনী সৰু ছোৱালী স্কুলৰ পৰীক্ষাত যিজনী ছোৱালী সদায় প্ৰথম হৈছিল, নৃত্য-গীতত যিজনী ছোৱালী গোটেই অঞ্চলটোতেই জনাজাত, খিল খিলকৈ হাঁহিলে মুকুতাৰ দৰে যাৰ দাঁত চুপাৰী জিলিকি উঠে—সেইজনীয়ে বাণু। এতিয়া বিচনাৰ পৰা তাই উঠিব নোৱাৰে। অসহ্য বিষত কেঁকাই কেঁকাই যোৱা ছমাহ দিনেনিশাই তাই পৰি আছে। কাৰণ? তাইৰ কেন্সাৰ হৈছে। সোঁ ভৰিৰ ঘাই হাডডালত কেন্সাৰ হৈ গোটেই ভৰিটো দাঙিব নোৱাৰাকৈ ফুলি গৈছে। ডাক্তৰী ভাষাত যাক

কোৱা হয় 'চাৰকোমা'। মেডিকেল কলেজত কৰঙণৰ চুকতে ভৰিটো কাটি পেলোৱাৰ কথা হৈছিল। তাই মত নিদিলে। পিছে এনেকৈও তাই আৰু খুব বেচি দিন বাচি নেথাকিব।

ৰাণুৰ দেউতাকে কিছু সময় চকু মুদি মনে মনে কিবা ভাবিলে। তাৰ পিচত এটা এটাকৈ লাহে লাহে কবলৈ ধৰিলে,—

"যোৱা নিশা দুটা বেজী দিয়াৰ পাচত ৰাতিটো তাই ভালকৈয়ে শুলে। পিছে পুৱাৰ পৰা বিষত আকৌ চিঞৰি আছে। ডাক্তৰবোপা, চকুৰ আগত এই জীয়াতু মই চাই থাকিব নোৱাৰা হৈছো। মাকজনী পাগলী হৈ গৈছে। সোনকালে, অতি সোনকালে তাইৰ হয ইফাল, নহয় সিফাল—কিবা এটা কৰি দিয়া। মই নোৱাৰিছো,—মই—"

মানুহজনৰ কথা শেষ নহল। আধা কোৱাকেই বাহিৰত কিবা এটা শব্দ শুনি তেওঁ বৈ গল। ডাঃ শইকীয়াইয়ো একেলগে বাহিৰলৈ চাই পঠিয়ালে। কান্ধত কাপোৰেৰে ঢাকি লৰা নে ছোৱালী এটা লৈ চিঞৰি চিঞৰি তিৰোতা এজনী বাৰাণ্ডালৈ উঠি আহিল। মানুহজনীৰ পিচে পিচে নাঙঠ পিঙঠ এটা দুবছৰমান বয়সৰ লৰা। কি হৈছে লৰাটোৱে বোধহয় একো বুজিব পৰা নাই। কেৱল মাকক কন্দা দেখি সিও কান্দিছে। মানুহজনীৰ কাপোৰ-কানিবোৰ বৰ মলিযন, চুলিবোৰত বোধহয় বহুতদিন তেল আৰু ফণী নেলাগি জট বান্ধিছে। কঁকালত তাই মেখেলাৰ দৰে ক'লা এখন কাপোৰ পিন্ধিছে। ডাঃ শইকীয়াই মানুহজনীক চিনি পালে। সেইজনী কেইসপ্তাহমান আগতে তেজ হাগনী হৈ মৰা ৰামলাল মিঠাইৱালাৰ ঘৈনীয়েক।

মানুহজনী দুৱাৰমুখতে ৰ'ল আৰু তাৰ পৰাই দেচুৱালী ভাষাত কিবা এটা কৈ কান্ধৰ পৰা সন্তানটো নমাই ডাক্তৰলৈ অদ্ভুত আকুতি ভৰা চাৱনি এটাৰে চালে। ডাঃ শইকীয়াই ৰোগীটো বিচনাখনত উঠালে। এজনী ছোৱালী। চেহেৰা দেখি বয়স অনুমান কৰিব

নোৱাৰি যদিও চাৰি বা পাঁচ বছৰৰ বেচি নহয়। গাৰ কাপোৰখন গুচাই দি ডাঃ শইকীয়া উচপ খাই উঠিল। মানুহ নে ভূত এইটো? ছোৱালীজনীৰ গাটোতকৈ মূৰটো বোধহয় ডাঙৰ। দুটা গাঁতত চকু দুটা পোত খাই আছে। ছালখন শুকান, ফৰ্কীয়া আৰু চেঁচা। এনে লাগে যেন তলৰ জঁকাটোৰ ওপৰত ছালৰ চোলাটো ঢিলাকৈ মেৰিওৱা আছে। মুখখন সামান্য মেলখাই লেতেৰা দাঁত কিটা ওলাই আছে। এনে লাগে যেন এই মাত্র কেকুঁৰি ওঁঠ কিটা লৰি উঠিব আৰু কিবা এটা মুখত পৰিলেই টপকৈ গিলি থব। ছোৱালীজনীয়ে উশাহ-নিশাহ লোৱা নাই, হৃদস্পন্দন বন্ধ হৈ গৈছে। কাঠৰ টুকুৰা এটাৰ দৰে তাই মাত্র নিস্তব্ধ হৈ পৰি আছে।

ডাঃ শইকীয়াই তাইৰ মুখখন ঢাকি দি তলমূৰকৈ আঁতৰি অহাৰ লগে লগে মানুহজনীয়ে ছোৱালীজনীক সাৱটি ধৰিলে। এইবাৰ কিন্তু তাই নিচিঞৰিলে। বোধহয় ডাঙৰ মানুহৰ আগত, এনে এটা প্রয়োজনীয় চৰকাৰী ঘৰৰ ভিতৰত তাই চিঞৰিবলৈকে ভয় খালে। ডাঙকোলাকৈ চেঁচা শটো লৈ তাই নিঃশব্দে ওলাই গ'ল। ইয়াৰ মাজতে ইতিমধ্যে নোবেল পুৰস্কাৰৰ খবৰ দিবলৈ অহা ৰাণুৰ দেউতাক কেতিয়া কোনফালে ওলাই গল কোনেও গম নেপালে। দিবাকৰ চেতিয়াই উৎকণ্ঠা চেপি ৰাখিব নোৱাৰি কোমলকৈ সুধিলে—"চাৰ—কি হৈছিল ছোৱালীজনীৰ?" ডাঃ শইকীয়াই এটা চিগাৰেট জ্বলাই গহীন হৈ কলে,—"আমাৰ সভ্যতাই জন্ম দিয়া কেন্সাৰ, চেতিয়া।"

খুব জোৰেৰে এচাটি বতাহ বলিছে। খোলা খিৰিকীৰ ফাল কিটাই জোৰেৰে ঘটংকৈ খিৰিকীৰ চৌকাঠত খুন্দা মাৰিলে। এবাৰ হঠাৎ বতাহৰ কোবত চকু এৰাই থকা বেৰৰ পোষ্টাৰ-চিত্রখন মাটিত খহি পৰিল। ড্রেচাৰ মদন চাহুৱে এধেচিভ প্লাষ্টাৰ টুটুকুৰা লগাই আগৰ ঠাইত পুনৰ পোষ্টাৰখন আঁৰি দিয়াত ইমান পৰে ঢাকখাই থকা লিখাখিনিত ডাঃ শইকীয়াৰ চকু পৰিল। তাত লিখা আছে—

'সু-স্বাস্থ্যৰ বাবে সুষম আহাৰ খাওক। এদিনৰ সুষম আহাৰত এইখিনি থকা উচিত :—

নিৰামিষাহাৰীৰ বাবে : ৩৯৭ গ্ৰাঃ ধান, মাহ-ঘেঁহু জাতীয়; ৮৫ গ্ৰাঃ দাইল-মটৰ-চিম জাতীয়; ২৮৩ গ্ৰাঃ গাখীৰ; ১১৩ গ্ৰাঃ সেউজীয়া শাক-পাচলি, ৮৫ গ্ৰাঃ ফল-মূল, ৫৭ গ্ৰাঃ চেনি-গুড, ৫৭ গ্ৰাঃ তেল-চৰ্বি জাতীয়, ২৪ গ্ৰাঃ বাদাম।

আৰু

আমিষাহাৰীৰ বাবে : ৮৫ গ্ৰাঃ মাছ-মাংস আৰু এটা কণী।'

কথাখিনিৰ তলতে থালত সজাই থোৱা বিভিন্ন সুষম খাদ্যৰ এখন ছবি। বেৰত লগাই থো'ৱা ডাঙৰ ব্লৰ্ড মেপখনত ইমানদিনে ডাক্তৰ শইকীয়াই ভালকৈ চকু দিয়া নাছিল। আজি হঠাতে নাদ এটাৰ ভিতৰৰ পৰা সাগৰ চোৱাৰ দৰে তেওঁ মেপখনত চকু দিলে।

বিভিন্ন দেশ-মহাদেশৰ ওপৰেদি তেওঁৰ চকুহাল ঘূৰি ফুৰিল। আমেৰিকা, ৰাছিয়া, ইটালী, জাৰ্ম্মানী। এইখন চীনদেশ। ইণ্ডিয়া? ক'ত? এইখন, এইখন। আৰু এইখন অসম। গৰৈমাৰী? ক'ত হব বাৰু? এইখিনিতে নহবনে? হব, হব, এই চুকটোৰ কোনোবা এটা বিন্দুতে গৰৈমাৰী নিশ্চয় পৰিব।

---

## এটা নিৰ্ব্বাচনী ভাষণ

* * * * * * * * * *

—পদ্ম বৰকটকী

তলি-মোলোকা গাৱঁৰ বুঢ়া গাঁওবুঢ়া হেজাৰি মেধিৰ বাতি শুবৰ পৰত ডিঙিটো চটহা মাৰি ধৰিলে। ওচৰতে থকা ঘটিটোৰ পৰা পানী এঢোক খাইহে কোনোমতে উশাহটো ঘূৰালে। নধৰিব কিয় চটহা মাৰি ? দিনটো খুন্দা তামোল চোবাইছে, এখন্তেক মুখ খালী হোৱা নাই। এজোবা আহিছে, অমুক দলৰ তমুক প্ৰাৰ্থীক ভোট দিব লাগে বুলি বুজাইছে, বুজাই উঠি সুধিছে: গাঁওবুঢ়াই কি কয় ? হেজাৰি গাঁওবুঢ়াৰ মুখত মিছা কথা সহজে নোলায়। আপোনাৰ প্ৰাৰ্থীক ভোট নিদিওঁ বুলি কৈ দিবলৈও টান পায়। গতিকে গাওঁবুঢ়াই মুখত খুন্দা তামোল ভৰাই আৰু পিকেৰে ভৰা মুখ মেলি কথা কব নোৱাৰাটো বুজাই দি কেৱল মূৰ জোকাৰে। সেই মূৰ জোকাৰণিত সমৰ্থন বা প্ৰতিবাদ একোকে বুজিব নোৱাৰি।

আকৌ অলপ পানী খাই ডিঙিটো পৰিকাৰ কৰি হেজাৰি গাঁও-বুঢ়া শেতেলীত উঠিল। আজি কথা পাতি পাতি মূৰটোও অলপ ঘূৰোৱা যেন কৰিছে। ভোট লৈ মাত্ৰ তিনিদিন বাকী। কাইলৈৰ

দিনটোলৈকেহে প্ৰচাৰ চলিব। গতিকে কাইলৈৰ দিনটো গলেই এই বিপদৰ পৰা গাঁওবুঢা ৰক্ষা পৰে। হেজ্ঞাবি মেধি এতিয়া নামতহে গাঁওবুঢা। পাঁচ বছৰমান আগতহে গাঁওবুঢা আছিল। তথাপি বুঢাক সেই অঞ্চলৰ সকলোৱে গাঁওবুঢা বুলি মাতে। কাৰণ আছে। বুঢা সেই অঞ্চলৰ আটাইতকৈ বয়সিয়াল মানুহ। বুঢাৰ কথা গাওঁখনৰ কোনো মানুহে পেলাব নোৱাৰে। সেই কাৰণে নিৰ্ব্বাচনৰ প্ৰচাৰকসকলেও গাঁওখনৰ মানুহবোৰক বুজোৱাতকৈ বুঢাকহে বুজাব লগা হয়।

নিশা দহ বজাত শোৱা চাঙত উঠি টিপচাকিটো নুমাব খোজোঁতেই চোতালত এজনে মাত লগালে: বোলোঁ গাঁওবুঢা শুলাইনেকি?

: এই চাঙত উঠিছোঁহে। কোননো?

: মঁই গুণেশ্বৰ। উঠা বাৰু, এতিয়া নামিব নেলাগে। কাইলৈ পুৱাই কিন্তু তোমাক পানী-ছিগা গাৱঁলৈ নিবলৈ আহিমেই। সেই-খিনি মানুহক তুমি বুজাই নকলেগৈ আমাৰ দলে ভোট পাব নোৱাৰে। তোমাক কথাটো সোঁৱৰাই দি যাবলৈহে আহিছিলোঁ।

: বাৰু, বাৰু, ৰাতিপুৱাওকচোন বোপাই।

: ৰাতিতো পুৱাবই।—এইবুলি চোতালতে অকলৈ ডাঙৰকৈ হাঁহি এটা মাৰি গুণেশ্বৰ গলগৈ। বুঢাই গোসাইক চিন্তি দীঘল দিলে। দীঘল দিলে কি হ'ব? চিন্তা সেই ইলেক্‌চনৰে। কাইলৈ পুৱাই এতিয়া পানী ছিগা গাৱঁলৈ যাবগৈ লাগিব। যাব বুলি কথা দি থোৱাৰ পাচত নোযোৱাকৈ নোৱাৰিব। তাত বোলে কিবা মিটিং হব, সেই মিটিঙত বোলে বুঢাই লেক্‌চাৰ দিব লাগিব। এনেয়ে বহি বহি গোটেই দিনটো কথা পাতি থাকিব পাৰি। কিন্তু ৰাইজৰ আগত থিয় হৈ লেক্‌চাৰ দিয়াটো মুখৰ কথা জানো? বুঢাৰ চিন্তা সেইটোৱেই। তেওঁক লেক্‌চাৰ দিবলৈ মতা কাৰণে বুঢাৰ নিজকে নেতা যেনো লাগিছিল। কিন্তু, অকল নেতা যেন লাগিলেইতো নহব, নেতাৰ দৰে লেক্‌চাৰ দিব পাৰিবও লাগিব।

এইবাৰ সাধাৰণ নিৰ্ব্বাচনত আৰু এটা নতুন কথা হৈছে। সাতাম্ পুৰুষৰ পৰা চলি অহা বয়োবৃদ্ধই জ্ঞানী বোলা কথাষাৰ সলনি হৈছে। ডেকা ল'ৰাৰ অধিকাৰো বেছি হৈছে। তাকে হেচুকি দিবলৈহে বুঢ়াৰ আৱশ্যক।

এইবোৰ কথা ভাবি থাকোঁতে কেতিয়া পাতল টোপনি আহিল বুঢ়া গাঁওবুঢ়াই কবই নোৱাৰিলে। নিৰ্ব্বাচনী সভাত লেক্‌চাৰ কেনেকৈ দিব, তাকে ভাবি থাকোঁতেই বুঢ়াৰ টোপনি আহিছিল। সেই টোপনিতে বুঢ়াই সপোন দেখিলে। সপোনত বুঢ়া সাজে পোছকে শুৱনি হৈ নিৰ্ব্বাচনী সভাৰ ফালে গৈ থাকিল। লগত কেৱল গুণেশ্বৰ। যাওঁতে বুঢ়া জীপ-গাড়ীত গৈছে। ৰাস্তা বেয়া, তাতে জীপ গাড়ীৰ জোকাৰণি। তথাপি বুঢ়াৰ গালৈ ডেকাৰ তেজ অহা যেন লাগিছে। জীপ-গাড়ী গৈ এঠাইত ৰলগৈ। সমুখলৈ দেখুৱাই গুণেশ্বৰে কলে: ইয়াতে আপুনি লেক্‌চাৰ দিব লাগিব, এই সকলক আপুনি বুজাব লাগিব যে তেখেতসকলে আমাক ভোট দিলেহে নিজৰ আৰু সকলোৰে মঙ্গল হব।

জীপ গাড়ীৰ পৰা নামি বুঢ়াই দেখিলে কেউ ফালে কেৱল গাধবোৰ থিয় হৈ ৰৈ আছে। জীপ গাড়ীৰ শব্দ শুনিও সিহঁতে গা লৰোৱা নাছিল। এবাৰ আনকি হেজাৰি গাঁওবুঢ়ালৈ চকু তুলিও চোৱা নাছিল। গাঁওবুঢ়াৰ বৰ খং উঠিল। খঙেৰে পিচলৈ চাই গুণেশ্বৰক সুধিলে: এইবোৰ আটাইবোৰ গাধ দেখোন! কলৈ আনিলা মোক? গুণেশ্বৰে পিচফালে দূৰৰ পৰা উত্তৰ দিলে: হয় গাঁওবুঢ়া, এইটো কেৱল গাধৰ সমষ্টি, এই গাধসকলকে আপুনি বুজাব লাগে। গাধক? গাধক সাধাৰণ নিৰ্ব্বাচনৰ কথা বুজায় কেনেকৈ? কিন্তু হেজাৰি গাঁওবুঢ়া এতিয়া নেতা, আৰু নেতাই নোৱাৰা কাম নাই। এতিয়া হেজাৰি গাঁওবুঢ়াৰো নোৱাৰা কাম থাকিব নোৱাৰে।

গহীনাই গাঁওবুঢ়াই গাধবোৰলৈ চালে। বহুত গাধ; প্ৰায়

পাঁচ হেজাৰ মানেই হ'ব। কিন্তু ইমানবোৰ গাধ একেলগে থাকোঁতেও সিহঁতৰ মাজত কোনো চঞ্চলতা নাই। কোনেও লৰচৰকে কৰা নাই, গাটো লৰচৰ কৰা বাদেই, কাণমূৰকে লৰোৱা নাই। আনকি কোনেও হেজাৰি গাঁওবুঢ়ালৈ এবাৰ চোৱাও নাই।

গাধবোৰৰ মাজতে গুণেশ্বৰহঁতে এটা ওখ মঞ্চ পাতিছিল। তাৰ ওপৰলৈ শব্দ কৰি গাঁওবুঢ়া উঠি গ'ল। গাধবোৰ একো কৰ নোৱাৰা ভাৱত বৈ থাকিল। গুণেশ্বৰে গাঁওবুঢ়াৰ হাতত ক'ৰবাৰ পৰা আনি এমুঠা কোমল ঘাঁহ দি গ'লহি। গাঁওবুঢ়াই গল হেকাৰি মাৰি, মাইক্ৰোফোনটো টোকৰ মাৰি ঠিক আছে নে নাই পৰীক্ষা কৰি ল'লে। তাৰ পাছত আৰম্ভ কৰিলে—

: হে স্থিতপ্ৰজ্ঞ গৰ্দ্দভবৃন্দ, মোৰ সেৱা গ্ৰহণ কৰক। আজি আপোনালোকৰ মাজত আমি উপস্থিত হৈ আপোনালোকৰ পৰা ধৈৰ্য্য, সহনশীলতা, নিৰ্লিপ্ততা আদি প্ৰাচীন বৈদিক যুগৰ সকলো গুণৰ শিক্ষা লওঁ বুলি অহাৰ সুবিধা কৰিব পাৰি মই নিজে অতি গৰ্ব বোধ কৰিছোঁ। আপোনাসৱৰ আশুতোষ বা সোনকালে সন্তুষ্ট হোৱা চৰিত্ৰৰ কথা মনত ৰাখিয়েই আমাৰ হিমালয়ৰ প্ৰান্ত দেশ কাশ্মীৰত পোৱা এইকিডাল কোমল ঘাঁহকে লৈ আহিছোঁ। ইয়াৰে গোন্ধলৈ আপোনালোকে নিজ গুণে তৃপ্ত হৈ মোৰ বক্তব্য শুনিব বুলি মনত আশা পুহি আহিছোঁ।

এইবুলি হেজাৰি গাঁওবুঢ়াই গাধবোৰৰ মাজলৈ হাতত থকা ঘাঁহকিডাল দলি মাৰি দিলে। পাঁচহেজাৰ গাধৰ কিছুমানৰ ওচৰে-পাজৰে দুই এপাত ঘাঁহ পৰিল। ওচৰতে পোৱা কিজন গাধই যি পালে ঘাঁহ চোবালে। বাকীবোৰৰ মাজত কাশ্মীৰৰ ঘাঁহৰ কাৰণে খেদাখেদি কৰাৰ কোনো উত্তেজনা দেখা নগ'ল। দুই এজন গাধই গল হেকাৰি মৰা শব্দত সামবেদৰ হিংকাৰ শুনা গ'ল।

হেজাৰি গাঁওবুঢ়াই কৈ গ'ল : হে প্ৰাণীশ্ৰেষ্ঠ গৰ্দ্দভকুল, আপোনালোকৰ সুন্দৰ বদনমণ্ডল শোভিত মুক্তাদন্তেৰে সুকোমল তৃণদাল

চৰ্ব্বন কৰা চাই চাই মই নিজকে সৌভাগ্যবান বুলি ভাবিছোঁ ; কাৰণ, মোৰ যৎকিঞ্চিৎ দানকো আপোনালোকে পৰম আনন্দৰে গ্ৰহণ কৰি উপভোগ কৰিছে। আপোনালোকক অৱলোকন কৰি থাকোঁতে অনবৰত মোৰ মনৰ আকাশত—আপোনাসৱৰ গুণৰাশি তৰাৰ দৰে জিলিকি উঠিছে।

হে মহাযোগী দিগম্বৰাচাৰ্যবৃন্দ, দিগম্বৰ শিৱৰ আপোনাসৱ উপযুক্ত ভক্ত। আন বহুত মানুহে আপোনাসৱক দেখিয়েই শিৱৰ উপযুক্ত ভক্ত হোৱাৰ মানসেৰে কাপোৰ নিপিন্ধাকৈ, গাত ছাই সানি ঘঁাহনিত বহি থাকে। মানুহৰ সেইবোৰ আশাৰ চেষ্টা দেখি শিৱ দেৱতাৰ নিশ্চয় হাঁহি উঠে আৰু সেই হাঁহিৰে প্ৰতিধ্বনি প্ৰায়ে আপোনাসৱৰ কণ্ঠত প্ৰতিধ্বনিত হয়। আমি কাপোৰ পিন্ধাসকল আপোনালোক তকৈ কিমান নিকৃষ্ট, সেইকথা আমি বুজিব পাৰোঁ। যেতিয়া আপোনা-লোকে ভোট দি নিৰ্ব্বাচিত কৰা প্ৰতিনিধিয়ে পতা চৰ্কাৰে কাপোৰৰ কলত কোটি কোটি টকাৰ কাপোৰ উৎপাদন কৰোতেও আপোনা-লোকে একোটুকুৰা লেংটিৰ জোখাৰে কাপোৰ পায়েই সন্তুষ্ট থকা দেখোঁ। কোনো বস্তুৰ প্ৰতি লোভ নথকা নিৰ্লোভ্ অনাকৃষ্ট চৰিত্ৰৰ কাৰণে আপোনালোক দেৱতুল্য।

হে পৰম সহনশীল, প্ৰতিবাদহীন আত্মতুষ্ট জগৎভূষণ প্ৰাণীবৃন্দ, আমাৰ নিচিনা ইতৰ মানুহে খাবলৈ পোৱা নাই ; পিন্ধিবলৈ পোৱা নাই, ধন পোৱা নাই, কৰৰ বোজা বেছি হৈছে আদি যিবোৰ সাধাৰণ তুচ্ছ কথাত চিঞৰবাখৰ কৰোঁ, সেইবোৰ লৈ আপোনালোকে কেতিয়াও বিব্ৰত নহয়। তাতকৈও আচৰিত কথা যে সামান্য কৰৰ হেচাত অতিষ্ঠ হোৱা মানুহৰ আগত অসীম দেৱতুল্য গুণৰ পৰিচয় দি আপোনালোকে যিমান বোজা বেছি হয় সিমানে ভাল পোৱাৰ প্ৰমাণ দিয়ে। হে বৰ্দ্ধক গৃহমণি, মোৰাই পিঠিত জাপি দিয়া বোজা কোনোদিন আপোনালোকে বেছি হোৱা বুলি অশান্তি কৰা নাই ; বৰঞ্চ পিঠি বেকা হৈ মোৰালৈকে সেই বোজা আপোনালোকে বিনা

প্ৰতিবাদে বৈ লৈ যায়। কোৱা শুনিছোঁ, চাৰি চপৰা ইটাৰ ওপৰত আপোনালোকৰ চাৰি ঠেং তুলি থিয় কৰাই থোৱাই আপোনালোকৰ পিঠিৰ ওপৰত বোজা দি থাকে। আৰু বোজাৰ হেঁচাত ঠেঙৰ তলত থকা চাৰিও চপৰা ইটাই ফাট নোখোৱালৈকে বোজা দি থাকে; ঠেঙৰ তলত ইটা দি ফাট মেলাটো কিয় চাৰলগীয়া হয়? কাৰণ তাতকৈ বোজা বেছি হৈ মৰিব লাগিলেও আপোনালোকে প্ৰতিবাদ নকৰে। আপোনালোকৰ এই গুণ নৰসমাজত প্ৰচাৰ কৰিবৰ কাৰণেই মই এইবাৰ আপোনালোকৰ প্ৰাৰ্থী হৈছোঁ। মোক ভোট দি জয়যুক্ত কৰিলে মই আপোনালোকৰ এই গুণাৱলী প্ৰচাৰ কৰিম। আন বহুত প্ৰাৰ্থীয়ে কোৱাদি মই কেতিয়াও নকওঁ যে আপোনালোকৰ এই বোজাৰ পৰিমাণ কমাই দিম। কাৰণ মই জানো যে দেৱতাৰ একান্ত ভক্ত হিচাপে আপোনালোকে ভগৱান প্ৰদত্ত এই বোজা কমাৰ খোজা নাই; বৰঞ্চ এই বোজা কঢ়িওৱাৰ গুণ পৃথিৱীত প্ৰচাৰ হোৱাটোকে আপোনালোকে বিচাৰে।

হে বৃহৎমুণ্ড, মহাকৰ্ণযুক্ত স্থিতপ্ৰজ্ঞ ঋষিবৃন্দ, আপোনালোকৰ এই বিৰাট দীঘল কাণ দুখনত হেজাৰ মতলবী মানুহে আহি নিজৰ নিজৰ স্বাৰ্থত হেজাৰ ধৰণৰ মন্ত্ৰণা দি আহিছে। কোনোৱে কৈছে ধনতন্ত্ৰৰ কথা, কোনোৱে গণতন্ত্ৰৰ, কোনোৱে সাম্যবাদৰ, কোনোৱে সমাজতন্ত্ৰৰ। কিমান বহন শানি সেইবোৰ কথা কয় আপোনালোকক। আপোনালোকে দুইখন দীঘল কাণ মাজে মাজে জোকাৰি সেইবোৰ সকলো কথা শুনে; কিন্তু সেইবোৰ বক্তৃতাই আপোনালোকৰ স্থিতাৱস্থাক লৰচৰ কৰিব নোৱাৰে। মুখেৰে একো নোকোৱাকৈ আপোনালোকে ব্যৱহাৰেৰে যেন কৈ দিয়ে: হেৰ মূৰ্খ মানুহ, ঘোঁৰাই বেছিকৈ দৌৰে বুলি আমি এতিয়া দৌৰিবলৈ যামনে? হাতীৰ গাটো ডাঙৰ কাৰণে আমাৰ গা ডাঙৰ কৰিমনে? বাঘে মাংস খায় বুলি আমিও খামনে? হে সুধীবৃন্দ, আপোনালোকৰ এই পৰিবৰ্তনহীন দেৱতুল্য মন আৰু কোনো প্ৰয়োজনে নলাৰ নোৱাৰা

চৰিত্ৰৰ গুণ এই মানৱসমাজত প্ৰচাৰ কৰি মই মানুহৰ মাজত হোৱা সকলো খিয়লাখিয়লিৰ ওৰ পেলাবলৈ চেষ্টা কৰিম বুলি আপোনা-লোকক প্ৰতিশ্ৰুতি দিলোঁ। আপোনালোকে কেৱল মোক যেন ভোট দিয়ে।

হে মহাজ্ঞানী প্ৰকাণ্ডোদৰ, মানুহ সদায় আপোনালোকৰ গুণৰ দ্বাৰা আকৃষ্ট; কিন্তু নিজ দোষতে আজিলৈকে আপোনালোকৰ সমান হব পৰা নাই। আপোনালোকৰে পেট আৰু ঠেং চাই কোনোবা মানুহে কাম বন্ধ এৰি বহি বহি আপোনালোকৰ দৰে পেট ডাঙৰ আৰু ঠেং সৰু কৰিছে; কিন্তু অচঞ্চল আপোনালোকে চঞ্চলা লক্ষ্মীক তুচ্ছ জ্ঞান কৰা মনোভাৱ আয়ত্ত কৰিব নোৱাৰি সেইবোৰ মানুহে ব্যৱসায় বা চাকৰিৰ নামত আনক ঠগি ঠগি ধন গোটাই লক্ষ্মীক পুঁজিছে। ফলত পেট আৰু ঠেং আপোনালোকৰ নিচিনা হোৱাৰ পাচতো আপোনালোকৰ লক্ষ্মী-তুচ্ছ মনোভাৱ পাব পৰা নাই।

শিক্ষাৰ ক্ষেত্ৰতো বহুত উৎসাহী শিক্ষকে আপোনালোকৰ নিচিনা গাধ-মগজৰ ছাত্ৰ সৃষ্টিৰ আশাৰে অহোপুৰুষাৰ্থ কৰিছে। কিন্তু একোজনক প্ৰকৃত গাধ কৰিলোঁ বুলি গৰ্ব কৰি ডিগ্ৰি বা উপাধি দিয়াৰ পাচতে তেওঁলোকে বুজিব পাৰে যে পঢ়াত গাধ হলেও সেইবোৰ ছাত্ৰ চৰকাৰী চাকৰিৰ বা ব্যৱসায়ত গাধ চৰিত্ৰ এৰি ধনী হৈ পৰে। হে গৰ্দ্দভকুল, আপোনালোকৰ সঙ্গসুখ দীঘলীয়াকৈ পাই আমি এতিয়া বুজিছোঁ যে, প্ৰকৃত গাধ হবলৈ হলে সকলো পৰা খোৱা বিষয়ত মানুহক উদাসীন কৰি মনটো দুৰ্ব্বল কৰি লব লাগিব। সেই কাৰণে আমি এতিয়া শিশু খাদ্যকে ধৰি সকলো ধৰণৰ খাদ্যদ্ৰব্যৰ নাটনিৰে মানুহক খোৱা বিষয়ত উদাসীন কৰাৰ পন্থা লোৱাৰ কথা ভাবিছোঁ। কাৰণ, পৰীক্ষা কৰি দেখা গৈছে যে ভাল খাদ্যৰ অভাৱত মানুহ দুৰ্ব্বল হলে প্ৰতিবাদ কৰিব নজনা হৈ গৰ্দ্দভসুলভ সহনশীল হয়।

হে তৃণভোজী মহাভাগ, আপোনালোকেই প্ৰকৃত গণতন্ত্ৰ বুজে, আপোনালোকেই ধনতন্ত্ৰৰ ভালখিনি গ্ৰহণ কৰিছে, আপোনালোকেই প্ৰকৃত কমিউনিষ্ট। বিপ্লৱ বিপ্লৱ বুলি চিঞৰা কমিউনিষ্টক আপোনালোকে বুজাই দিছে যে সকলোকে সমান কৰি নহয়, বৰঞ্চ যেয়ে যিমান সুখত থাকি যিমান ধনী হয় হওক বুলি তাৰ প্ৰতি কেৰেপ নকৰি সকলোকে সমান যেন জ্ঞান কৰিলেহে প্ৰকৃত সাম্যবাদী হব পাৰি। আপোনালোকৰ সাম্যবাদৰ এই নতুন ব্যাখ্যাই পৃথিৱীক চমক খুৱাইছে। পৃথিৱীৰ মানুহে এতিয়া বুজিছে যে দ্বান্দ্বিক বস্তুবাদৰ প্ৰথম কথা পৰিবৰ্ত্তন নহয়, স্থিতাৱস্থাক বাহাল ৰখাহে। হে মহাৰাজ নীতিবিদগণ, মই দিয়া ঘাঁহ খাওক। মই আপোনালোকলৈ পৃথিৱীৰ আন দেশৰ পৰাও ঘাঁহ আনিম।

হে মহাজাতি গৰ্দ্দভকুল, যুগে যুগে আপোনালোকৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ দুই এজন মানুহ মহাপুৰুষ হৈ আহিছে। ৰামায়ণৰ ৰাম নিশ্চয় গৰ্দ্দভৰ আদৰ্শেৰে অনুপ্ৰাণিত : নহলে তেওঁ ৰাজ্য ত্যাগ কৰি হাবিলৈ যায়নে? সেই কাৰণেই আমি পুনৰ পৃথিবীত ৰামৰাজ্য পতাৰ কথা ভাবো। মহাভাৰতৰ যুধিষ্ঠিৰো নিশ্চয় গৰ্দ্দভাদৰ্শ প্ৰাণ, নহলেনো ঘৈনীয়েকক বাজী ৰাখি পাশা খেলেনে? অসমলৈ বৃটিছক মাতি অনা ৰজা বা ৰাজবিষয়াজনক আপোনালোকৰ আদৰ্শ লোৱা বুলি আপোনালোকেই নকবনে? সুখৰ বিষয় যে গৰ্দ্দভ আদৰ্শৰ প্ৰতি এতিয়া মানুহৰ আগ্ৰহ বাঢ়িছে। এতিয়া মানুহক চাউল নাই আটাকে খা, সকলো বস্তু ভেজালকে খা, আদি কলে মানুহে লাহে লাহে আপত্তি কৰিবলৈ এৰি আহিছে।

হে লোমশসুন্দৰ, আপোনালোকৰ ৰূপ দেখি মই ভোল যাওঁ। নিৰ্ব্বাচন নহলেও মই মাজে মাজে আহি আপোনালোকক চাই যাওঁ। আপোনালোকৰ লোকমনোমোহন ৰূপ পৃথিৱীৰ গৰ্ব। বিধাতাৰ আপোনালোক একমাত্ৰ প্ৰিয়পাত্ৰ; কাৰণ, আপোনালোকক শান্ত কৰিবৰ কাৰণেই বিধাতাই উচ্চাশা নিদিলে, উত্তেজনা

নিদিলে, প্ৰতিবাদৰ ভাষা নিদিলে, মুঠতে সকলো বদগুণ আপোনা-লোকৰ পৰা আঁতৰত ৰাখিলে।

হে স্বৰ্গীয় সহনশীলতা আৰু উপকাৰী মনোভাবেৰে চহকী সুধিবৃন্দ, আপোনালোকৰ আদৰ্শ প্ৰচাৰৰ কাৰণে, সকলোৰে কাৰণে কৰ আদিৰ বোজা বঢ়াবলৈ চেষ্টা কৰাৰ কাৰণে, আপোনালোকৰ দয়াতে আমি চহকী হৈ সুখী হৈ গৰ্দ্দভ আদৰ্শ ৰহিত হোৱাৰ বিপদৰ প্ৰতীক হিচাপে জিলিকিবলৈ যি চেষ্টা কৰিছোঁ, সেই চেষ্টাক ফলৱতী কৰিবলৈ এখন্তেক কষ্ট কৰি মোক ভোট দিয়াৰ সম্মতিসূচক লম্বাকৰ্ণ-দ্বয় একোবাৰ লৰাবলৈ আপোনালোকক মই অনুৰোধ কৰিলোঁ। মনত ৰাখিব, আপোনালোকৰ আদৰ্শ প্ৰচাৰৰ অস্ত্ৰ আপোনালোকৰ ভোটেই, আৰু আপোনালোকে নিজা আদৰ্শ প্ৰচাৰ কৰা মানে ভগৱানৰ সৃষ্টিক ৰক্ষা কৰা।

হে পৰম বন্ধুদল, এইবাৰ ঘাঁহ খাওক।

জয় গৰ্দ্দভাদৰ্শৰ জয়।

